# কালিদাস আৰু তপস্যা

শ্ৰীযোগেশ্বৰ শৰ্ম্মা, এম্. এ., এম্. লিব্. এছ.চি.,
গ্ৰন্থাগাৰিক, গুৱাহাটী বিশ্ববিদ্যালয়



প্ৰকাশন পৰিষদৰ আৰ্থিক-অনুদানেৰে প্ৰকাশিত

**KALIDASA ARU TAPASYA :** A cultural study on Kalidasa, the celebrated poet of India, by Jogeswar Sarma, M.A., M. Lib. Sc., Sankhyatirtha, Librarian, Gauhati University, Gauhati-14, and published by the author with the financial subsidy of the Publication Board, Assam, Gauhati-3
First published 1969

প্ৰকাশক :
শ্ৰীযোগেশ্বৰ শৰ্ম্মা
গুৱাহাটী বিশ্ববিদ্যালয়

প্ৰথম প্ৰকাশ :
জুন ১৯৬৯ চন

মূল্য : ৬·০০ টকা

মুদ্ৰক :
শ্ৰীকালীচৰণ পাল
নবজীৱন প্ৰেছ
৬৬ গ্ৰে' ষ্ট্ৰীট, কলিকতা-৬

# আগকথা

কালিদাস প্ৰাচীন ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ কবি। আজিও ভাৰতবৰ্ষৰ ঘৰে ঘৰে কালিদাসৰ নাম সুপৰিচিত। সংস্কৃত ভাষাত সৰ্ব্বোৎকৃষ্ট মহাকাব্য, অনুপম গীতিকাব্য আৰু সৰ্ব্বশ্ৰেষ্ঠ ৰূপক ৰচনা কৰি কালিদাস ভাৰতৰ অদ্বিতীয় কবি হিচাপে লব্ধপ্ৰতিষ্ঠ।

সংস্কৃত সাহিত্য আৰু কালিদাস, এই দুয়োৰ সম্বন্ধ অতি ঘনিষ্ঠ; কালিদাসক বাদ দিলে সংস্কৃত সাহিত্যৰ অধ্যয়ন চিৰদিন অসম্পূৰ্ণ হৈয়ে থাকিব। কালিদাসীয় সাহিত্যৰ ৰসগ্ৰাহী হবলৈও বিশেষ জ্ঞান আৰু ঐকান্তিকতাৰ আৱশ্যক। মহাকবিৰ মহাকাব্যৰ সুপ্ৰসিদ্ধ টীকাকৰ্ত্তা মল্লিনাথে কৈছে ঃ

কালিদাসগিৰাং সাৰং কালিদাসঃ সৰস্বতী।
চতুৰ্ম্মুখোঽথবা সাক্ষাদ্ বিদুৰ্ন্নান্যে তু মাদৃশাঃ॥

কালিদাসৰ বাণীৰ সাৰমৰ্ম্ম কেৱল বিধাতা ব্ৰহ্মা, বাগ্‌দেৱী সৰস্বতী আৰু স্বয়ং কালিদাস এই তিনিজনেহে জানে। আমাৰ দৰে অভাজন ইয়াৰ মৰ্ম্ম গ্ৰহণ কৰিবলৈ অসমৰ্থ।

পণ্ডিত-প্ৰৱৰ মল্লিনাথৰ এই উক্তি অকল বিনয়ৰ বিলাস বুলি কব নোৱাৰি, কিয়নো কবিৰ সাহিত্যসেৱী মাত্ৰৰে এই কথাৰ যথাৰ্থতা অনুমেয়। ভাষাৰ সৰলতা আৰু সৌষ্ঠৱৰ কাৰণে কালিদাসক ভাৰতৰ বালকৰ কবি হিচাপে অভিহিত কৰিব পাৰি। সংস্কৃত সাহিত্যত প্ৰৱেশ কৰিবলৈ মহাকবিৰ কাব্যকেই প্ৰথমে বালকৰ হাতত দিয়া হয়। কালিদাসৰ বাহিৰে আজিও আন কোনো কবিয়ে এই সম্মান লাভ কৰিব পৰা নাই।

কালিদাসৰ গ্ৰন্থাৱলী পৃথিবীৰ বিভিন্ন ভাষাত অনূদিত হৈছে আৰু আজিও হৈ আছে। ইয়াৰপৰাও কালিদাসীয় সাহিত্যৰ শ্ৰেষ্ঠতা

আৰু সৰ্ব্বজনপ্ৰিয়তা সহজে অনুমান কৰিব পাৰি। তেওঁৰ কাব্য পাঠ কৰি ইউৰোপৰ বিশিষ্ট মনীষীসকল বিশেষভাৱে মুগ্ধ; অকল সেয়ে নহয়, তেওঁলোকে নানা প্ৰশংসাৰ বাণীৰে তেওঁক কবিবৰেণ্য বুলি সমাদৰো জনাইছে।

মহাকবিৰ 'অভিজ্ঞানশকুন্তলম্' নাটকৰ অনুবাদ পাঠ কৰি জাৰ্ম্মান দেশৰ মনীষী গ্যেটেই যি কৈছিল তাৰ সংস্কৃত অনুবাদ এইদৰে পোৱা যায়ঃ

বাসন্তং কুসুমং ফলং চ যুগপৎ গ্ৰীষ্মস্য সৰ্ব্বং চ যৎ
যচ্চান্যন্মনসো ৰসায়নমতঃ সন্তৰ্পণং মোহনম্।
একীভূতমভূতপূৰ্ব্বমথবা স্বৰ্লোকভূৰ্লোকযো-
ৰৈশ্বৰ্য্যং যদি বাঞ্ছসি প্ৰিয়সখে শাকুন্তলং সেব্যতাম্॥

সংস্কৃত সাহিত্যৰ সৌৰভ বিদেশত বিস্তাৰ কৰি মহাকবিয়ে ভাৰতীয় সংস্কৃতিৰ মৰ্য্যাদা বৃদ্ধি কৰিছে আৰু লগে লগে ভাৰতৰ ৰাষ্ট্ৰীয় কবি হিচাপে সম্মানো লভিছে।

এনে হেন কবিৰ ব্যক্তিগত জীৱন সম্বন্ধে জানিবলৈ সকলোৰে আগ্ৰহ জন্মা স্বাভাৱিক। তেওঁ কেতিয়া কোন ঠাইত জন্ম গ্ৰহণ কৰিছিল? তেওঁৰ পিতামাতাই বা কোন আছিল? কেতিয়া তেওঁৰ মৃত্যু হৈছিল? এই আশয়সমূহ যেন চিৰদিন অসম্পূৰ্ণ আৰু অস্পষ্ট হৈয়ে বিস্মৃতিৰ অন্তৰালত বৈ থাকিব। গ্ৰন্থসমূহত কবি নিজৰ পৰিচয় সম্বন্ধে সম্পূৰ্ণ নিমাত। 'অভিজ্ঞানশকুন্তলম্' প্ৰভৃতি নাটক তিনিখনত কবিয়ে 'কালিদাসগ্ৰথিতবস্তুনা' বুলি নামোল্লেখ কৰিছে মাথোন। কবিৰ গ্ৰন্থাৱলীতো তেওঁৰ ব্যক্তিগত জীৱন সম্বন্ধে কোনো সন্ধেদ পোৱা নাযায়, নাইবা জীৱনৰ কোনো ঘটনা সম্পৰ্কেও কোনোৰূপ সন্ধান পোৱা নাযায়; অৱশ্যে, সিবোৰৰ সমল লৈ কোনো মতবাদ উপস্থাপিত কৰিব পৰা যাব পাৰে। তথাপি এইটো ঠিক যে তেওঁৰ সৌন্দৰ্য্যমুগ্ধ আন্তৰ-সম্পদৰ পৰিচয় তেওঁৰ অমূল্য গ্ৰন্থৰাজিৰ মাজত চিৰ-প্ৰকাশমান। কবিৰ বাণী হৃদয়ৰ প্ৰতিধ্বনি মাথোন। ভাৰতীয় সাহিত্য মন্দিৰত অসাধাৰণ আৰু অমূল্য অবদানে কবিক কাব্যস্ৰষ্টাসকলৰ ভিতৰত শ্ৰেষ্ঠ আসনত প্ৰতিষ্ঠিত কৰি ৰাখিছে। কালিদাসীয় সাহিত্যৰ অনুশীলন কৰিলে এইটো

সহজে প্ৰতীয়মান হয় যে তেওঁৰ দৰে পৰিপক্ক বিচাৰবুদ্ধি, উদাৰ অন্তৰ্দৃষ্টি, অলৌকিক ৰসসৃষ্টি আৰু অপৰিসীম অভিজ্ঞতা লৈ জন্ম গ্ৰহণ কৰা কবি ভাৰতত কিয় পৃথিৱীৰ সাহিত্যৰ বুৰঞ্জীতে বিৰল।

কালিদাসৰ বাল্যকাল আৰু পাণ্ডিত্য লাভ সম্বন্ধে বহু কাহিনী ভাৰতবৰ্ষত চলি আহিছে; তেওঁৰ কাব্য ৰচনা সম্পৰ্কেও অদ্ভুত গল্প ভাৰতত চিৰ-প্ৰসিদ্ধ; তেওঁৰ মৃত্যু সম্বন্ধেও আচৰিত ইতিহাস আজিও ভাৰতত জনাজাত। অইন কি কালিদাসৰ নামত প্ৰচলিত কোনো কোনো গ্ৰন্থ তেওঁৰ অমৰ লেখনীপ্ৰসূত হয় নে নহয় সেই বিষয়েও পণ্ডিতসকলৰ মাজত যথেষ্ট মত-বিৰোধ দেখা যায়। দেশৰ সৰ্ব্বশ্ৰেষ্ঠ কবিজনৰ বিষয়ে দেশবাসীৰ নিখুঁত জ্ঞানৰ অভাৱ অতি আচৰিত কথা।

কালিদাসে ব্যক্তিগত জীৱন সম্বন্ধে পাঠকক নিৰাশ কৰিলেও কালিদাসীয় সাহিত্যত নৈৰাশ্যবাদৰ ছাঁমাত্ৰও নাই। নিৰাশাবাদ কবিৰ অপৰিচিত। কবিয়ে তেওঁৰ কাব্য অথবা নাটকৰ কোনো নায়ক নাইবা নায়িকাকে নিৰাশাৰ নিৰ্ঝৰিণীত নিমজ্জিত হৈ যাবলৈ দিয়া নাই। মানৱ জীৱনক কবিয়ে পৰম লাভ আৰু শ্ৰেষ্ঠ সম্পদ হিচাপেই অঙ্কিত কৰিছে; কিয়নো এই জীৱনকালতে মানুহে পৰম আনন্দ অনুভৱৰ মাজেৰেই পৰমাৰ্থ সত্য উপলব্ধি কৰিব পাৰে। যদিও কবিয়ে শৰীৰক আত্মাৰ বিকৃত অৱস্থা আৰু শৰীৰ নাশকে প্ৰকৃত অৱস্থা বুলি অভিহিত কৰিছে: "মৰণং প্ৰকৃতিঃ শৰীৰিণাং ৱিকৃতিৰ্জ্জীৱিত-মুচ্যতে বুধৈঃ", তথাপি শৰীৰ সম্বন্ধে কবিৰ সুস্পষ্ট অভিমত হৈছে "শৰীৰমাদ্যং খলু ধৰ্ম্মসাধনম্।" সকলো ধৰ্ম্মৰ মূল শৰীৰ। শৰীৰক অৱলম্বন কৰি মানুহে অভ্যুদয় লাভ কৰে, সেই শৰীৰক অসাৰ কৰা কবিৰ অভিপ্ৰেত নহয়। ত্ৰিবৰ্গৰ অৰ্থাৎ ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিটাৰ ভিতৰত ধৰ্ম্মকেই কবিয়ে শ্ৰেষ্ঠ আসন দিছে: "ত্ৰিৱৰ্গসাৰঃ প্ৰতিভাতি।" সেই ধৰ্ম্মৰ মূল শৰীৰ।

কালিদাসীয় সমাজত বৰ্ণাশ্ৰম ৰীতিৰে গ্ৰথিত সংসাৰক অসাৰ বুলি ভাবি সংসাৰ-বিৰাগী হোৱাই শ্ৰেষ্ঠ পথ নহয়। ভোগ আৰু ত্যাগ, জ্ঞান আৰু তপস্যায়েই মানৱ জীৱনক সফল কৰাৰ একমাত্ৰ উৎকৃষ্ট উপায়। দিনৰ পিছত ৰাতি অহা স্বাভাৱিক আৰু অপৰিহাৰ্য্য কিন্তু

ভোগৰ পিছত ত্যাগ অহা স্বাভাৱিকো নহয়, অপৰিহাৰ্য্যও নহয়। সেই কাৰণে মহাকবিয়ে তেওঁৰ নায়ক-নায়িকাসমূহক প্ৰথমৰপৰা শাসন আৰু সংযমৰ মাজেৰে পৰিচালিত কৰি শেষত ত্যাগৰ জ্যোতিৰ্ম্ময় আসনত প্ৰতিষ্ঠা কৰিছে। ত্যাগেই মানুহক উৎকৃষ্ট শান্তি দিব পাৰে; ভোগ-বিলাসৰ মাজেৰে অবিশুদ্ধ আনন্দ লাভ কৰা সম্ভৱপৰ নহয়। কালিদাসীয় সাহিত্যৰ ই এটা উল্লেখযোগ্য বিশেষত্ব।

কালিদাসীয় সাহিত্যৰ আন এটা বিশেষ গুণ সৌন্দৰ্য্য বৰ্ণনা। কবিৰ সৌন্দৰ্য্যোপলব্ধিৰ ধাৰণা আৰু সৌন্দৰ্য্য সৃষ্টিৰ নিপুণতা তেওঁৰ কাব্য-পাঠক মাত্ৰেৰে সুবিদিত। সাধাৰণতে আমি যি ঠাইত সৌন্দৰ্য্যৰ কোনো সম্ভেদ নাপাওঁ কালিদাসে সেই ঠাইতো সৌন্দৰ্য্যৰ সন্ধান দি পাঠকক কাব্যৰসৰ অপাৰ আনন্দত নিমগ্ন কৰি তুলিছে। প্ৰকৃতিৰ সৌন্দৰ্য্য বৰ্ণনাত কবি যেন স্বয়ং বিধাতা, নাৰীৰ সৌন্দৰ্য্য বৰ্ণনাত সাক্ষাৎ মদন, ৰাজপ্ৰাসাদ, দেৱমন্দিৰ বৰ্ণনাত যেন স্বয়ং বিশ্বকৰ্ম্মা, আশ্ৰমপদ, নদ-নদী, পৰ্ব্বত-পাহাৰ আৰু ঋতু বৰ্ণনাত যেন স্বয়ং প্ৰজাপতি। কালিদাসে বিশ্বৰ নিখিল বস্তুকে যিদৰে সৌন্দৰ্য্য-বিভূষিত দেখিবলৈ পাইছে আন কোনো কবিৰ পক্ষে সেইটো সম্ভৱ হৈছে নে নাই সন্দেহ।

কালিদাসৰ সকলোতকৈ শ্ৰেষ্ঠ গুণ হল সৃষ্টিৰ কৌশল। কবিৰ সৃষ্টিৰ মূলত বিশ্বৰ স্বভাৱ-সুন্দৰ সামগ্ৰীসমূহ। প্ৰকৃতিৰ স্বভাৱ-সুন্দৰ বস্তুবোৰকেই কবিয়ে কল্পনাৰ বোল দি অধিক মনোৰম ৰূপত ৰূপায়িত কৰে। এই ৰূপায়ণতেই কবিৰ সৃষ্টিৰ মহিমা বিকাশ হয়। সেয়েহে আলঙ্কাৰিকসকলে বিধাতাসৃষ্ট জগততকৈও কবিসৃষ্ট সংসাৰক অধিক মনোজ্ঞ বুলি অভিহিত কৰে।

মহাকবিৰ বাণী কেৱল চিত্তৰ আনন্দ পৰিবহণতেই পৰিসমাপ্ত নহয়। পাঠকৰ অভ্যুন্নতি আৰু সমাজৰ কল্যাণেই কবিৰ বাণীৰ নিগূঢ় অভিপ্ৰায়। সৌন্দৰ্য্যৰ সৃষ্টি কৰিলেও সেই সৌন্দৰ্য্যৰ মাজেৰে পাঠকৰ হৃদয় সুন্দৰ কৰি তোলাই কবিৰ একমাত্ৰ লক্ষ্য। কাব্যৰ বহিঃ-সৌন্দৰ্য্যই ইন্দ্ৰিয়ৰ তৃপ্তি সাধন কৰিলেও হৃদয়ৰ আনন্দ আনিব নোৱাৰে। কবি কালিদাসৰ সাহিত্য অন্তঃসৌন্দৰ্য্যমণ্ডিত বুলিয়েই ই সি চিৰদিন পাঠক-চিত্ত আকৰ্ষণ কৰি আহিছে।

প্ৰকৃতিৰে সৈতে মানৱ-হৃদয়ৰ অনাদি কালৰপৰা যি যোগসূত্ৰ অবিচ্ছিন্নভাৱে প্ৰৱহমান হৈ আছে মহাকবি কালিদাসে তাৰ নিখুঁত চিত্ৰ অঙ্কিত কৰি জগতত শ্ৰেষ্ঠ নৈসৰ্গিক কবি হিছাপে সন্মান লাভ কৰি আহিছে। প্ৰকৃতিৰ শোভা বৰ্ণনাত কবিৰ অলৌকিক সৃজনী-শক্তি আৰু কল্পনাৰ মাধুৰ্য্য পৰিস্ফুট। কবিৰ প্ৰাকৃতিক শোভা-বৰ্ণনা পঢ়িলে তেওঁক নৈসৰ্গিক কবি বুলিয়ে অনুমান হয়।

কবিৰ হাতত প্ৰকৃতি-দেৱীয়ে যেন নিত্য নতুন সাজসজ্জাৰে বিভূষিত হৈ অভিনৱ আভৰণেৰে অপৰূপ ৰূপ ধাৰণ কৰিছে। কালিদাসীয় সাহিত্যত প্ৰকৃতি প্ৰাণময়ী ; ই জড় অথবা অচেতন পদাৰ্থ নহয়। পশু-পক্ষী, গছ-লতা সকলো মানুহৰ দৰে হৰ্ষ, শোক আৰু চিন্তাৰে পৰিব্যাপ্ত। গছ-লতাৰে সৈতে মানুহৰ কথোপকথনে তেওঁৰ পাঠক মাত্ৰকে অপাৰ আনন্দেৰে আপ্যায়িত কৰি তোলে। কবিয়ে বিশ্ব-প্ৰকৃতিৰ বুকুত প্ৰাণ প্ৰতিষ্ঠা কৰিছে আৰু তেওঁৰ কাব্য নাটকাদিৰ চৰিত্ৰসমূহৰ লগত প্ৰকৃতিক সমানভাৱে অংশ গ্ৰহণ কৰাইছে। কবিয়ে দেখুৱাইছে প্ৰকৃতিৰে সৈতে মিলনতে মানুহৰ আনন্দ আৰু বিচ্ছেদতেই বিষাদ। শকুন্তলাৰ পতিগৃহ-যাত্ৰা কৰুণ ৰসৰ এটি উৎকৃষ্ট দৃশ্য। অকল আশ্ৰমবাসীৰে সৈতেই নহয়, আশ্ৰমত থকা পশু-পক্ষী গছ-লতা সকলোৰে সৈতে শকুন্তলাৰ কেনে ঘনিষ্ঠ সম্বন্ধ আছিল কবিয়ে তাক সুন্দৰভাৱে অঙ্কিত কৰিছে।

প্ৰকৃতিৰে সৈতে মানুহৰ এনে মধুৰ সম্বন্ধ স্থাপন পৃথিৱীৰ আন কোনো কবিৰ পক্ষে কৰা সম্ভৱ হোৱা নাই। সেই কাৰণে সকলোৱে এক মুখে সমুচ্চাৰণ কৰিছে :

কালিদাসস্য সৰ্ব্বস্বমভিজ্ঞানশকুন্তলম্।
তত্ৰাপি চ চতুৰ্থোঽঙ্কো যত্ৰ যাতি শকুন্তলা।

শকুন্তলাৰ পতিগৃহ-যাত্ৰা কবিৰ অপূৰ্ব্ব সৃষ্টি।

কবিৰ বাণী স্বভাৱ-সুন্দৰ বৰ্ণনাৰে পৰিপূৰ্ণ। এই বৰ্ণনাত কোনো কৃত্ৰিমতা নাই ; অযথা কল্পনাও নাই। কবিৰ দৃষ্টিত হিমালয় শ্ৰেষ্ঠ পৰ্ব্বত নহয় ; ই দেৱতাত্মা। তপোবন বৰ্ণনাত কবিৰ ভাব-মন্দাকিনীত স্নিগ্ধ সমীৰণৰ হিল্লোল পৰিস্ফুট।

ভাৰতৰ ঋতুসমূহৰ বৰ্ণনাত কবিৰ প্ৰাণ চিৰউৎফুল্ল। সকলো

ঋতুৰ শোভা বৰ্ণনাত কবিৰ অসাধাৰণ প্ৰতিভা আৰু শিল্পনৈপুণ্য লক্ষ্য কৰা যায়। শৰৎ আৰু বসন্ত ঋতুৰ বৰ্ণনাতকৈও বৰ্ষা ঋতুৰ বৰ্ণনাত কবিৰ প্ৰাণ বিশেষভাৱে ব্যাকুল হৈ উঠে। ঋতুৰ কবি হিচাপে বিচাৰ কৰিলে কালিদাসক বৰ্ষাৰ কবি বুলি অভিহিত কৰিব পাৰি।

সংস্কৃত সাহিত্যত কালিদাস উপমাৰ অদ্বিতীয় কবি হিচাপে চিৰ-প্ৰসিদ্ধ। প্ৰকৃতপক্ষে "কবি কালিদাসঃ" আৰু "উপমা কালিদাসস্য" এই দুষাৰ কথাই সংস্কৃত সাহিত্যত এটা বিশেষ স্থান অধিকাৰ কৰি আছে। এই বিষয়ে প্ৰাচীন উক্তিও ভাৰতত চিৰ প্ৰচলিত ঃ

উপমা কালিদাসস্য ভাৰৱেৰৰ্থগৌৰৱম্।
নৈষধে পদলালিত্যং মাঘে সন্তি ত্ৰয়ো গুণাঃ।

কাব্যক সৰস আৰু মনোৰম কৰাৰ উপায় উপমা অলঙ্কাৰৰ সমুচিত ব্যৱহাৰ। কোনো কোনো আলঙ্কাৰিকৰ মতে উপমা অলঙ্কাৰেই শ্ৰেষ্ঠ অলঙ্কাৰ, আৰু ই আন সকলো অলঙ্কাৰৰে বীজ। কালিদাস এই শ্ৰেষ্ঠ অলঙ্কাৰৰ শ্ৰেষ্ঠ শিল্পী। বিচিত্ৰ ছন্দ আৰু অলঙ্কাৰৰ অপূৰ্ব্ব সমাৱেশ হোৱাত কবিৰ কবিতাত এটা অপূৰ্ব্ব স্বৰ্গীয় সঙ্গীতৰ ধ্বনি বৈ আছে। কবিয়ে অকল প্ৰাকৃতিক জগতৰপৰা উপমা আহৰণ কৰিযে ক্ষান্ত থকা নাই, তেওঁ ব্যাকৰণ, অলঙ্কাৰ, দৰ্শন আৰু অন্যান্য শাস্ত্ৰৰপৰাও উপমা সংগ্ৰহ কৰি তেওঁৰ কাব্যক উপমাৰ শ্ৰেষ্ঠ আকৰ কৰি তুলিছে। কুমাৰসম্ভৱৰ নাযিকা উমাৰ উপমা দিছে "সঞ্চাৰিণী পল্লৱিনী লতেৱ", পল্লৱেৰে সৈতে লৰি থকা লতাৰ দৰে। স্বয়ম্বৰ সভাৰ ইন্দুমতী "সঞ্চাৰিণী দীপশিখেৱ ৰাত্ৰৌ" ৰাতি গৈ থকা দীপশিখাৰ দৰে। সমুদ্ৰৰ ভূমিৰ বৰ্ণনা প্ৰসঙ্গত কবিযে কৈছে "তমালতালী ৱনৰাজিনীলা আভাতিবেলা" তমাল, তাল প্ৰভৃতি বনশ্ৰেণীৰে সমুদ্ৰৰ তীৰ নীল বৰণীযা হৈছে। মহাৰাজ দিলীপৰ পিচে পিচে গৈ থকা সুদক্ষিণা "শ্ৰুতেৰিৱাৰ্থং স্মৃতিৰন্বগচ্ছৎ", শ্ৰুতি বা বেদবাক্যৰ অৰ্থক যিদৰে স্মৃতিযে অনুসৰণ কৰে। ধ্যানস্থ মহাদেৱ "নিৱাত নিষ্কম্পমিৱ প্ৰদীপম্", বায়ুশূন্য ঠাইৰ অলৰ অচৰ অগ্নিশিখাৰ দৰে। ৰঘুৱংশীয়-সকলৰ পৰাক্ৰম নিৰ্দ্দেশ অৱসৰত "অপবাদ ইবোৎসৰ্গঃ......" সামান্য শাস্ত্ৰ যি দৰে বিশেষ শাস্ত্ৰৰ দ্বাৰা খণ্ডিত হয়। মহাকবিয়ে উপমাক

কিমান বিচিত্ৰ মৌলিক আৰু হৃদয়গ্ৰাহীভাৱে অঙ্কিত কৰিছে সেইটো আন কোনো কবিৰ পক্ষে সম্ভৱ হৈছে নে নাই সন্দেহ। এই উপমা-বোৰৰ ভিতৰত গভীৰ ভাৱ সন্নিৱিষ্ট হৈ আছে আৰু বহু ঠাইত ব্যঙ্গ অৰ্থ ধ্বনিত হৈছে, সেই কাৰণে কবিৰ কাব্যক ধ্বনি-প্ৰধান বুলি আখ্যা দিব পাৰি।

কবিৰ বিচাৰধাৰালৈ লক্ষ্য কৰিলে এইটো সুন্দৰভাৱে প্ৰতীয়মান হয় যে তেওঁ ভাৰতৰ শ্ৰেষ্ঠ প্ৰতিনিধি, আৰ্য্য সংস্কৃতি আৰু সভ্যতাৰ মূৰ্ত্ত প্ৰতীক। কবিয়ে তেওঁৰ মহাকাব্য ৰঘুৱংশৰ প্ৰাৰম্ভতে হিন্দু জাতিৰ চতুৰাশ্ৰমৰ প্ৰতি প্ৰগাঢ় শ্ৰদ্ধা আৰু ঐকান্তিক আগ্ৰহ দেখুৱাই ভাৰতীয় সমাজক বৰ্ণাশ্ৰম সমাজৰ শ্ৰেষ্ঠ সমাজৰূপেই প্ৰতিষ্ঠা কৰিছে। বৰ্ণাশ্ৰমী সমাজেই হিন্দু সংস্কৃতি আৰু সভ্যতাৰ মূল ভিত্তি। ব্যক্তিৰ সমাহাৰেই সমাজ। সমাজ আৰু ব্যক্তিৰ সম্বন্ধ অতি ঘনিষ্ঠ আৰু, ব্যক্তিগত উন্নতি সামাজিক উন্নতিৰ ওপৰত প্ৰতিষ্ঠিত। কবিৰ ভাৰতবৰ্ষত সদায় এখন আদৰ্শ সমাজৰ চিত্ৰ উদ্ভাসিত। আদৰ্শ সমাজ প্ৰতিষ্ঠিত হবলৈ আদৰ্শ ৰজাৰ আৱশ্যক। অৰাজক ৰাজ্যই বিপ্লৱৰ লীলাভূমি। ৰজাৰ প্ৰধান কৰ্ত্তব্য প্ৰজা-ৰঞ্জন। কবিৰ মহাকাব্য ৰঘুৱংশ আদৰ্শ ৰাজ-চৰিত্ৰেৰে পৰিপূৰ্ণ। ৰাষ্ট্ৰীয় উন্নতি আৰু ব্যক্তিগত অভ্যুদয়ৰ কাৰণে আদৰ্শ ৰজাৰ প্ৰয়োজন। মহাকবিৰ ৰজাসমূহ আদৰ্শৰ প্ৰতিমূৰ্ত্তি।

আৰ্য্য মনীষীসকলৰ মতে ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ এই চাৰিটাই মানুহৰ পৰম পুৰুষাৰ্থ। মহাকবিয়ে এই পুৰুষাৰ্থ চতুষ্টয়কেই কাব্যৰ মাজেৰে মানৱ জীৱনৰ শ্ৰেষ্ঠ লক্ষ্য বুলি স্বীকাৰ কৰিছে। অৰ্থ আৰু কামক ধৰ্ম্ম সাধনৰ উপায় হিচাপে নিৰ্দ্দেশ কৰিছে। কবিয়ে তেওঁৰ কাব্য আৰু নাটকৰ চৰিত্ৰসমূহৰ অৰ্থ আৰু কামক ধৰ্ম্মভাৱেৰে পৰিশোধিত কৰি জীৱনযাত্ৰাত জয়যুক্ত কৰি তুলিছে। কবিৰ হাতত ত্ৰিবৰ্গ অৰ্থাৎ, ধৰ্ম্ম, অৰ্থ আৰু কাম এই তিনিটাৰ মধুৰ সামঞ্জস্য মনোৰমভাৱে চিত্ৰিত কৰিছে। শকুন্তলাক দেখি সৌন্দৰ্য্যমুগ্ধ হলেও মহাৰাজ দুষ্মন্তই যেতিয়ালৈকে ক্ষত্ৰিয়-কন্যা বুলি জানিব পৰা নাছিল তেতিয়ালৈকে তেওঁক বিবাহ কৰাবলৈ আগ বঢ়া নাছিল। "ক্ষত্ৰিয়-কন্যা খলু এষা" ক্ষত্ৰিয়-কন্যা বুলি জনা মুহূৰ্ত্ততহে দুষ্মন্তৰ শকুন্তলাক

গ্ৰহণ কৰিবলৈ আগ্ৰহ জন্মিল। আত্মবিশ্বাসপৰায়ণ দুষ্মন্তৰ এই আগ্ৰহ ধৰ্ম্ম-বিৰোধী নহয়।

ৰাজসভাত উপস্থিত হোৱা শকুন্তলাক মহাৰাজ দুষ্মন্তই প্ৰত্যাখ্যান কৰিছিল "পৰস্ত্ৰী খলু এষা" আনৰ স্ত্ৰীক গ্ৰহণ কৰা ধৰ্ম্মবিৰুদ্ধ। সেই কাৰণেই শকুন্তলাৰ প্ৰত্যাখ্যান সমৰ্থিত হৈছে। কাম আৰু অনুৰাগক তপস্যাৰ দ্বাৰা বিশুদ্ধ কৰাই কালিদাসৰ প্ৰধান অভিপ্ৰায় "তপসা ৰাগো ৱিশুধ্যতি"। সেই কাৰণেই অৰূপহাৰ্য্য শঙ্কৰক পাবলৈ গৌৰীৰ তপস্যাৰ প্ৰয়োজন হৈছিল। যিজন জগতৰ কল্যাণৰ কাৰণ তেৱেঁই শঙ্কৰ। মদনৰ উপাসনাৰে বিশ্বৰ সেই কল্যাণ-ৰূপ লাভ নহয়; তেওঁক পাবলৈ ধৰ্ম্মভাৱৰ প্ৰয়োজন। ধৰ্ম্মই সাধনাৰ মূল। কবিয়ে তেওঁৰ কাব্যৰ নায়ক-নায়িকাসমূহৰ প্ৰেমক ধৰ্ম্ম আৰু পৱিত্ৰ ভাৱেৰে পৰিশোধিত কৰিছে। ধৰ্ম্মৰ বিৰুদ্ধে গলেই উপযুক্ত শাসনেৰে শাসিত কৰিছে। ধৰ্ম্মবিৰোধী চৰিত্ৰসমূহলৈ লক্ষ্য কৰিলে কবিক ভগৱদ্গীতাৰ "ধৰ্ম্মাৱিৰুদ্ধো ভূতেষু কামোঽস্মি ভৰতৰ্ষভ" —এই ভগৱদ্উক্তিৰ যেন যথাৰ্থ অনুসৰণকাৰী তাক ভালদৰে বুজা যায়।

এই চৰাচৰ বিশ্বব্ৰহ্মাণ্ডৰ সৃষ্টি-প্ৰক্ৰিয়াৰ প্ৰতি কবিমত অনুসন্ধান কৰিলে বুজিব পাৰি যে কালিদাসে সাংখ্য-যোগশাস্ত্ৰই নিৰ্দ্দেশ কৰা পথকেই সমাদৰ জনাইছে আৰু পৰমাৰ্থ লাভৰ কাৰণে বেদান্ত শাস্ত্ৰত প্ৰতিপাদিত হোৱা ব্ৰহ্মজ্ঞানৰ প্ৰতিয়ে কবিৰ ঐকান্তিক আগ্ৰহ দেখা যায়। কালিদাসৰ মতে ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ অভিন্ন, এক, অদ্বিতীয় তত্ত্ব। "একং সৎ ৱিপ্ৰা ৱহুধা ৱদন্তি"—এই শ্ৰুতি-বচনৰ সত্যতাই কালিদাসৰ ভাৱৰাজ্যত চিৰ বিৰাজমান। সেই কাৰণে তেওঁৰ নাটকৰ নান্দীশ্লোকসমূহক প্ৰথাগত ইষ্টদেৱতাৰ স্তুতি বুলিয়েই ধৰিব নোৱাৰি; কিয়নো সেই স্তুতিসমূহত ব্ৰহ্মাৰ স্বৰূপ বৰ্ণনাৰ স্নিগ্ধ আৱেদন পৱিত্ৰ গম্ভীৰ ভাষাৰে ধ্বনিত হৈ আছে।

পুনৰ্জ্জন্ম আৰু প্ৰাক্তন সংস্কাৰ সম্বন্ধে কবিৰ অভিমত তেওঁৰ কাব্যত সুস্পষ্টভাৱে প্ৰকাশ পাইছে। মহাকাব্য ৰঘুৱংশত ইন্দুমতী আৰু অজৰ মিলনৰ বৰ্ণনাত কবিৰ অভিমত সুস্পষ্টভাৱে প্ৰকাশ পাইছে। ইন্দুমতীৰ স্বয়ম্বৰ সভাত অজৰ দৰে ৰূপে গুণে বয়সে বিত্তাই

সমান' সুপুৰুষ বহু উপস্থিত আছিল, তথাপি ইন্দুমতীয়ে অজক পূৰ্ব্ব-জন্মৰ প্ৰাক্তন সংস্কাৰ অনুসাৰেই স্বামীৰূপে বৰণ কৰিলে: "মনো হি জন্মান্তৰসঙ্গতিজ্ঞম্"।

ভাৰতবৰ্ষৰ সৰ্ব্বশ্ৰেষ্ঠ আদৰ্শ ভোগ আৰু ত্যাগ। ভাৰতবৰ্ষৰ এই মহান আদৰ্শ মহাৰাজ ৰঘু আৰু অজৰ চৰিত্ৰৰ মাজেৰেই সুন্দৰভাৱে অঙ্কিত হৈছে:

যতি পাৰ্থিৱলিঙ্গধাৰিণৌ দদৃশাতে ৰঘুৰাঘৱৌ জনৈঃ।
অপৱৰ্গমহোদয়াৰ্থয়োৰ্ভুৱমংশাৱিৱ ধৰ্ম্ময়োৰ্গতৌ॥

কালিদাস ভাৰতবৰ্ষৰ শ্ৰেষ্ঠ আদৰ্শবাদী। মহাকবিয়ে ভাৰতৰ জাতীয় সংস্কৃতি আৰু সভ্যতাৰ মানচিত্ৰ নিৰ্ম্মাণ কৰি আজিও দেশৰ অদ্বিতীয় কবি হিচাপে ভাৰত আৰু জগৎবাসীৰ শ্ৰেষ্ঠ সমাদৰ লাভ কৰি আছে। সেয়েহে প্ৰাচীন আচাৰ্য্যসকলে কৈছে:

পুৰা কবীনাং গণনাপ্ৰসঙ্গে কনিষ্ঠিকাধিষ্ঠিতকালিদাসা।
অদ্যাপি তত্তুল্যকৱেৰভাৱাদনামিকা সাৰ্থৱতী বভুৱ॥"

পুৰণি কালত কবিসকলৰ গণনা কৰা সময়ত কালিদাসে কেঞা আঙুলিত স্থান লভিলে। আজিও তেওঁৰ দৰে কবিৰ অভাৱত কেঞা আঙুলিৰ ওচৰৰ আঙুলিটো অধিকাৰ নোহোৱাত সেই আঙুলিৰ নামটো (অনামিকা) সাৰ্থক হৈয়ে ৰল।

ইয়াৰপৰাও বুজা যায় যে কালিদাসে আজিও ভাৰতীয় সাহিত্যত এক বিশেষ স্থান অধিকাৰ কৰি আছে।

এই গ্ৰন্থ প্ৰণয়নৰ মূলত বিশেষভাৱে উৎসাহ আৰু উদগনি পাইছিলোঁ ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাদেৱৰপৰা। পুথিখন হাতে লিখা অৱস্থাতে আদিৰপৰা অন্তলৈ পঢ়ি অকাতৰে আৰু নিঃস্বাৰ্থভাৱে ইয়াৰ ভুল-ভ্ৰান্তি, ত্ৰুটি-বিচ্যুতি বহুপৰিমাণে সংশোধন কৰি ইয়াক প্ৰকাশ কৰাৰ চেষ্টাও তেখেতে কৰিছিল, কিন্তু লিখকৰ দুৰ্ভাগ্যবশতঃ তেখেতৰ জীৱনকালত নানা কাৰণে সি সম্ভৱ হৈ নুঠিল; লিখক তেখেতৰ অকৃত্ৰিম স্নেহৰ ওচৰত চিৰ-কৃতজ্ঞ, চিৰ-ঋণী। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ প্ৰধানাধ্যাপক ডক্টৰ যোগীৰাজ বসু এম. এ. (ট্ৰিপল্), পি. এইচ. ডি. আৰু অসমীয়া বিভাগৰ জৱহৰলাল নেহৰু অধ্যাপক ডক্টৰ মহেশ্বৰ নেওগ, এম. এ, ডি. ফিল.-এ এই পুথি

সম্পাদনত নানা দিহা-পৰামৰ্শ দি সহায় কৰাত উভয়ৰে ওচৰত কৃতজ্ঞ হৈ থাকিলো ; বিশেষকৈ পুথিৰ ছপা কাৰ্য্যত ডক্টৰ নেওগদেৱৰ উদাৰ সহায়তা আৰু, পুথিখনি হাতে লিখা অৱস্থাতে চকু ফুৰাই চাইচিতি দিয়া বন্ধু দেৱৰ অকাতৰ শ্ৰমৰ শলাগ ললোঁ। এই পুথিৰ প্ৰুফ আদি চাই নানাভাৱে সহায় কৰা বন্ধুবৰ শ্ৰীকেশৱ মহন্ত, এম. এ. আৰু শ্ৰীভৱপ্ৰসাদ চলিহা এম এ., এল. এল. বি লৈ কৃতজ্ঞতা জনালোঁ। শেষত অসম প্ৰকাশন পৰিষদৰ সৌজন্য আৰু পৰিষদ-সচিব শ্ৰীচন্দ্ৰপ্ৰসাদ শইকীয়া এম. এ. ডাঙৰীয়াৰ গুণগ্ৰাহিতাৰ কথা চিৰদিন স্মৰণ থাকিব ; উভয়েৰে প্ৰতি মোৰ আন্তৰিক কৃতজ্ঞতা জ্ঞাপন কৰিলোঁ।

কিতাপখন যত্ন-সহকাৰে ছপা কৰি উলিয়াই দিয়াৰ কাৰণে নৱজীৱন প্ৰেছৰ গৰাকী শ্ৰীকালীচৰণ পাল আৰু ছপাশালৰ সদৌ কৰ্ম্মীলৈ এই ছেগতে আন্তৰিক ধন্যবাদ জনালোঁ।

এই পুথিয়ে সহৃদয় পাঠক-পাঠিকাৰ আদৰ পালে লিখকে নিজৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিব। ইতি—

গুৱাহাটী বিশ্ববিদ্যালয়
১৫ জুন ১৯৬৯

শ্ৰীযোগেশ্বৰ শৰ্ম্মা

# সূচীপত্ৰ

## প্ৰথম অধ্যায়

# কালিদাস আৰু তপস্যা

### এক

পুণ্যশ্লোক কালিদাসৰ জন্মই ভাৰতৰ কোন অংশ কেতিয়া পৱিত্ৰ কৰি তুলিছিল তাক সঠিককৈ কোৱা টান। ঐতিহাসিকৰ মাজতো এই বিষয়ে যথেষ্ট মতভেদ আছে। এই প্ৰসঙ্গত বিশ্বকবি ৰবীন্দ্ৰনাথে কৈছে :

> হায়ৰে কবে কেটে গেছে কালিদাসেৰ কাল।
> পণ্ডিতেৰা বিবাদ কৰে লয়ে তাৰিখ সাল॥

কালিদাসৰ জন্মলগ্ন নিৰ্ভুলভাৱে স্থিৰ কৰিব নোৱাৰিলেও ভাৰতৰ ঐতিহাসিক পৰিস্থিতিয়ে তেওঁক এটা বিশেষ যুগৰ লোক বুলি নিৰ্দ্দেশ কৰে।

ভাৰতীয় সভ্যতাৰ উত্থান-পতনৰ মূলত দুটা সক্ৰিয় শক্তিৰ প্ৰভাৱ লক্ষ্য কৰিব পাৰি—তাৰ ভিতৰত এটা সাম্ৰাজ্য আৰু আনটো ধৰ্ম্ম। প্ৰাচীন বৌদ্ধ-সভ্যতাৰ মূলত মৌৰ্য্য-সাম্ৰাজ্য আৰু বৌদ্ধ-ধৰ্ম্ম। পৰবৰ্ত্তী যুগৰ হিন্দুসভ্যতাৰ পুনৰুত্থানৰ মূলতো গুপ্ত-সাম্ৰাজ্য আৰু হিন্দু-ধৰ্ম্ম। পিছৰ পুৰাণৰ যুগতেই হিন্দু সংস্কৃতি আৰু সভ্যতা নতুন ৰূপ লৈ সগৌৰৱে পুনৰ জগতৰ সম্মুখত থিয় হ'ল। বৈদিক [illegible] ঠাইত পৌৰাণিক ধৰ্ম্মই সমাজত প্ৰতিপত্তি লাভ কৰিলে। পৌৰাণিক আদৰ্শই জীৱনৰ আদৰ্শ হৈ পৰিল।

কালিদাস এই গুপ্তসাম্রাজ্যৰে সৰ্ব্বোৎকৃষ্ট অলঙ্কাৰ। গুপ্তবংশীয় সম্রাট দ্বিতীয় চন্দ্রগুপ্ত বা বিক্রমাদিত্যৰ ৰাজত্বকালতে মহাকবি কালিদাসৰ আৱিৰ্ভাৱ হৈছিল বুলি পণ্ডিতসকলে অনুমান কৰে।

কবিশ্রেষ্ঠ কালিদাস সম্রাট বিক্রমাদিত্যৰ ৰাজসভাৰ নৱৰত্ন মনীষীৰ উজ্জ্বলতম ৰত্ন। ৰজা বিক্রমাদিত্য যিদৰে গুপ্তবংশীয় সম্রাটসকলৰ ভিতৰত সৰ্ব্বশ্রেষ্ঠ, সেইদৰে কবি কালিদাসো হিন্দুসভ্যতাৰ পুনৰুত্থান-মহাব্রতৰ হোতাসকলৰ ভিতৰত সৰ্ব্ব-প্ৰধান। "যোগ্যং যোগ্যেন যোজয়েৎ" এই নীতি-বচন অনুসাৰে কালিদাসক বিক্রমাদিত্যৰ লগত যোগ কৰা এক প্ৰকাৰ যুক্তি-যুক্তই বুলিব পাৰি।

ভাৰতৰ চিৰ-প্ৰচলিত জনশ্ৰুতিয়ে মহাকবি কালিদাসক তেওঁৰ জীৱনৰ আগছোৱাত মূৰ্খ বুলি অভিহিত কৰি আহিছে। এই প্ৰসঙ্গত বিশ্বকবি ৰবীন্দ্ৰনাথৰ উক্তি বিশেষ মন কৰিব লগীয়া: "বাল্মীকি নিষ্ঠুৰ দস্যু ছিলেন এবং কালিদাস অৰসিক মূৰ্খ ছিলেন, এই উভয়েৰ একই তাৎপৰ্য। বাল্মীকিৰ ৰচনায় দয়াপূৰ্ণ পবিত্ৰতা এবং কালিদাসেৰ ৰচনায় ৰসপূৰ্ণ বৈদগ্ধ্যেৰ অদ্ভুত অলৌকিকতা প্ৰকাশ কৰিবাৰ জন্য ইহা চেষ্টা মাত্ৰ।" [১]

পত্নীৰ দ্বাৰা অপমানিত হৈ কবি কালিদাসে ঐকান্তিক ভক্তিৰে কালীৰ আৰু কোনো কোনোৰ মতে সৰস্বতীৰ আৰাধনা কৰি অসাধাৰণ পাণ্ডিত্য লাভ কৰা প্ৰবাদো শুনা যায়। কালিদাসৰ এইভাৱে পাণ্ডিত্যলাভ তেওঁৰ পত্নীৰ মনতেই সন্দেহৰ বিষয় হোৱা স্বাভাৱিক, সেই কথা কবিয়ে প্ৰয়োগ কৰা প্ৰথম বাক্যৰপৰাই পত্নীয়ে অনুমান কৰে। গতিকে কবিৰ প্ৰথম উচ্চাৰিত বাক্য "অস্তি কশ্চিদ্ বাগ্‌বিশেষঃ" ইয়াৰ প্ৰতিটি শব্দেৰে একোখন সুকীয়া কাব্য ৰচনা কৰি কবি কালিদাসে পত্নীৰ সন্দেহ ভঞ্জন

১ সাহিত্য, পৃষ্ঠা ১৭৫

কৰিব লগীয়া হ'ল। এইদৰে কবিয়ে কুমাৰ-সম্ভৱ, মেঘদূত আৰু ৰঘুবংশ—এই তিনিখন কাব্য ৰচনা কৰে, আৰু এই কাব্যত্ৰয়ৰ প্ৰথম শব্দ যথাক্ৰমে 'অস্তি'[১], 'কশ্চিৎ'[২] আৰু 'বাক্'[৩]।

## দুই

কালিদাস আৰু তপস্যা সম্বন্ধীয় প্ৰসঙ্গত কবিৰ চাৰিখন কাব্য, যথা, (১) কুমাৰ-সম্ভৱ (২) মেঘদূত (৩) ৰঘুবংশ আৰু (৪) অভিজ্ঞানশকুন্তলাৰ আলোচনাৰ প্ৰয়োজন।

এইখিনিতে বিশেষভাৱে মন কৰিব লগীয়া যে কুমাৰ-সম্ভৱৰ নায়ক-নায়িকা দেৱতা আৰু ঘটনাস্থল দেৱলোক—কালিদাসে দেৱতাৰ চৰিত্ৰ লৈয়ে কুমাৰ-সম্ভৱ ৰচনা কৰিছে যদিও পাঠকৰ অন্তৰত অলৌকিক দেৱতাৰ ভাৱ জগাই মূল কাব্য-ৰসধাৰাক নীৰস কৰা নাই।

মেঘদূত কাব্যৰ নায়ক যক্ষ—দেৱতাও নহয়, মানুহো নহয়; তেওঁ গন্ধৰ্ব্ববিশেষ আৰু ঘটনাস্থল গন্ধৰ্ব্বলোক।

ৰঘুবংশৰ নায়ক প্ৰকৃত মানুহ, স্থান মনুষ্যলোক। কবিয়ে এই

---

১ অস্ত্যুত্তৰস্যাং দিশি দেৱতাত্মা
হিমালয়ো নাম নগাধিৰাজঃ।
পূৰ্ব্বাপৰৌ তোয়নিধী ৱগাহ্য
স্থিতঃ পৃথিব্যা ইৱ মানদণ্ডঃ॥

২ কশ্চিৎকান্তাৱিৰহগুৰুণা স্বাধিকাৰপ্ৰমত্তঃ
শাপেনাস্তংগমিতমহিমা ৱৰ্ষভোগ্যেণ ভৰ্ত্তুঃ।
যক্ষশ্চক্ৰে জনকতনয়াস্নানপুণ্যোদকেষু
স্নিগ্ধচ্ছায়াতৰুষু ৱসতিং ৰামগিৰ্য্যাশ্ৰমেষু॥

৩ ৱাগৰ্থাৱিৱ সম্পৃক্তৌ ৱাগৰ্থপ্ৰতিপত্তয়ে।
জগতঃ পিতৰৌ ৱন্দে পাৰ্ব্বতীপৰমেশ্বৰৌ॥

তিনিখন গ্ৰন্থত তিনি ভুৱনৰ তিনি প্ৰকাৰ চৰিত্ৰ অঙ্কিত কৰিছে আৰু অৱশেষত অভিজ্ঞানশকুন্তলম্ নাটকত পৃথিৱী আৰু স্বৰ্গৰ মিলন ঘটাইছে।

কালিদাসৰ তপস্যা সম্বন্ধেও লক্ষ্য কৰিব লগীয়া এই যে, কুমাৰ-সম্ভৱ, মেঘদূত আৰু ৰঘুৱংশৰ তপস্যাৰ স্বৰূপ যথাক্ৰমে অনুষ্ঠানমূলক, অনুশোচনামূলক আৰু পৰিচৰ্য্যামূলক। সাধাৰণভাৱে অৱশ্যে তপস্যাৰ এই ত্ৰিবিধ স্বৰূপেই দৃষ্টিগোচৰ হয়। কিন্তু কবিয়ে অভিজ্ঞানশকুন্তলম্ নাটকত নায়ক-নায়িকা উভয়ৰ চৰিত্ৰৰ যোগেদি অনুশোচনাকেই শ্ৰেষ্ঠ তপস্যা বুলি প্ৰতিপন্ন কৰিছে।

তপস্যাৰ সাধাৰণ অৰ্থ সাধনা বা আৰাধনা। এই তপস্যাই ভাৰতীয় সভ্যতাৰ মূলমন্ত্ৰ। বিশ্বসংসাৰ সৃষ্টিৰ পূৰ্ব্বে প্ৰজাপতি তপস্যাত আছিল—"স তপোঽতপ্যত"।[১]

উপনিষদৰ প্ৰকৃষ্ট জ্ঞান লাভ কৰিবলৈ প্ৰয়োজন হৈছিল এই তপস্যাৰ। "তপসা ব্ৰহ্ম বিজিজ্ঞাসস্ব"[২]: তপস্যাৰ দ্বাৰা ব্ৰহ্মক জানিবলৈ ইচ্ছা কৰা।

বিশ্বসৃষ্টিৰ আদি সৃষ্টবস্তু ঋত আৰু সত্য তপস্যাৰপৰাই প্ৰথম প্ৰকাশ পায়—"ঋতং চ সত্যং চাভীদ্ধাত্তপসোঽধ্যজায়ত"।[৩] এই তপস্যা বা সাধনা নহ'লে মানুহে জীৱনৰ পৰম আকাঙ্ক্ষিত বস্তু লাভ কৰিব নোৱাৰে—"সত্যেন লভ্যস্তপসা হ্যেষ আত্মা"।[৪] তপস্যাৰে সেই পৰমাত্মাৰ সাক্ষাৎকাৰ বা দৰ্শন সম্ভৱ হয়। তপস্যাই স্বৰ্গ লাভৰ সোপান-স্বৰূপ—"তপসা যে অনাধৃষ্যা তপসা যে স্বৰ্যযুঃ।" জীৱনত কৃতকাৰ্য্য হ'বলৈ, অভিলষিত ফল লাভ কৰিবলৈ, পৰম সত্য উপলব্ধি কৰিবলৈ ভাৰতৰ প্ৰাচীন ঋষি-মুনিসকলে যি পথ

১ তৈত্তিৰীয়োপনিষৎ ২।৬

২ তৈত্তিৰীয়োপনিষৎ ৩।২

৩ ঋক্‌বেদ ১০।১০৯।১

৪ মুণ্ডকোপনিষৎ ৩।১।৫

নিৰ্দ্দেশ কৰি গৈছে সেই পথেই হৈছে তপস্যাৰ পথ বা সাধনাৰ পথ। এই তপস্যাৰ প্ৰভাৱত মানুহে ভূত, ভৱিষ্যৎ আৰু বৰ্ত্তমান সকলোৰে জ্ঞান লাভ কৰিব পাৰে—"তপঃ প্ৰভাৱাৎ প্ৰত্যক্ষং সৰ্ব্বমেৱ তত্ৰভৱতঃ"।[১] তপস্যাৰ প্ৰভাৱত বিশেষ শক্তিও আহৰণ কৰিব পাৰি—"শমপ্ৰধানেষু তপোধনেষু গূঢ়ং হি দাহাত্মকমস্তি তেজঃ"।[২] ভাৰতৰ ঋষি-মুনিসকলে অলেখ আখ্যান-উপাখ্যানৰ যোগে তপস্যাৰ মাহাত্ম্য প্ৰকাশ কৰি গৈছে। মহাকবি কালিদাসেও তেওঁৰ কাব্যৰ মাজেৰে তপস্যাৰ মহিমা বিস্তাৰ কৰিছে। কবিয়ে তেওঁৰ কাব্যৰ চৰিত্ৰসমূহৰ যি সাধনা বা তপস্যাৰ বৰ্ণনা কৰিছে সি কেৱল কবিৰ স্বকীয় কল্পনাপ্ৰসূত নহয়; তেওঁ ব্যক্তিগত সাধনাৰে জীৱন সাফল্যমণ্ডিত কৰা ৰজা হৰিশ্চন্দ্ৰ, নল-দময়ন্তী, সাৱিত্ৰী-সত্যৱান আদি চিৰস্মৰণীয় পুৰুষ-মহিলাসকলৰ জীৱন-চৰিতৰ দ্বাৰাও অনুপ্ৰাণিত হৈছিল। পুৰাণৰ যুগৰ সভ্যতাৰ বীজমন্ত্ৰই হ'ল সাধনা বা তপস্যা। এই যুগ-প্ৰভাৱেৰে কবি প্ৰভাৱান্বিত। ক্ৰান্তদৰ্শী কালিদাসে কেৱল নিজেই এই সত্য উপলব্ধি কৰি ক্ষান্ত থকা নাই; সেই সত্যক কাব্যৰ যোগে প্ৰকাশ কৰি ভাৰতবাসীৰ জ্ঞানৰ পথ সহজ আৰু সুগম কৰি দিছে। সাধনাৰ মাহাত্ম্য প্ৰকাশ কৰিবলৈ কবিয়ে তেওঁৰ কাব্যৰ কোনো চৰিত্ৰক অৱস্থাবিশেষে অভিশাপগ্ৰস্ত কৰিছে, কিন্তু সেই চৰিত্ৰক ধ্বংস হৈ যাবলৈ দিয়া নাই। অভিশাপৰপৰা নিষ্কৃতি পাবলৈ কবিয়ে কেৱল সাধনাৰ পথকেই তেওঁৰ সম্মুখত দাঙি ধৰিছে। অভিশাপতকৈও গুৰুতৰ কিবা বিপদ যদি মানুহৰ জীৱনত উপস্থিত হয়, তাৰো শক্তি বোধ কৰিবলৈ মানুহ সক্ষম—যদিহে তেওঁৰ জীৱনত থাকে আত্ম-সংযম, একাগ্ৰতা আৰু সাধনা বা তপস্যা। কালিদাসীয় সাহিত্যৰ বীজমন্ত্ৰ আত্মসংযম, কৰ্ত্তব্যনিষ্ঠা আৰু কঠোৰ সাধনা।

১ শকুন্তলা—৭ম অঙ্ক

২ শকুন্তলা—২।৭

জাগতিক ঘাত-প্ৰতিঘাত, দুঃখ-দৈন্য, জ্বালা-যন্ত্ৰণা অতিক্ৰম কৰিবলৈ হ'লে সততে প্ৰয়োজন কঠোৰ সাধনাৰ। আত্ম-সংযমী পূৰ্ণ শান্তি আৰু পূৰ্ণ প্ৰজ্ঞাৰ অধিকাৰী।

## তিনি

কবি কালিদাসৰ এই সত্য উপলব্ধি তেওঁৰ কাব্যত কিভাৱে প্ৰকাশ পাইছে সেই সম্বন্ধে প্ৰথমেই তেওঁৰ অমৰ কাব্য কুমাৰ-সম্ভৱৰ আলোচনা কৰা হওক।

"হিমালয়ৰ কন্যা পাৰ্ব্বতী পূৰ্ব্বজন্মত দক্ষকন্যা সতী আছিল। তেওঁ আছিল মহাদেৱৰ ভাৰ্য্যা আৰু সাক্ষাৎ আদ্যাশক্তি। দক্ষযজ্ঞত সতীয়ে দেহত্যাগ কৰাৰ পিছত মহাদেৱ শক্তিহীন হৈ সেই হেৰোৱা শক্তিক পুনৰ লাভ কৰিবলৈ তপস্যাত ৰত হ'ল—"কেনাপি কামেন তপশ্চচাৰ।"[১]

মহাদেৱৰ লগত বিবাহ দিবৰ উদ্দেশ্যে হিমালয়ে তেওঁৰ বিবাহ-যোগ্যা কন্যা পাৰ্ব্বতীক মহাদেৱৰ শুশ্ৰূষাত নিয়োগ কৰিলে। পাৰ্ব্বতীও শুশ্ৰূষা কৰোঁতে মহাদেৱৰ প্ৰতি একান্ত আসক্তা হৈ পৰিল। সেই সময়ত তাৰক নামে অসুৰ এজনৰ দ্বাৰা দেৱতা-সকল উৎপীড়িত হৈছিল; সেই উৎপীড়নৰপৰা অব্যাহতিৰ সম্ভৱ আছিল মহাদেৱৰ পুত্ৰৰ দ্বাৰা। কিন্তু পাৰ্ব্বতীৰ লগত বিবাহ নহ'লে মহাদেৱৰ পুত্ৰ জন্ম অসম্ভৱ; সেই কাৰণে, দেৱতাসকলে মহাদেৱৰ তপস্যা ভঙ্গ কৰি পাৰ্ব্বতীৰ লগত সোনকালে বিবাহ-কাৰ্য্য সম্পাদন কৰিবলৈ মদনক পঠিয়াই দিলে। মদন মহাদেৱৰ সমাধি ভঙ্গ কৰিবলৈ হিমালয়ত উপস্থিত। তেওঁৰ সহচৰ হ'ল জগতৰ চিত্ত-উন্মাদনাৰ প্ৰধান কাৰণ ৰতি, তেওঁৰেই প্ৰিয়পত্নী।

অকালতে হিমালয়ত ঋতুৰাজ বসন্তই দেখা দিলে। বহিৰ্জ্জগতৰ

---

১ কুমাৰ-সম্ভৱ ১।৫৭

অর্থাৎ প্রাকৃতিক সৌন্দর্য্য-বিকাশৰ ভাৰ বসন্তৰ; অন্তৰ্জ্জগতৰ বিক্ষোভ সৃষ্টিৰ ভাৰ মদন আৰু ৰতিৰ।

পাৰ্ব্বতীৰ ৰূপ-সৌন্দৰ্য্যেৰে মহাদেৱক বিমোহিত কৰায়ে মদনৰ প্ৰধান উদ্দেশ্য--বিবাহ অপ্ৰধান, গৌণ। দৈহিক মিলনতকৈ যে আত্মিক সংযোগেই বিবাহৰ শ্ৰেষ্ঠ উদ্দেশ্য, সেইটো বিচাৰ কৰা মদনৰ এতিয়া অৱসৰেই বা ক'ত!

মুহূৰ্ত্তৰ ভিতৰতে সেই শান্ত স্নিগ্ধ তপোৱন বিলাসীৰ উপবনত পৰিণত হ'ল। বসন্তৰ আগমনত হিমালয়ৰ আশালতা প্ৰস্ফুটিত হ'ল। পাৰ্ব্বতীয়ে ভাবিলে, দূৰৈৰ গঙ্গা সম্মুখত উপস্থিত। নৱোদিত বসন্তৰ নতুন আভৰণেৰে ফুলৰ সাজ পিন্ধি "সঞ্চাৰিণী পল্লৱিনী লতেৱ" নিজ কৰ্ত্তব্যচ্যুত হৈ পাৰ্ব্বতী মহাদেৱৰ সম্মুখলৈ আহিল। বসন্ত বাহ্য সৌন্দৰ্য্যৰ অধীশ্বৰ, মদন অন্তৰৰ বিলাসমগ্ন অধিপতি আৰু ৰতি বাহ্য-অন্তৰ উভয়ৰে সঞ্জীৱনী শক্তি। মুহূৰ্ত্তৰ কাৰণে হলেও এই ত্ৰিমূৰ্ত্তিৰ সমাৱেশে নিবাত-নিষ্কম্প অগ্নিশিখাৰ দৰে যোগমগ্ন ত্ৰিনয়নৰ অন্তৰত প্ৰতিক্ৰিয়াৰ সৃষ্টি কৰিলে। তেওঁৰ ধ্যান ভঙ্গ হ'ল। চকু মেলিয়েই অপূৰ্ব্ব সাজ-সজ্জাৰে বিভূষিতা পাৰ্ব্বতীক দেখিলে, দূৰত পুষ্পধনু লৈ স্বয়ং মদন। ক্ৰুদ্ধ হৈ মহাদেৱে তৃতীয় নেত্ৰৰ বহ্নিৰে মদনক ভস্মসাৎ কৰিলে— "ভস্মাৱশেষং মদনং চকাৰ।"[১]

মহাদেৱে পাৰ্ব্বতীক প্ৰত্যাখ্যান কৰিলে। পাৰ্ব্বতীৰ পাৰ্থিৱ ৰূপ-সম্পদেই মূৰ্ত্তিমান মদন-ৰূপত ভস্মীভূত হ'ল। পাৰ্ব্বতীৰ চতুৰ্দ্দিশ শূন্য হৈ পৰিল। ভগ্নমনোৰথ হৈ পাৰ্ব্বতী পিতৃগৃহলৈ উভতিল—"শূন্যা জগাম ভৱনাভিমুখী কথঞ্চিৎ"।[২] কবি কিন্তু ইমানতেই ক্ষান্ত নাথাকিল; নিজ কৰ্ত্তব্যচ্যুত পাৰ্ব্বতীক তেওঁৰ

---

১ কুমাৰ-সম্ভৱ ৩।৭২

২ কুমাৰ-সম্ভৱ ৩।৭৫

নিজৰ অপৰাধৰ কাৰণে অনুতাপেৰে দগ্ধ কৰি তুলিলে। পাৰ্ব্বতীয়ে নিজেই নিজৰ ৰূপ-লাৱণ্যক তিৰস্কাৰ কৰিলে :

তথা সমক্ষং দহতা মনোভবং পিনাকিনা ভগ্নমনোৰথা সতী।
নিনিন্দ ৰূপং হৃদয়েন পাৰ্ব্বতী প্ৰিয়েষু সৌভাগ্যফলা হি চাৰুতা ॥[১]

পিনাকীয়ে হিমাদ্ৰি-কন্যা উমাৰ সম্মুখতে কন্দৰ্পক ভস্মীভূত কৰাত ব্যৰ্থমনোৰথ হৈ তেওঁ মনে মনে নিজৰ ৰূপক ধিক্কাৰ দিবলৈ ধৰিলে। হৃদয়বল্লভৰ মন আকৰ্ষণ কৰিব পৰাই নাৰী-সৌন্দৰ্য্যৰ সাৰ্থকতা।

কালিদাসে পাৰ্ব্বতীক দগ্ধ কৰি, মদনৰ চিতা-জুইত নিশ্চিহ্ন হৈ যাবলৈ দিয়া নাই। কবিয়ে পাৰ্ব্বতীক দৰ্শালে যে তেওঁ মহাদেৱক স্বামীৰূপে পাবলৈ যি পথ অনুসৰণ কৰিলে সি পাৰ্থিৱ প্ৰণয়ৰ কাৰণে প্ৰযোজ্য ; কিন্তু কাম-গন্ধশূন্য অলৌকিক প্ৰণয় লাভৰ পথ ভিন্ন। আনৰ সাধনা ভঙ্গ কৰি নিজৰ কামনা পূৰণ অনৰ্থৰ মূল। অমঙ্গল উপায়েৰে মঙ্গল কামনা বৃথা। সেয়েহে পাৰ্ব্বতী নিজৰ পিতৃ-মাতৃ সকলোকে পৰিত্যাগ কৰি পৱিত্ৰ প্ৰণয়ৰ অভিলাষিণী হৈ কঠোৰ তপস্বিনী হ'বলৈ বাধ্য হ'ল। শেষত পাৰ্ব্বতীৰ তপস্যাই একমাত্ৰ অৱলম্বন হ'ল। পাৰ্ব্বতীয়ে এতিয়া নিজৰ সৌন্দৰ্য্যৰ সাৰ্থকতা কামনা কৰিলে তপস্যাৰে, মদনৰ সহায়েৰে নহয় :

ইয়েষ সা কৰ্ত্তুমবন্ধ্যৰূপতাং সমাধিমাস্থায় তপোভিৰাত্মনঃ।
অৱাপ্যতে বা কথমন্যথা দ্বয়ং তথাবিধং প্ৰেম পতিশ্চ তাদৃশঃ ॥[২]

পাৰ্ব্বতীয়ে পুনৰ ঐকান্তিকভাৱে কঠোৰ তপস্যাৰে নিজৰ সৌন্দৰ্য্যক সফল কৰিবলৈ প্ৰাণপণে চেষ্টা কৰিলে। এনেকুৱা প্ৰেম আৰু এনে ধৰণৰ মৃত্যুঞ্জয় পতিক তপস্যাৰ বাহিৰে জানো লাভ কৰা সম্ভৱ ?

---

১ কুমাৰ-সম্ভৱ ৫।১

২ কুমাৰ-সম্ভৱ ৫।২

পাৰ্ব্বতীয়ে বঢ়িয়াকৈ বুজিলে যে সেই "অৰূপহাৰ্য্য···পিনাক-পাণিম্" দেৱাদিদেৱক পতিৰূপে পাবলৈ হ'লে, সেই পৰম পবিত্ৰ প্ৰেম, সেই অভিন্ন বা একাত্মক প্ৰেম-সম্পদ লভিবলৈ হ'লে প্ৰয়োজন ঐকান্তিক তপস্যাৰ "তথাৱিধং প্ৰেম পতিশ্চ তাদৃশঃ"—পাৰ্থিৱ সৌন্দৰ্য্যৰাশিৰে অপাৰ্থিৱ, অলৌকিক প্ৰেম লাভ কৰা সম্ভৱপৰ নহয়। পাৰ্থিৱ প্ৰণয়েৰে জৰা-মৰণশীল পতিক পোৱা যায়; অলৌকিক প্ৰণয়েৰে হে মৃত্যুঞ্জয়ক জয় কৰিব পাৰি। ৰাজসুখ, ভোগ-বিলাস, সকলোকে নেওচা দি, সেই অৰূপহাৰ্য্য অমৰেশ্বৰক পতিৰূপে পাবলৈ অভিমানিনী উমা যি কঠোৰ তপস্যাত মগ্ন হ'ল তাকে দেখি বিশ্ব মুগ্ধ আৰু স্তম্ভিত। কুমাৰ-সম্ভৱৰ টীকাকৰ্ত্তা মল্লিনাথে এই প্ৰসঙ্গতে ধৰ্ম্মশাস্ত্ৰৰ বচন উদ্ধৃত কৰি তপস্যাৰ মহিমা দেখুৱাইছে:

যদ্দুষ্কৰং যদ্দুৰাপং যদ্দুৰ্গং যচ্চ দুস্তৰম্।
তৎসৰ্ব্বং তপসা প্ৰাপ্যং তপো হি দুৰতিক্ৰমম্॥

এই জগতত তপস্যা বা সাধনাৰ অতীত একো নাই। 'তপো হি দুৰতিক্ৰমম্'—তপস্যাৰ অসাধ্য একো নাই।

পাৰ্ব্বতীয়ে কঠোৰ সাধনাত সিদ্ধি লাভ কৰিলে। কবিয়ে সাধকৰ ওচৰত মহাদেৱক বশ্যতা স্বীকাৰ কৰালে। যি ত্ৰিলোচনে এদিন বসন্তৰ সাজ-সজ্জাৰে বিভূষিতা পাৰ্ব্বতীক প্ৰত্যাখ্যান কৰিছিল সেই দেৱাদিদেৱেই আজি জটাধাৰিণী, তপস্যাকৃশা, নিৰাভৰণা গিৰিৰাজ-তনয়াৰ স্থিৰ সৌন্দৰ্য্য-মূৰ্ত্তিৰ ওচৰত আত্ম-সমৰ্পণ কৰিব লগা হ'ল। মহাদেৱে স্বীকাৰ কৰিলে—"অদ্য প্ৰভৃত্যৱনতাঙ্গি তৱাস্মি দাসঃ"।[১] আজি কৈলাসৰ অধিপতি উগ্ৰ তপস্যাৰ বিনিময়েৰে ক্ৰীতদাস। কল্যাণ ধৰ্ম্মেৰে অভিষিক্তা, অলৌকিক প্ৰেমেৰে অভিভূতা পতিব্ৰতা ৰমণীৰ মঙ্গল মূৰ্ত্তিত ফুটি

১ কুমাৰ-সম্ভৱ ৫।৮৬

উঠিল নাৰী-সৌন্দৰ্য্যৰ অপৰূপ লাৱণ্য। তপস্যাৰ দ্বাৰা কৃশ হ'লেও, বসন্তৰ আভৰণশূন্য হ'লেও সেই সৌন্দৰ্য্য-মূৰ্ত্তিয়ে মহাদেৱক জয় কৰিলে। মহাদেৱৰ অন্তৰত দাৰ-পৰিগ্ৰহৰ আগ্ৰহ জন্মিল ঃ

অভূৎ শম্ভোৰ্ভূয়ান্ দাৰাৰ্থমাদৰঃ।

"পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা"—পুত্ৰৰ কাৰণেই ভাৰ্য্যা গ্ৰহণ কৰা হয়—এয়েই হ'ল ভাৰতৰ আদৰ্শ। অমৰ কবি কালিদাসে কঠোৰ তপস্বিনী পাৰ্ব্বতীৰ অলৌকিক চৰিত্ৰৰ মাজেৰে তাকেই প্ৰতিপন্ন কৰিলে। কবীন্দ্ৰ ৰবীন্দ্ৰৰ ভাষাত ক'বলৈ গ'লে ঃ

"মদন গোপনে শৰ নিক্ষেপ কৰিয়া ধৈৰ্যবাঁধ ভাঙিয়া যে মিলন ঘটাইয়া থাকে তাহা পুত্ৰ জন্মেৰ যোগ্য নহে, সে মিলন পৰস্পৰকে কামনা কৰে, পুত্ৰকে কামনা কৰে না। এইজন্য কবি মদনকে ভস্মসাৎ কৰাইয়া গৌৰীকে দিয়া তপশ্চৰণ কৰাইয়াছেন। এইজন্য কবি প্ৰবৃত্তিৰ চাঞ্চল্যস্থলে ধ্ৰুবনিষ্ঠাৰ একাগ্ৰতা, সৌন্দৰ্য-মোহেৰ স্থলে কল্যাণেৰ কমনীয় দ্যুতি এবং বসন্ত-বিহ্বল বনভূমিৰ স্থলে আনন্দ-নিমগ্ন বিশ্বলোককে দাঁড় কৰাইয়াছেন—তবে কুমাৰ জন্মেৰ সূচনা হইয়াছে।" [২]

মঙ্গল প্ৰতিষ্ঠাৰ প্ৰথম কেন্দ্ৰস্থল গৃহ। গৃহত মঙ্গল ভাৱৰ প্ৰতিষ্ঠা হ'লে সমাজৰ কল্যাণ উপস্থিত হয়। সমাজৰ কল্যাণেই দেশৰ মঙ্গল আৰু শ্ৰীবৃদ্ধিৰ অপৰিহাৰ্য্য অঙ্গ। গতিকে গৃহত প্ৰথম মঙ্গলৰ অভিষেক বিচাৰিলে গৃহস্থৰ পক্ষে সংযম আৰু শাসন, তপস্যা আৰু সাধনাৰ একান্ত প্ৰয়োজন।

---

১ কুমাৰ-সম্ভৱ ৩।১৩

২ প্ৰাচীন সাহিত্য, পৃষ্ঠা ২৮

# চাৰি

সম্প্ৰতি আমি গন্ধৰ্ব্বলোকৰ বিচাৰ কৰোঁ। গন্ধৰ্ব্বলোকতে অলকা নগৰ; তাৰ অধিপতি ধননায়ক কুবেৰ। সেই কুবেৰৰ ভৃত্য কোনো এক যক্ষ। এই যক্ষই মেঘদূতৰ নায়ক। কালিদাসে যক্ষৰ কোনো বিশেষ পৰিচয় দিয়া নাই, কেৱল কুবেৰৰ এজন সাধাৰণ ভৃত্য-স্বৰূপেই অঙ্কিত কৰিছে। নিজৰ প্ৰিয়তমাৰ প্ৰণয়-পাশত আপোন-পাহৰা হৈ যক্ষ নিজ কাম-কাজত দিনে দিনে শিথিল হৈ পৰিছিল। প্ৰণয়িনীৰ প্ৰেমতকৈ কৰ্ত্তব্যৰ দায়িত্ব অধিক। কৰ্ম্মই ধৰ্ম্ম। এই ধৰ্ম্মৰ বিৰুদ্ধে চলিলেই মানুহৰ জীৱনত বিপ্লৱ উপস্থিত হয়। কৰ্ত্তব্যধৰ্ম্মৰ অৱহেলাই পাপ; সেই পাপৰ প্ৰায়শ্চিত্তৰূপে যক্ষৰ ওপৰত কুবেৰৰ অভিসম্পাত পৰিল। তাৰে ফলত যক্ষই নিজৰ প্ৰাণতকৈও স্নেহৰ প্ৰিয়তমাৰে সৈতে অলকা নগৰী পৰিত্যাগ কৰি অকলশৰে ৰামগিৰিৰ আশ্ৰমত আশ্ৰয় লব লগীয়া হ'ল। পৃথিৱীৰ দুঃখ-যন্ত্ৰণাৰ লেশ-মাত্ৰ অলকাত নাই, অলকা নিত্য সুখৰ স্থান। স্বাধিকাৰ-প্ৰমত্ত যক্ষক নিৰ্ব্বাসন-দণ্ডেৰে দণ্ডিত কৰিবলৈ, যক্ষৰ প্ৰমত্ত চিত্তক সংযম-শিকলিৰে শৃঙ্খলিত কৰিবলৈ অলকা উপযুক্ত স্থান নহয়। তদুপৰি যক্ষক এই পৃথিৱীৰ যেই সেই ঠাইত থ'লে তেওঁৰ বিৰহ যন্ত্ৰণা সমুচিত নহ'ব, সেই দেখি কবিয়ে যক্ষক ৰামগিৰিলৈ লৈ আহিল। এই ৰামগিৰিতে শ্ৰীৰামচন্দ্ৰই বনবাসৰ সময়ত সীতাৰে সৈতে কিছু কাল আছিল, যক্ষৰ যেন সেই কথা স্মৰণ কৰাৰ লগে লগে বিৰহ-বেদনাত হৃদয় শতধা বিদীৰ্ণ হৈ যায়, কালিদাসে তাৰেই বন্দবস্ত কৰিলে। দ্বিতীয় কথা, অভিশাপেৰে যক্ষক নিজৰ ক্ষমতা নাশ কৰি দিয়া হৈছে "অস্তং-গমিত-মহিমা" —নহ'লে যক্ষৰ পক্ষে অলকালৈ গৈ প্ৰিয়া-সাক্ষাৎ অসম্ভৱ নহ'ল-হেঁতেন; কিয়নো আকাশ-পথত বিচৰণ কৰা যক্ষৰ স্বভাৱ।

কৰ্ত্তব্যচ্যুত হ'লে মানুহৰ যি পাপ হয় আৰু সেই পাপৰ পৰিণাম স্বৰূপে মানুহে যি যন্ত্রণা ভোগ কৰা উচিত কালিদাসে তাৰেই ব্যৱস্থা কৰিলে। পাপী যক্ষৰ প্রায়শ্চিত্তৰ পৌৰোহিত্য কৰালে — "কান্তা-বিৰহ-গুৰুণা — প্রিয়তমা-বিৰহোপদেশাচার্য্যেন" অর্থাৎ প্রিয়তমা বিৰহৰ উপদেষ্টাৰূপ যিজন গুৰু বা আচার্য্য তেওঁৰ দ্বাৰা। অনুশোচনাৰ অশ্রুজলেৰে বিৰহী যক্ষৰ ব্যথাভৰা অন্তৰৰ মলিনতা ধৌত কৰি পুনঃ পৰম পৱিত্র মিলনৰ পথ উন্মুক্ত কৰিলে। এই অনুশোচনাই তপস্যা বা সাধনাৰ ৰূপান্তৰ মাথোন।

যি উন্মত্ত প্রেমে অকল প্রেয়সীকে কেন্দ্র কৰি বিচৰণ কৰে, যি উন্মত্ত প্রেমে কৰ্ত্তব্যাকৰ্ত্তব্য জ্ঞান দূৰ কৰে, হিতাহিত বিবেচনা লোপ কৰে, সংযম-শিকলিক ছিন্ন-ভিন্ন কৰে, সেই প্রেমে নিচেই অলপ সময়ৰ ভিতৰতে অসহ্য হৈ নিজক দগ্ধ কৰে আৰু সেয়ে নহয়, সি সমস্ত জগতকে তাৰ প্রতিকূলে দণ্ডায়মান কৰে। কল্যাণ ধৰ্ম্মৰ আশা কৰিলে, মাঙ্গলিক ভাৱৰ অভ্যুদয় কামনা কৰিলে, জগতক নিজৰ অনুকূলে পাবলৈ বিচাৰিলে, আত্ম-সংযম, কৰ্ত্তব্য নিষ্ঠা আৰু কঠোৰ সাধনাৰ প্রয়োজন।

মহাকবি কালিদাসে যক্ষক এবছৰ কাল বিৰহ তপস্যাৰ অগ্নিত পৰিশুদ্ধ কৰি পুনঃ মিলনৰ শুভ লগ্ন স্থিৰ কৰিলে। আদর্শবাদী কালিদাসৰ আদর্শ অক্ষুণ্ণ হৈ থাকিল—"তপো হি দুৰতিক্রমম্"।

## পাঁচ

এতিয়া আমি ৰামগিৰিৰপৰা ৰামৰাজ্যত প্রৱেশ কৰিছো। দিলীপ ৰামৰাজ্যৰ আদি ৰজা। তেওঁ ৰঘুৰ পিতা, ৰঘুবংশৰ প্রবৰ্ত্তয়িতা; কালিদাসৰ মহাকাব্য ৰঘুবংশৰ প্রথম বীৰ। সেই দিলীপ সসাগৰা পৃথিৱীৰ অধীশ্বৰ। সকলো প্রকাৰ সুখ-সম্পদ,

ধন-দৌলত, ঐশ্বৰ্য্য-বিভূতিৰে পৰিপূৰ্ণ হ'লেও দিলীপ পুত্ৰ-সুখৰ পৰা বঞ্চিত আছিল। মহাৰাজ দিলীপ দুঃখভৰা হৃদয়েৰে তেওঁ নিঃসন্তান হোৱাৰ কাৰণ জানিবলৈ কুলগুৰু বশিষ্ঠৰ ওচৰ চাপিল। তেওঁৰ লগত আছিল ধৰ্ম্মপত্নী সুদক্ষিণা। দিলীপে আশ্ৰমলৈ গৈ অন্তৰৰ কথা ঋষিক জনালে। দিলীপ অভিশপ্ত বুলি যোগবলেৰে ঋষিয়ে জানিব পাৰিলে—"সোঽপশ্যৎ প্ৰণিধানেন সন্ততেঃ স্তম্ভকাৰণম্"[১]—এই অভিশাপৰ প্ৰভাৱতেই তেওঁ নিঃসন্তান।

কোনো এক সময়ত ইন্দ্ৰৰ কাৰ্য্যত সহায় কৰি নিজ ৰাজধানীলৈ উভতি আহোঁতে মহাৰাজ দিলীপে বশিষ্ঠৰ আশ্ৰমৰ সুৰভিৰ যথাযোগ্য পূজাৰ ত্ৰুটি কৰিছিল। পূজনীয়জনক যথাৰীতি পূজা বা সন্মান দেখুওৱা ভাৰতীয় ৰীতি; ইয়াৰ অন্যথাত বিষম পৰিণাম অৱশ্যম্ভাৱী—"প্ৰতিবধ্নাতি হি শ্ৰেয়ঃ পূজ্যপূজাব্যতিক্ৰমঃ।"[২] পূজনীয়জনৰ প্ৰতি পূজাৰ ত্ৰুটি নিজ কল্যাণৰ অন্তৰায়। সমুচিত সদাচাৰৰপৰা কৰ্ত্তব্যচ্যুত হোৱা অপৰাধত মহাৰাজ দিলীপ অপৰাধী। এই অপৰাধৰ দণ্ডবিধান হ'ল:

অৱজানাসি মাং যস্মাদতস্তে ন ভৱিষ্যতি।
মৎপ্ৰসূতিমনাৰাধ্য প্ৰজেতি ত্বাং শশাপ সা।[৩]

এই অপৰাধৰপৰা নিষ্কৃতি পাবলৈ মহাৰাজ দিলীপৰ তপস্যাৰ প্ৰয়োজন হ'ল। সুৰভিৰ কন্যা নন্দিনীৰ পৰিচৰ্য্যাই এই তপস্যা।

কবি কালিদাসে সম্ৰাট দিলীপৰ এই সামান্য অপৰাধো মাৰ্জ্জনা নকৰিলে। ৰঘুবংশৰ কালিদাস সম্পূৰ্ণভাৱে, ব্যক্তিগত অভিমানশূন্য হ'লেও—"মন্দঃ কৱিযশঃপ্ৰাৰ্থী"[৪]; "ক্ব চাল্পবিষয়ামতিঃ"[৫]; "উদ্বাহুৰিৱ

১ ৰঘুৱংশ ১।৭৪
২ ৰঘুৱংশ ১।৭৯
৩ ৰঘুৱংশ ১।৭৭
৪ ৰঘুৱংশ ১।৩
৫ ৰঘুৱংশ ১।২

ৱামনঃ”[১] ভাৰতীয় সভ্যতাৰ আদৰ্শৰ অভিমান বিবৰ্জ্জিত হোৱা নাই। সেয়েহে ভাৰত-সম্ৰাট দিলীপে সাধাৰণ গৰখীয়া ল'ৰাৰ দৰে গাভীৰ যথেচ্ছ গতিৰ পশ্চাৎ অনুসৰণ কৰিব লগীয়া হ'ল, মন্ত্ৰ-মুগ্ধ সাপৰ দৰে। কালিদাসে সহধৰ্ম্মচাৰিণী যোগ্যপত্নী কল্যাণমূৰ্ত্তি সুদক্ষিণাক দিলীপৰ কাষে কাষে বননিৰ মাজে মাজে সুৰভিৰ পৰিচৰ্য্যাৰ কাৰণে যাবলৈ দিয়া নাই; এজনৰ পাপৰ কাৰণে আন এজনক প্ৰায়শ্চিত্ত কৰোৱা কালিদাসৰ অভিপ্ৰায় নহয়। মহাৰাজ দিলীপক ইমান কঠোৰ শাসন আৰু সংযমেৰে শাসন কৰিও কালিদাস ক্ষান্ত থকা নাই। দিলীপৰ তপস্যাৰ পৰাকাষ্ঠা সেই দিনাই প্ৰমাণ কৰি দেখুৱালে যি দিনা দিলীপে ভাৰতৰ সত্যধৰ্ম্মৰূপী মায়াসিংহৰ ওচৰত গাভীৰ প্ৰাণ ৰক্ষাৰ্থে আত্মবলিদান দিবলৈ প্ৰস্তুত হ'লঃ

স ত্বং মদীয়েন শৰীৰবৃত্তিং
দেহেন নিৰ্ব্বৰ্ত্তয়িতুং প্ৰসীদ।[২]

দেৱতাসকলে ভাৰতীয় আদৰ্শৰ মহিমাত সন্তুষ্ট হৈ পুষ্পবৃষ্টি কৰিলে। সেই স্বৰ্গীয় বৃষ্টিৰে দিলীপৰ অভিশপ্ত শৰীৰ পৰিশুদ্ধ হ'ল, মায়াসিংহ আপোনা-আপুনি অন্তৰ্দ্ধান হ'ল, আৰু দিলীপৰ পৱিত্ৰ নয়নত নন্দিনীৰ স্নেহময়ী জননীমূৰ্ত্তি উদ্ভাসিত হৈ উঠিল। ইমান কঠোৰ সাধনাৰ পিছতো জননীৰ কল্যাণমূৰ্ত্তি জানো নিৰ্ব্বাক হৈ থাকিব পাৰে? সুৰধেনু সুৰভিৰ কন্যা নন্দিনী পৰিতুষ্টা হ'ল—সেয়েহে নন্দিনীও প্ৰকাশ কৰিলে—ঐকান্তিক গুৰুভক্তি আৰু কঠোৰ সাধনাৰে তুমি আজি মোৰ সবাতকৈ প্ৰিয়—হে পুত্ৰ, তোমাৰ অভিলাষ অনুসাৰে বৰ গ্ৰহণ কৰাঁ—“প্ৰীতাস্মি তে পুত্ৰ বৰং বৃণীষ।”[৩] নন্দিনীৰ পৰিচৰ্য্যাৰূপ কঠোৰ তপস্যাৰে কালিদাসে দিলীপক বংশ-প্ৰৱৰ্ত্তক হ'বলৈ সক্ষম কৰালেঃ

১ ৰঘুবংশ ১।৩
২ ৰঘুবংশ ২।৪৫
৩ ৰঘুবংশ ২।৬৩

বংশস্য কৰ্ত্তাৰমনন্তকীৰ্ত্তিং
সুদক্ষিণায়াং তনযং যযাচে।[১]

কীৰ্ত্তিমন্ত সন্তান পাবলৈ আত্ম-সংযম, একাগ্ৰতা আৰু কঠোৰ তপস্যা বা সাধনাৰ যে প্ৰয়োজন ৰঘুবংশৰ মূল বৰ্ণনাত প্ৰবেশ কৰাৰ পূৰ্ব্বেই কালিদাসে সেই কথাৰ সন্ধান দিলে।

## ছয়

এতিয়া অভিজ্ঞানশকুন্তলম্ নাটকত তপস্যাৰ আদৰ্শ আলোচনা কৰা যাওক। মৃগয়াবিহাৰী ৰজা দুষ্যন্তৰ লগত শকুন্তলাৰ গন্ধৰ্ব্ব ৰীতিৰে বিবাহ হোৱা দিনৰপৰা শকুন্তলাই কেৱল ৰজা দুষ্যন্তৰ কথাই ভাবিলে। ৰজাৰ কথা ভাবি ভাবি শকুন্তলাই বহিৰ্জ্জগতৰ জ্ঞান সম্পূৰ্ণ হেৰুৱালে। অন্য কি, পিতাকে দি যোৱা অতিথি সংকাৰ কৰ্ত্তব্যৰ জ্ঞানো তেওঁৰ অন্তৰৰপৰা অন্তৰ্দ্ধান হ'ল। শকুন্তলাৰ দেহ-মন-প্ৰাণ কেৱল দুষ্যন্তময় হৈ পৰিল। কৰ্ত্তব্যজ্ঞান-হীনতা যে গুৰুতৰ অপৰাধ সেই কথা তেওঁৰ মনত কেনেকৈ থাকিব ?

শকুন্তলাৰ প্ৰথম অতিথি মহাৰাজ দুষ্যন্ত। সেইজনা অতিথিৰ প্ৰতি শকুন্তলাৰ অতিথি-সেৱা আৰু আগ্ৰহ দেখি আমি তেওঁক প্ৰশংসা নকৰি নোৱাৰোঁ। শকুন্তলাৰ দ্বিতীয় অতিথি মহৰ্ষি দুৰ্ব্বাসা। ঋষি-মুনিক অতিথিৰূপে শুশ্ৰূষা কৰিবলৈ পোৱা কাচিৎহে ভাগ্যত ঘটে। স্বয়ং সমাগত এনেহেন অতিথিৰ প্ৰতি আশ্ৰমধৰ্ম্মী শকুন্তলাৰ কৰ্ত্তব্য অতি মহান আৰু গুৰুতৰ; কিন্তু সেই অতিথিৰ প্ৰতি শকুন্তলাৰ আজি দৃষ্টি নপৰা হ'ল। শকুন্তলাৰ এই অপৰাধ

১ ৰঘুবংশ ২।৬৪

অমাৰ্জ্জনীয়; কিয়নো শকুন্তলা আজি বিবাহিতা স্ত্ৰী, ভৱিষ্যত ভাৰতৰ সম্ৰাজ্ঞী আৰু ভাবী ৰাজচক্ৰৱৰ্ত্তীৰ জননী। তথাপি শকুন্তলাৰ এই বালিকাসুলভ অপৰাধ মাৰ্জ্জনা কৰিবলৈকো কালিদাসৰ অন্তৰত অনুকম্পা নাজাগিল। শকুন্তলাৰ প্ৰতি কালিদাসে বিহা ব্যৱস্থাক সমৰ্থন কৰি বিশ্বকবি ৰবীন্দ্ৰনাথে কয়ঃ

"যে প্ৰেমেৰ কোনো বন্ধন নাই, কোনো নিয়ম নাই, যাহা অকস্মাৎ নৰনাৰীকে অভিভূত কৰিয়া সংযমদুৰ্গেৰ ভগ্ন প্ৰাকাৰেৰ উপৰ আপনাৰ জয়ধ্বজা নিখাত কৰে, কালিদাস তাহাৰ শক্তি স্বীকাৰ কৰিয়াছেন, কিন্তু তাহাৰ কাছে আত্মসমৰ্পণ কৰেন নাই। তিনি দেখাইয়াঁছেন, যে অন্ধ প্ৰেম সম্ভোগ আমাদিগকে স্বাধিকাৰ প্ৰমত্ত কৰে তাহা ভৰ্তৃশাপেৰ দ্বাৰা খণ্ডিত, ঋষিশাপেৰ দ্বাৰা প্ৰতিহত ও দেবৰোষেৰ দ্বাৰা ভস্মসাৎ হইয়া থাকে। শকুন্তলাৰ কাছে যখন আতিথ্য ধৰ্ম কিছুই নহে, দুষ্মন্তই সমস্ত, তখন শকুন্তলাৰ সে প্ৰেমে আৰ কল্যাণ ৰহিল না।"[১]

শকুন্তলা আজি অকল্যাণ ধৰ্ম্মৰ অনুচাৰিণী; আত্ম-বিস্মৃতিৰ অপৰাধেৰে অপৰাধিনী। আশ্ৰমধৰ্ম্মী শকুন্তলাৰ পক্ষে অতিথিৰ অৱমাননা, কৰ্ত্তব্যৰ অৱহেলা অমাৰ্জ্জনীয় অপৰাধ; সেই কাৰণেই দুৰ্ব্বাসাৰ অভিশাপৰ অৱতাৰণা হ'লঃ

আঃ অতিথিপৰিভাৱিনি।
বিচিন্তয়ন্তী যমনন্যমানসা
তপোধনং বেৎসি ন মামুপস্থিতম্।
স্মৰিষ্যতি ত্বাং ন স বোধিতোঽপি সন্
কথাং প্ৰমত্তঃ প্ৰথমং কৃতামিব॥[২]

অতিথিক অৱহেলা কৰাৰ কাৰণে ক্ৰুদ্ধ হৈ মহৰ্ষি দুৰ্ব্বাসাই শাপ দিলে যে যিজনৰ চিন্তাত তন্ময় হৈ শকুন্তলাই অতিথিক তুচ্ছ

১ প্ৰাচীন সাহিত্য, পৃষ্ঠা ২২
২ শকুন্তলা ৪।১

কৰিলে সেই প্ৰিয়জনে মনত পেলাই দিলেও শকুন্তলাৰ কথা স্মৰণ কৰিব নোৱাৰিব।

এই অভিশাপ অকল দুৰ্ব্বাসাৰেই অভিশাপ নহয়, ই ভাৰতৰ অভিশাপ; ই ভাৰতীয় সমাজৰ অভিশাপ। শকুন্তলাই দুষ্মন্তক ভাল পোৱাত কাৰো হিংসা নাই, কাৰো বিদ্বেষ নাই; কিন্তু শকুন্তলাই দেহ-মন-প্ৰাণ সকলোকে দুষ্মন্তত অৰ্পণ কৰি, কৰ্ত্তব্যৰ প্ৰতি আওকাণ কৰাত শকুন্তলাৰ প্ৰতি কাৰো অনুকম্পাও নাই; কাৰণ ই অভাৰতীয় ৰীতি। কালিদাসে শকুন্তলাৰ প্ৰতি সমুচিত দণ্ড বিধান কৰিলে।

তেওঁ নায়ক-নায়িকাক অভিশাপগ্ৰস্ত কৰি বিৰহ-তপস্যাৰ অনলত পৰিশুদ্ধ কৰিবলৈ বিচাৰিলে আৰু পাৰ্থিৱ প্ৰেমৰ ঠাইত স্বৰ্গীয় প্ৰেমৰ পথ উন্মুক্ত কৰি দেখুৱালে।

শকুন্তলাৰ বিৰহ-তপস্যাৰ শেষৰ চিত্ৰটি বিশ্বকবি ৰবীন্দ্ৰনাথে মনোৰম ভাষাত অঙ্কিত কৰিছে:

"এমন সময়—

"ৱসনে পৰিধূসৰে ৱসনা নিয়মক্ষামমুখী ধৃতৈকৱেণিঃ।" মলিন ধূসৰবসনা, নিয়মচৰ্যায় শুষ্কমুখী, একবেণীধৰা, বিৰহব্ৰতচাৰিণী, শুদ্ধশীলা শকুন্তলা প্ৰবেশ কৰিলেন। এমন তপস্যাৰ পৰে অক্ষয়-ৱৰলাভ হইবে না! সুদীৰ্ঘব্ৰতাচৰণে প্ৰথম সমাগমেৰ গ্লানি দগ্ধ হইয়া পুত্ৰশোভায় পৰমভূষিতা যে করুণকল্যাণচ্ছবি জননীমূৰ্তি বিকশিত হইয়া উঠিয়াছে তাহাকে কে প্ৰত্যাখ্যান কৰিবে!"[১]

কালিদাসে শেষত পুত্ৰৰ যোগেদিয়েই নায়ক-নায়িকাৰ স্বৰ্গীয় মিলন ঘটালে। দুষ্মন্তই স্বীকাৰ কৰিলে, "ভগবন্ অত্ৰ খলু মে ৱংশপ্ৰতিষ্ঠা।" কবিয়ে দেখুৱালে, ভাৰ্য্যা বিলাসৰ সামগ্ৰী নহয়: স্ত্ৰী-পুৰুষৰ মিলনৰ এটি পৱিত্ৰ উদ্দেশ্য আছে—সেয়ে হ'ল—"পুত্ৰাৰ্থে ক্ৰিয়তে ভাৰ্য্যা"। এয়েই ভাৰতৰ গাৰ্হস্থ্য ধৰ্ম্মৰ বা বৈবাহিক জীৱনৰ

১ প্ৰাচীন সাহিত্য, পৃষ্ঠা ২৯

শ্ৰেষ্ঠ আদৰ্শ। কল্যাণপ্ৰসূত মঙ্গলৰ প্ৰতিষ্ঠা কৰাতেই নৰ-নাৰীৰ প্ৰেমৰ সৌন্দৰ্য্য। এই মঙ্গল প্ৰতিষ্ঠাই বিশ্বশান্তিৰ কাৰণ। শান্তিৰ কাৰণে প্ৰয়োজন সাধনাৰ। ভাৰতৰ সাধনাৰ অক্ষয় কীৰ্ত্তিস্তম্ভ স্থাপন কৰি অমৰ কবি কালিদাস আজিও বিশ্ববৰেণ্য।

## সাত

কালিদাস আৰু তপস্যা সম্বন্ধীয় সমালোচনাৰ উপসংহাৰত উল্লেখ কৰিব পাৰি যে কবিয়ে তপস্যা বা সাধনাৰ উপযুক্ত ক্ষেত্ৰ তপোৱন বা আশ্ৰমকেই নিৰ্দ্দেশ কৰিছে। তপস্যা আৰু তপোৱনেই ভাৰতীয় সংস্কৃতিৰ মূলাধাৰ। বহু দেশ, বহু ভাষা আৰু বহু সভ্যতাৰ লগত ভাৰতবৰ্ষই যোগাযোগ কৰিলেও সাধনাৰ পথত ই সম্পূৰ্ণ স্বতন্ত্ৰ। তপস্যা ভাৰতৰ নিজস্ব বস্তু। ই ভাৰতীয় সভ্যতাৰ অমূল্য সম্পদ। শান্তিপূৰ্ণ স্থানেই সাধনাৰ উপযুক্ত ক্ষেত্ৰ। সংযমশৃঙ্খলিত, সুবিমল শান্তি আৰু কল্যাণধৰ্ম্মৰ আবাস পৱিত্ৰ তপোৱনেই তপস্যাৰ দৃঢ়ভূমি। তপোৱনৰ দৰ্শনমাত্ৰেই আত্মাই পৱিত্ৰতা লাভ কৰে। মহাৰাজ দুষ্মন্তই মহৰ্ষি কণ্বৰ আশ্ৰমপদত প্ৰৱেশ কৰাৰ পূৰ্ব্বেই এই তপোৱনৰ মাহাত্ম্য প্ৰকাশ কৰিলে :

পুণ্যাশ্ৰমদৰ্শনেন তৱাদাত্মানং পুনীমহে।[১]

গৌৰীৰ তপশ্চৰ্য্যাৰ কাৰণে দেৱতাৰ আৱাসস্থান হিমালয়ৰ তপোৱনকে মহাকবি কালিদাসে নিৰ্দ্দেশ কৰিলে—"তপোৱনং তচ্চ বভূৱ পাৱনম্"—গৌৰীৰ তপোৱন জগতৰে পৱিত্ৰকাৰক হৈ উঠিল।

বিৰহী যক্ষৰ তপস্যা সাধনাৰ কাৰণে ৰামগিৰিৰ আশ্ৰমেই কবিৰ চকুত পৰিল—"ৰামগিৰ্য্যাশ্ৰমেষু"। গাৰ্হস্থ্য-ধৰ্ম্মৰ অপৰাধী

১ শকুন্তলা, ১ম অঙ্ক

যক্ষৰ চিত্তশোধন আৰু চিত্তসংস্কাৰৰ কাৰণে গাৰ্হস্থ্য-ধৰ্ম্মৰ পৱিত্ৰ প্ৰতীক, ৰাজৰ্ষি জনকৰ কন্যা সীতাদেৱীৰ সংস্পৰ্শেৰে পৱিত্ৰ ৰামগিৰিৰ সলিলেই অপৰিহাৰ্য্য উপাদান।

মহাৰাজ দিলীপৰ নন্দিনী পৰিচৰ্য্যাৰ কাৰণে কুলগুৰু বশিষ্ঠৰ আশ্ৰমপদেই উপযুক্ত স্থান। ভাৰত-সম্ৰাটক নিজ ৰাজধানীলৈ নি সুখ-শান্তি আৰু লাহ-বিলাহৰ মাজত কবিয়ে নন্দিনীক পৰিচৰ্য্যা কৰিবলৈ দিয়া নাই। ৰাজনগৰী ব্ৰত আচৰণৰ অন্তৰায়; সেয়েহে কবিয়ে দিলীপক বশিষ্ঠৰ আশ্ৰমপদত তপস্যানিযুক্ত কৰালে।

স্বামী-পৰিত্যক্তা শকুন্তলাক মহৰ্ষি কণ্বৰ আশ্ৰমলৈ আহিবলৈ দিয়া হোৱা নাই যদিও তেওঁক কালিদাসে আন এখন পুণ্যাশ্ৰমলৈ লৈ গৈছে। সেইখনেই মহৰ্ষি মাৰীচৰ আশ্ৰম। এই আশ্ৰম হেমকূট পৰ্ব্বতত অৱস্থিত। মাতলিয়ে মহাৰাজ দুষ্যন্তক হেমকূটৰ পৰিচয় দিছে—"তপঃ-সংসিদ্ধিক্ষেত্ৰম্"।

ইয়াৰপৰা তপোৱনেই যে তপস্যাৰ উপযুক্ত ক্ষেত্ৰ—কবিৰ সেই অভিপ্ৰায় সুস্পষ্ট।

সেই বুলি মহাকবি কালিদাসে তপস্যাক মোক্ষ বা নিৰ্ব্বাণৰ সাক্ষাৎ হেতু হিছাপে গ্ৰহণ কৰা নাই। এই তপোৱনৰ তপস্যা আত্মাৰ বন্ধন মোচনৰ কাৰণে অনুষ্ঠিত হোৱা নাই।

কবিশ্ৰেষ্ঠ কালিদাসে তপস্যাৰ মাজেৰে হৰ-গৌৰীৰ পৱিত্ৰ মিলন সম্পন্ন কৰিছে; বৈবাহিক জীৱনৰ পৱিত্ৰ আদৰ্শ উন্মুক্ত কৰি দিছে। সংসাৰত মঙ্গল কামনা কৰিলে, সত্য, সংযম আৰু সাধনাৰে জীৱনক চালিত কৰাৰ প্ৰয়োজন। কবিয়ে দেৱতাৰ অলৌকিক চৰিত্ৰৰ মাজেৰে এই সত্যকেই প্ৰতিষ্ঠা কৰিছে। অভিজ্ঞানশকুন্তলম্ নাটকতো কবিয়ে একে ভাবকেই ঘোষণা কৰিছে। মহাকবি কালিদাসৰ এই অভিপ্ৰায় লক্ষ্য কৰি ৰবীন্দ্ৰনাথে কৈছে:

"তাঁহাৰ কাব্যতপোবনে যোগীৰ ভাব, গৃহীৰ ভাব বিজড়িত হইয়াছে। মদন আসিয়া সেই সম্বন্ধ বিচ্ছিন্ন কৰিবাৰ চেষ্টা

কৰিয়াছিল বলিয়া কবি তাঁহাৰ উপৰ বজ্ৰনিপাত কৰিয়া তপস্যাৰ দ্বাৰা কল্যাণময় গৃহেৰ সহিত অনাসক্ত তপোবনেৰ সুপবিত্ৰ সম্বন্ধ পুনৰ্বাৰ স্থাপন কৰিয়াছেন। ঋষিৰ আশ্ৰম ভিত্তিতে তিনি গৃহেৰ পত্তন কৰিয়াছেন এবং নৰনাৰীৰ সম্বন্ধকে কামেৰ হঠাৎ আক্ৰমণ হইতে উদ্ধাৰ কৰিয়া তপঃপূত নিৰ্মল যোগাসনেৰ উপৰে প্ৰতিষ্ঠিত কৰিয়াছেন।" [1]

মহাকবি কালিদাসৰ তপস্যাৰ উদ্দেশ্য কৰ্ম্ম-সন্ন্যাস বা কৰ্ম্ম-বিৰাগ নহয়; কৰ্ম্মই কৰ্ম্মৰ চৰম পৰিণতিও নহয়। তপস্যাৰ চৰম লক্ষ্য মোক্ষক কৰ্ম্মৰ মাজেৰে উপস্থিত কৰাই কালিদাসৰ প্ৰধান উদ্দেশ্য। ভোগ আৰু যোগেই কালিদাসীয় সাহিত্যৰ বীজ-মন্ত্ৰ।

মহাৰাজ ৰঘুৱে কৰ্ম্মময় জীৱনৰ শেষত নিজ পুত্ৰৰ হাতত ৰাজ্যভাৰ সমৰ্পণ কৰিলে, কিন্তু প্ৰয়োজন হ'লে পুত্ৰৰ কাৰ্য্যত সহায়তা কৰিবলৈ কিছু কাল নিজ ৰাজ্যতে তপস্বী হৈ থাকিল আৰু অৱশেষত যোগবলেৰে দেহত্যাগ কৰিলে। কৰ্ম্মই মোক্ষৰ দ্বাৰ-স্বৰূপ।

নিজে তপস্বী হৈও মহৰ্ষি কণ্বই শকুন্তলাক পিতৃত্বৰ সকলো স্নেহ আৰু দায়িত্বেৰে ডাঙৰ দীঘল কৰিছিল। কৰ্ম্মময় সংসাৰত কৃতকাৰ্য্য হ'বলৈ যিবোৰ শিক্ষা-দীক্ষাৰ প্ৰয়োজন সেইসমূহকো দিছিল। কৰ্ম্মৰ মাজেৰে জীৱনক সাফল্যমণ্ডিত কৰিবলৈ সংযম আৰু সাধনাৰ প্ৰয়োজন। কণ্বই তপস্যাৰ সকলো সম্পদ জগতৰ মঙ্গলৰ কাৰণেই নিয়োগ কৰিছিল। কৰ্ম্মৰ মাজেৰেই শকুন্তলাৰ জীৱনক জয়যুক্ত কৰি মহৰ্ষিয়ে মঙ্গলৰ চৰম পৰিণতি সাধিলে:

ভূত্বা চিৰায চতুৰন্তমহীসপত্নী
দৌষ্যন্তিমপ্ৰতিৰথং তনয়ং নিৱেশ্য।
ভৰ্ত্ৰা তদৰ্পিতকুটুম্বভৰেণ সাৰ্দ্ধং
শান্তে কৰিষ্যসি পদং পুনৰাশ্ৰমেঽস্মিন্॥[2]

---

১ প্ৰাচীন সাহিত্য, পৃষ্ঠা ৩১

২ শকুন্তলা ৪।২০

হে পুত্ৰী! সসাগৰা ধৰিত্ৰীৰ একাধিপতিৰ মহিষী হৈ আৰু অপ্ৰতিদ্বন্দ্বীভাৱে নিজ সন্তানক সিংহাসনত প্ৰতিষ্ঠা কৰি সেই সন্তানৰ হাতত সাম্ৰাজ্যৰ ভাৰ সমৰ্পণ কৰি পতিৰে সৈতে তুমি পুনৰ এই শান্তিময তপোৱনলৈ আহিবা।

এপিনে গাৰ্হস্থ্য-ধৰ্ম্মৰ কল্যাণ-বন্ধন আৰু আনপিনে আত্মাৰ বন্ধন-মোচন—এয়ে হ'ল ভাৰতৰ শ্ৰেষ্ঠ আদৰ্শ। মোহৰ দ্বাৰা যি অসাধ্য, সি মঙ্গলৰ দ্বাৰা প্ৰতিষ্ঠিত। মঙ্গলৰ মাজেৰেই শান্তি আৰু সৌন্দৰ্য্যৰ বিকাশ। অমঙ্গল অশান্তিৰে ৰূপান্তৰ।

মহাকবি কালিদাসে ভাৰতীয সভ্যতাৰ মূলমন্ত্ৰ—ত্যাগ, তপস্যা আৰু তপোৱন—এই তিনি শ্ৰেষ্ঠ আদৰ্শক অতি উজ্জ্বলভাৱে অঙ্কিত কৰিছে। কালিদাসীয় সাহিত্য ভাৰতীয় সংস্কৃতি, সভ্যতা আৰু আদৰ্শৰ প্ৰতিচ্ছবি।

## দ্বিতীয় অধ্যায়

# হিন্দুদর্শন আৰু কালিদাস

### এক

হিন্দুদৰ্শন আৰু কালিদাস সম্বন্ধে আলোচনা কৰাৰ পূৰ্ব্বে হিন্দুদৰ্শন সম্বন্ধে কিছু আলোচনাৰ আৱশ্যক। হিন্দুদৰ্শন বুলিলে আমি কি বুজোঁ, এই দৰ্শনশাস্ত্ৰৰ প্ৰয়োজন কি, আৰু ইয়াৰ আলোচ্য বিষয়েই বা কি? এই প্ৰশ্নসমূহৰ সামান্য আলোচনা এই প্ৰবন্ধত কৰা হ'ল।

ভাৰতবৰ্ষ বিচাৰ-প্ৰধান দেশ। বিচাৰমাত্ৰেই যুক্তি আৰু তৰ্কৰ সহায়েৰে সমৰ্থিত হোৱাৰ আৱশ্যক। সেই কাৰণে ভাৰতবৰ্ষৰ শাস্ত্ৰমাত্ৰেই যুক্তি-তৰ্কৰ ওপৰত প্ৰতিষ্ঠিত। ভাৰতবৰ্ষ বুদ্ধিৰ ব্যায়ামভূমি নহয়, ই জ্ঞান অন্বেষণৰ তীৰ্থক্ষেত্ৰ। অকল জ্ঞানৰ কাৰণে জ্ঞান চৰ্চ্চা নহয়; সত্য অন্বেষণ, সত্য উপলব্ধি আৰু মুক্তিৰ সোপানৰূপেই জ্ঞান চৰ্চ্চা কৰা হয়। আত্মজ্ঞান বা আত্মতত্ত্ব অথবা অধ্যাত্ম বিষয় যুক্তিতৰ্কৰ সহায়েৰে যি শাস্ত্ৰত প্ৰমাণিত হয় তাৰেই নাম দৰ্শন-শাস্ত্ৰ।

মানুহমাত্ৰেই সংসাৰত দুঃখৰপৰা অব্যাহতি লভি সুখ কামনা কৰে। দুঃখৰ তাপতকৈ সুখৰ ছায়াত আশ্ৰয় বিচৰা মানুহৰ স্বভাৱ। কিন্তু প্ৰকৃতপক্ষে সুখৰ অভিলাষতকৈও দুঃখৰপৰা নিষ্কৃতি লাভৰ আকাঙ্ক্ষা মানুহৰ অধিক; কিয়নো সুখৰ পৰিসীমা নাই, কামনাৰ অৱসান নাই। সকলো প্ৰকাৰে সুখী মানুহ জগতত বিৰল। কিন্তু দুঃখৰপৰা মুক্তি পাবলৈ সকলোকে চেষ্টা কৰা দেখা যায়।

দুঃখৰ নিবৃত্তিৰ ইচ্ছা দুই প্ৰকাৰৰ—বৰ্ত্তমান দুঃখৰ নিবৃত্তি আৰু ভৱিষ্যত দুঃখৰ নিৰ্ম্মূল। ইয়াৰ ভিতৰত বৰ্ত্তমানৰ দুঃখতকৈও অনাগত দুঃখৰ চিন্তাই মানুহক অধিক কাতৰ কৰে, সেই কাৰণে অনাগত দুঃখৰ অব্যাহতিয়েই মানুহৰ শ্ৰেষ্ঠ কামনা। ল'ৰাৰ জন্ম নৌ হওঁতেই তাৰ নামকৰণ কৰিবলৈ কোনো পিতামাতাই ইচ্ছা নকৰে। বেমাৰ উপস্থিত নহ'লে কোনো মানুহে ঔষধ খাবলৈ নিবিচাৰে, গতিকে দুঃখ উপস্থিত নোহোৱালৈকে মানুহ ব্যাকুল নোহোৱা স্বাভাৱিক। কথাটো অৱশ্যে সঁচা যেন লাগে, কিন্তু দুঃখ উপস্থিত নহ'লেও ভৱিষ্যতে যে দুঃখ আহিব পাৰে তেনে কাৰণসমূহ মানুহৰ চকুৰ আগতে ভাহি আছে; গতিকে সেই দুঃখ জন্মোৱা কাৰণ-সামগ্ৰীৰ উচ্ছেদ সাধন কৰিব নোৱাৰিলে ভৱিষ্যত দুঃখৰপৰা হাত সৰা অসম্ভৱ। সেই কাৰণে তাৰ উপায় চিন্তা কৰা আৱশ্যক। সেই হেতু দুঃখৰ চৰম-নিবৃত্তি নাইবা সমূলে উচ্ছেদ-সাধনেই দৰ্শনৰ প্ৰধান আলোচনাৰ বিষয়। দুঃখৰ চৰম নিবৃত্তিৰ নামেই মুক্তি। মুক্তিৰ অনুসন্ধানেই ভাৰতীয় দৰ্শনৰ প্ৰধান লক্ষ্য।

দাৰ্শনিকসকলৰ মতে সকলো দুঃখৰ কাৰণ অজ্ঞান। তত্ত্বজ্ঞান বা যথাৰ্থজ্ঞানৰ অভাৱৰ নামেই অজ্ঞান বা মিথ্যাজ্ঞান। দুঃখৰ চৰম-নিবৃত্তিৰ কাৰণে এই তত্ত্বজ্ঞানৰ একান্ত প্ৰয়োজন। তত্ত্বজ্ঞান বুলিলে আত্মজ্ঞানকে বুজায়। পৰোক্ষ অৰ্থাৎ অসাক্ষাৎ জ্ঞানৰ দ্বাৰা আত্মজ্ঞান বা তত্ত্বজ্ঞান লাভ কৰিব নোৱাৰি। আত্মজ্ঞান লাভ কৰিবলৈ প্ৰত্যক্ষজ্ঞান বা সাক্ষাৎ প্ৰতীতিৰ প্ৰয়োজন। আত্ম-সাক্ষাৎকাৰ বা আত্মবিষয়ে প্ৰত্যক্ষ জ্ঞানেই মুক্তিৰ একমাত্ৰ কাৰণ। দৰ্শন-শাস্ত্ৰই এই আত্মজ্ঞানৰ উপায় দৰ্শায়, গতিকে দৰ্শন-শাস্ত্ৰ মানে আত্ম-সাক্ষাৎকাৰৰ পথ নিৰ্দ্দেশ কৰা শাস্ত্ৰ। সেই কাৰণে ভাৰতীয় দৰ্শনক অধ্যাত্মদৰ্শন বুলি ক'লেও অত্যুক্তি কৰা নহয়।

আধ্যাত্মিক তত্ত্বৰ অনুভূতিয়েই ধৰ্ম্মৰ প্ৰাণ আৰু এই তত্ত্বৰ বিচাৰেই দৰ্শন-শাস্ত্ৰৰ ঘাই উদ্দেশ্য, সেই হেতু ধৰ্ম্ম আৰু দৰ্শনৰ

ভিতৰতো এটা ঘনিষ্ঠ সম্বন্ধ আছে। সেইবাবে আত্ম-সাক্ষাৎকাৰকেই পৰম ধৰ্ম্ম বুলি শাস্ত্ৰত অভিহিত কৰিছে।

হিন্দু জাতি স্বভাৱতে ধৰ্ম্মপ্ৰৱণ। হিন্দু-সমাজ ধৰ্ম্ম আৰু দৰ্শনৰ মিলন-সূত্ৰেৰে গঠিত। অতীতকালৰপৰাই হিন্দু জাতিয়ে ভোগ সাধনতকৈ ধৰ্ম্মসাধনত আত্মনিয়োগ কৰি আহিছে। জন্মৰপৰা আৰম্ভ কৰি মৃত্যুলৈকে হিন্দুৰ জীৱন ধৰ্ম্মানুষ্ঠানেৰে জড়িত। এই ধৰ্ম্মানুষ্ঠানসমূহ দাৰ্শনিক দৃষ্টিভঙ্গীৰে অনুপ্ৰাণিত। হিন্দু জাতিয়ে ইহলোকতকৈ পৰলোকৰ চিন্তাত, ঐহিক কামনাতকৈ পাৰলৌকিক আনন্দত, জাগতিক সুখতকৈ স্বৰ্গীয় শান্তিৰ বাবে বিশেষভাৱে মনোনিৱেশ আৰু সাধনা কৰি আহিছে। আন আন দেশত ধৰ্ম্ম আৰু দৰ্শনৰ পথ সুকীয়া। এইবোৰ দেশত ধৰ্ম্মৰ পথত যদিও দৰ্শনৰ প্ৰভাৱ নাইবা দৰ্শনৰ পথত ধৰ্ম্মৰ প্ৰভাৱ লক্ষ্য কৰা যায় তথাপি ধৰ্ম্ম আৰু দৰ্শন কেতিয়াও এক হৈ যোৱা নাই। ভাৰতবৰ্ষত কিন্তু ধৰ্ম্ম আৰু দৰ্শনৰ পাৰ্থক্য নোহোৱা হৈছে। ইয়াত ধৰ্ম্ম আৰু দৰ্শন ওতপ্ৰোতভাৱে জড়িত। ভাৰতবৰ্ষত ধৰ্ম্ম আৰু দৰ্শনৰ লক্ষ্য এক হ'লেও পথ ভিন ভিন। ধৰ্ম্ম আৰু দৰ্শন ভাৰতীয় সংস্কৃতিৰ প্ৰাণশক্তি।

বেদ ভাৰতীয় সংস্কৃতিৰ সৰ্ব্বশ্ৰেষ্ঠ উপাদান। হিন্দুধৰ্ম্ম আৰু দৰ্শনৰ প্ৰথম প্ৰকাশ হ'ল বেদ। এই বেদৰ প্ৰামাণ্য যিসকলে স্বীকাৰ কৰে তেওঁলোকেই আৰ্য্য বা আস্তিক, বেদৰ প্ৰামাণ্য স্বীকাৰ নকৰাসকল অনাৰ্য্য বা নাস্তিক। মনুৱে স্পষ্টভাৱে কৈ গৈছে: "নাস্তিকো বেদ-নিন্দকঃ।"

বেদ মন্ত্ৰ আৰু ব্ৰাহ্মণৰ সমষ্টি। আপস্তম্ভই বেদৰ পৰিচয় দিছে: "মন্ত্ৰব্ৰাহ্মণযোৰ্বেদ নাম-ধেয়ম্।" আৰণ্যক আৰু উপনিষদ ব্ৰাহ্মণৰ অন্তৰ্গত। বেদ শ্ৰুতি নামেও পৰিচিত; কিয়নো গ্ৰন্থৰূপত পৰিণত হোৱাৰ আগেয়ে গুৰু-শিষ্য পৰম্পৰা হিচাপে বেদ শ্ৰুত হৈ মানুহৰ মুখে মুখেই প্ৰচলিত আছিল। যুগ যুগ ধৰি এইদৰে

প্ৰচলিত হৈ থকা বেদৰ উৎপত্তিৰ বিষয়ে সবিশেষ জ্ঞান নথকাৰ কাৰণে ইয়াক অনাদি বোলা হয়। বেদৰ মন্ত্ৰভাগৰ আন নাম সংহিতা। ই প্ৰধানকৈ তিনি ভাগত বিভক্ত—ঋক্, যজুঃ আৰু সাম। এই কাৰণে বেদ ত্ৰয়ী নামেও প্ৰসিদ্ধ।

ব্ৰাহ্মণ-ভাগ পুনৰ দুই শ্ৰেণীত বিভক্ত—আৰণ্যক আৰু উপনিষদ। উপনিষদ-ভাগেই আৰ্য্য জাতিৰ জ্ঞানৰ প্ৰদীপ। সেই কাৰণে বেদৰ এই অংশ জ্ঞানকাণ্ড নামেও প্ৰখ্যাত। উপনিষদত যাগ-যজ্ঞৰ কথা নাই। উপনিষদ আৰু আৰণ্যকক বাদ দিলে বাকী ব্ৰাহ্মণ অংশ যাগ-যজ্ঞেৰে পৰিপূৰ্ণ; সেই কাৰণে বেদৰ এই অংশ কৰ্ম্মকাণ্ড হিচাপেও জনাজাত।

উপনিষদ পবিত্ৰ জ্ঞান অন্বেষণৰ আৰু দাৰ্শনিক তথ্যৰ প্ৰথম গ্ৰন্থ হিচাপে চিৰপ্ৰসিদ্ধ। ভাৰতীয় দৰ্শন-সাহিত্যত উপনিষদৰ স্থান সৰ্ব্বপ্ৰথম। উপনিষদক আৰ্য্য-জাতিয়ে যুগে যুগে যথাযোগ্য সম্মান দেখুৱাই আহিছে। উপনিষদক অৱলম্বন কৰি ভাৰতত যিবোৰ দৰ্শন ৰচনা কৰা হৈছে সেইবোৰেই হিন্দুদৰ্শন নামে প্ৰসিদ্ধ। উপনিষদৰ আশ্ৰয় নলৈ যিবোৰ দৰ্শন ৰচনা কৰা হৈছে সেইবোৰেই অহিন্দু দৰ্শন ( বৌদ্ধ, জৈন প্ৰভৃতি ) নামে জনাজাত।

উপনিষদ শব্দৰ মুখ্য অৰ্থ ব্ৰহ্মবিদ্যা। ব্ৰহ্মবিদ্যাৰেই আন নাম আত্মবিদ্যা বা তত্ত্বজ্ঞান। উপনিষদত আত্মবিদ্যা বা আত্মাৰ সম্বন্ধে নানা তত্ত্ব বা জ্ঞানৰ আলোচনা কৰা হৈছে। আত্মাই ব্ৰহ্ম গতিকে আত্মবিদ্যা বা ব্ৰহ্মবিদ্যা এক। বেদৰ অন্ত অৰ্থাৎ বেদৰ চৰম তত্ত্ব উপনিষদত প্ৰতিপাদিত হোৱাত ই বেদান্ত নামেও বিখ্যাত।

উপনিষদৰ কালত আৰ্য্য জাতিৰ পূৰ্ব্ব মনীষীসকলে চিন্তা-ধাৰাৰ চৰম উৎকৰ্ষ লাভ কৰিছিল আৰু তেওঁলোকৰ চিন্তা আৰু মননধাৰাক একত্ৰিত কৰাত জাতীয় সংস্কৃতিয়ে শীৰ্ষ স্থান লভিছিল। কিন্তু কালৰ ক্ৰমবিৱৰ্ত্তনত ভাৰতত বেদবিৰুদ্ধ ধৰ্ম্ম আৰু দৰ্শনে দেখা দিলে। এই ধৰ্ম্ম আৰু দৰ্শনে হিন্দুধৰ্ম্ম আৰু দৰ্শনক

পৰাভূত কৰি নিজক প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিলে। এনে সময়ত আৰ্য্য মনীষীসকলে তেওঁলোকৰ উমৈহতীয়া শত্ৰুবিনাশৰ কাৰণে একেখন সমৰক্ষেত্ৰত অৱতীৰ্ণ হ'ল। ভিন ভিন মনীষীয়ে ভিন ভিন প্ৰণালীৰে সাধনা আৰম্ভ কৰিলে আৰু এই সাধনাৰ ফলস্বৰূপে দেখা দিলে হিন্দুৰ ষডদৰ্শনে।

মহাকবি কালিদাসে বিশেষ শ্ৰদ্ধা আৰু ভক্তি সহকাৰে তেওঁৰ কাব্যত আৰ্য্যজাতিৰ এই ষড়দৰ্শনৰ উল্লেখ কৰি ভাৰতৰ পূৰ্ব্বাচাৰ্য্য-সকলক সম্মান দেখুৱাৰ লগে লগে ভাৰতৰ অতীত গৌৰৱক সমুজ্জ্বল কৰি তুলিছে।

গোতমৰ ন্যায়, কণাদৰ বৈশেষিক, কপিলৰ সাংখ্য, পতঞ্জলিৰ যোগ, ব্যাসৰ উত্তৰমীমাংসা বা বেদান্ত আৰু জৈমিনিৰ পূৰ্ব্বমীমাংসা বা কৰ্ম্মমীমাংসাই ষডদৰ্শন। এই ছয় ঋষিৰ ছয়-দৰ্শনেই হিন্দুৰ ষড়দৰ্শন নামে প্ৰসিদ্ধ। ষডদৰ্শনৰ সাধাৰণ পৰিচয় প্ৰচলিত কাৰিকাত এইদৰে আছে ঃ

> বৈশেষিকন্তু ভাষাযাং ন্যায়স্তৰ্থ-বিনিৰ্ণযে।
> কৰ্ম্মকাণ্ডে তু মীমাংসা যোগে পাতঞ্জলস্তথা
> সৃষ্টিসংহাৰয়োঃ সাংখ্যং বেদান্তো ব্ৰহ্মনিৰ্ণযে॥

অৰ্থাৎ বৈশেষিক দৰ্শনত প্ৰধানভাৱে দ্ৰব্যগুণ আদি পদাৰ্থসমূহৰ পৰিচয় দিয়া হৈছে, ন্যায়দৰ্শনত বিচাৰ-ৰীতিৰ পৰিচয় দিয়া হৈছে, মীমাংসা দৰ্শনত বিধি-নিষেধ প্ৰভৃতি বেদাৰ্থ বিচাৰ কৰি কৰ্ম্ম-কাণ্ডৰ অনুষ্ঠান-পদ্ধতিৰ বিশ্লেষণ কৰা হৈছে, পাতঞ্জল দৰ্শনত যোগ-মাৰ্গৰ নিৰ্দ্দেশ কৰা হৈছে, সাংখ্য দৰ্শনত জাগতিক সৃষ্টিতত্ত্ব, প্ৰলয়তত্ত্ব আৰু বেদান্ত দৰ্শনত পৰম ব্ৰহ্মৰ প্ৰতিপাদন কৰা হৈছে।

দৰ্শন সমন্বয়বাদীসকলৰ মতে ভিন ভিন দৰ্শনৰ পথ ভিন্ন হ'লেও সকলোৰে চৰম লক্ষ্য এক।

## দুই

**ন্যায়দৰ্শন** ঃ ন্যায়দৰ্শনৰ প্ৰথম আচাৰ্য্য মহৰ্ষি গোতম। কোনো কোনোৱে তেওঁক গৌতম বুলিও উল্লেখ কৰে। তেওঁৰ আন নাম অক্ষপাদ আৰু এই নাম অনুসৰি ন্যায়দৰ্শন অক্ষপাদ-দৰ্শন বুলিও পৰিচিত। মহামতি মাধৱাচাৰ্য্যই তেওঁৰ সৰ্ব্বদৰ্শনসংগ্ৰহ নামৰ দৰ্শনশাস্ত্ৰত ন্যায়দৰ্শনক অক্ষপাদ-দৰ্শন বুলি উল্লেখ কৰিছে।

গোতমৰ ন্যায়দৰ্শনৰ ওপৰত বাৎস্যায়নে ভাষ্য[১] লিখে। সেই ভাষ্যৰ ওপৰত উদ্দোতকৰে বাৰ্ত্তিক[২] ৰচনা কৰে। সেই বাৰ্ত্তিকৰ ওপৰত বাচস্পতি মিশ্ৰই আকৌ তাৎপৰ্য্য টীকা লিখে আৰু সেই টীকাৰ ওপৰত উদয়নাচাৰ্য্যই পুনৰ তাৎপৰ্য্য পৰিশুদ্ধি টীকা প্ৰণয়ন কৰে। এই কেইখনেই ন্যায়দৰ্শনৰ মৌলিক গ্ৰন্থ।

---

১, ২ ভাষ্য আৰু বাৰ্ত্তিক সম্বন্ধে প্ৰচলিত ব্যাখ্যা এইদৰে শুনা যায় ঃ

(ক) ভাষ্যৰ লক্ষণ—সূত্ৰস্থং পদমাদায পদৈঃ সূত্ৰানুসাৰিভিঃ।
স্বপদানি চ বৰ্ণ্যন্তে ভাষ্যং ভাষ্যবিদো বিদুঃ॥

অৰ্থাৎ ব্যাখ্যাকৰ্ত্তাই প্ৰথম সূত্ৰৰ কথা ধৰি ব্যাখ্যা কৰিব আৰু ব্যাখ্যা প্ৰসঙ্গত এনেকুৱা শব্দ প্ৰযোগ কৰিব যেন সিও সূত্ৰৰ দৰেই পৰিমিত অক্ষৰ-যুক্ত হয়। আৰু, শেষত বক্তব্য বিশদভাৱে ব্যাখ্যা কৰি বুজাই দিব। এই ধৰণৰ ব্যাখ্যাকেই ভাষ্য নামে অভিহিত কৰা হয়।

(খ) বাৰ্ত্তিকৰ পৰিচয় নিম্নোদ্ধৃত কাৰিকাংশত পোৱা যায় ঃ
"উক্তানুক্তদুৰুক্তাৰ্থব্যক্তকাৰি তু বাৰ্ত্তিকম্।"

অৰ্থাৎ মূলগ্ৰন্থত যিবোৰ কথা কোৱা হৈছে অথবা যিবোৰ আৱশ্যকীয় বিষয় ক'বলৈ বৈ গৈছে নাইবা যিবোৰ কথা কৈছে অথচ ঠিক সমাধান পোৱা নাই, সেই সকলো বিষয় যি ব্যাখ্যাত পৰিস্ফুট কৰা হয় তাৰ নাম বাৰ্ত্তিক।

ন্যায়দৰ্শন সূত্ৰত লিখা। ইয়াৰ সূত্ৰৰ সংখ্যা সম্বন্ধে পণ্ডিত-সকলৰ মাজত মতভেদ দেখা যায়। সাধাৰণতে পাঁচ শ সাতচল্লিশটা সূত্ৰকে মূল সূত্ৰ বুলি ধৰা হয়। সূত্ৰসমূহ পাঁচ অধ্যায়ত পৰিসমাপ্ত আৰু প্ৰত্যেক অধ্যায় দুটা অংশত বিভক্ত। ইয়াৰ একোটা অংশক আহ্নিক বোলা হয়। ইয়াৰপৰা বুজা যায়, ন্যায়দৰ্শন প্ৰণয়ন কৰাত মহৰ্ষিৰ মাত্ৰ দহ আহ্নিক অৰ্থাৎ দহ দিনহে লাগিছিল।

এই দৰ্শনত তৰ্কৰ[১] বিশেষভাৱে আলোচনা কৰা হৈছে, সেই কাৰণে ইযাক তৰ্কপ্ৰধান দৰ্শন বোলা হয়। এই দৰ্শন ন্যায়তৰ্ক অথবা কেৱল তৰ্কশাস্ত্ৰ নামেও চিৰপ্ৰসিদ্ধ। তৰ্কমাত্ৰেই যুক্তিৰ ওপৰত প্ৰতিষ্ঠিত হোৱাৰ প্ৰয়োজন। সেই কাৰণে এই শাস্ত্ৰত যুক্তিৰেই প্ৰাধান্য। ন্যায় শব্দটোৰপৰাও যুক্তি অৰ্থকেই পোৱা যায়। যাৰ সহায়ত কোনো নিশ্চিত সিদ্ধান্তত উপনীত হ'ব পৰা যায় তাৰেই নাম ন্যায়।

ন্যায়দৰ্শন আন্বীক্ষিকী নামেও সুপ্ৰসিদ্ধ। অনু আৰু ঈক্ষা এই দুটা পদ লগ হৈ অন্বীক্ষা পদ নিষ্পন্ন হৈছে। অনু শব্দৰ অৰ্থ পিছত আৰু ঈক্ষা শব্দৰ অৰ্থ দৰ্শন বা আলোচনা। আত্মা সম্বন্ধে গুৰুৰ মুখৰপৰা শুনাৰ পিছত সেই সম্বন্ধে আলোচনাই অন্বীক্ষা শব্দৰ মুখ্য তাৎপৰ্য্য। ন্যায়দৰ্শনে এই অন্বীক্ষাৰ প্ৰতিপাদন কৰাত ইয়াক আন্বীক্ষিকী বোলা হয়। এই আন্বীক্ষিকী বিদ্যা ন্যায়দৰ্শনৰ উপযোগিতা সম্পৰ্কে ভাষ্যকাৰ বাৎস্যায়নে কয়ঃ

প্ৰদীপঃ সৰ্ব্ববিদ্যানামুপায়ঃ সৰ্ব্বকৰ্ম্মণাম্।
আশ্ৰয়ঃ সৰ্ব্বধৰ্ম্মাণাং বিদ্যোদ্দেশে প্ৰকীৰ্ত্তিতা॥

---

১ যি কোনো বিষয়ৰ যথাৰ্থ জ্ঞান লাভ কৰিব লগীয়া হ'লেই দুটা পৰস্পৰ বিপৰীত ধৰ্ম্মই দেখা দিয়ে অৰ্থাৎ জানিব খোজা বিষয়টো এনেকুৱা হয় নে নহয়—এই সন্দেহ স্থলত যিটো বিষয়ৰ অধিক কাৰণ দেখা যায় তেতিয়া তাৰ সন্দেহ আঁতৰ হয়—অৰ্থাৎ "এইটো এনেকুৱা হ'ব পাৰে" এনে ধৰণৰ সম্ভাৱনা হয়। এই সম্ভাৱনাৰ নামেই তৰ্ক।

অৰ্থাৎ বিদ্যাসমূহৰ আলোচনাত এই আন্বীক্ষিকী বিদ্যাক সকলো বিদ্যাৰ দীপশিখাৰ নিচিনা, সকলো কামৰে উপায়ৰ দৰে আৰু সকলো ধৰ্ম্মৰে আশ্ৰয় স্বৰূপে স্বীকাৰ কৰা হৈছে।

দাৰ্শনিকসকলে জাগতিক পদাৰ্থসমূহৰ সমালোচনা কৰিছে আৰু সেই সমালোচনাৰ সুবিধাৰ কাৰণে পদাৰ্থসমূহক বিভিন্ন শ্ৰেণীত ভাগ কৰি লৈছে। যি কোনো বস্তুকেই কোনো বিশেষ কাৰণৰ সহায়েৰে আনবোৰৰপৰা যেতিয়া বেলেগকৈ দেখুওৱা হয় তেতিয়া সেই বস্তুটোৰ বিষয়ে সবিশেষ জানিবলৈ সুবিধা হয়। জগতত যিমান-বোৰ পদাৰ্থ আছে সেইবোৰৰ প্ৰত্যেকৰে সুকীয়াভাৱে জ্ঞান লাভ কৰা দুঃসাধ্য, গতিকে সেই পদাৰ্থসমূহৰ শ্ৰেণী বিভাগৰ প্ৰয়োজন। ন্যাযদৰ্শনৰ মতে এই শ্ৰেণীৰ সংখ্যা ষোল্ল অৰ্থাৎ এই দৰ্শনত জগতৰ পদাৰ্থসমূহক ষোল্লটা শ্ৰেণীত ভাগ কৰি লোৱা হৈছে। এই শ্ৰেণী-বিভাগকে পদাৰ্থ সঙ্কলন বোলে। একোটা শ্ৰেণী একোটা পদাৰ্থ নামে পৰিগণিত। ন্যায়দৰ্শনত স্বীকৃত ষোল্লটা পদাৰ্থ হৈছে :

প্ৰমাণ-প্ৰমেয-সংশয-প্ৰযোজন-দৃষ্টান্ত-সিদ্ধান্তাৱয়ৱ-তৰ্ক-নিৰ্ণয-ৱাদ-জল্প-ৱিতণ্ডা-হেত্বাভাস-চ্ছল-জাতিনিগ্ৰহস্থানানাং তত্ত্বজ্ঞানান্নিঃশ্ৰেযসাধিগমঃ। ১।১

এই সূত্ৰৰ দ্বাৰায় মহৰ্ষিয়ে প্ৰমাণৰপৰা আৰম্ভ কৰি নিগ্ৰহ-স্থানলৈকে ষোল্ল প্ৰকাৰ পদাৰ্থৰ উল্লেখ কৰিছে। এই প্ৰমাণাদি পদাৰ্থসমূহৰ তত্ত্বজ্ঞানৰপৰাই নিঃশ্ৰেয়স্ লাভ হয়। নিঃশ্ৰেয়স্ শব্দৰ অৰ্থ মুক্তি বা অপবৰ্গ। মহৰ্ষিয়ে এই সূত্ৰৰ দ্বাৰা ইয়াকো প্ৰতিপাদন কৰিছে যে প্ৰমাণাদি পদাৰ্থ ন্যায়শাস্ত্ৰৰ প্ৰতিপাদ্য বিষয় আৰু মুক্তি বা অপবৰ্গ ইয়াৰ প্ৰয়োজন। ইয়াৰ অৰ্থ স্পষ্ট কৰিবলৈ মহৰ্ষি গোতমে দ্বিতীয় সূত্ৰৰ অৱতাৰণা কৰিছে :

দুঃখ-জন্ম-প্ৰবৃত্তি-দোষ-মিথ্যাজ্ঞানানামুত্তৰোত্তৰাপায়ে তদনন্তৰাপায়াদপৱৰ্গঃ।

অৰ্থাৎ প্ৰথম সূত্ৰত উল্লেখ কৰা প্ৰমাণ প্ৰভৃতি ষোল্লটা পদাৰ্থৰ ভিতৰত আত্মা আদি প্ৰমেয় পদাৰ্থৰ যি তত্ত্বজ্ঞান বা

যথাৰ্থজ্ঞান, সেই জ্ঞানেই পূৰ্ব্বোক্ত প্ৰমেয় পদাৰ্থসমূহৰ সকলো প্ৰকাৰ মিথ্যাজ্ঞান নাইকিয়া কৰে। মিথ্যাজ্ঞান মষিমূৰ হ'লেই অপবৰ্গ লাভ হয়। সকলো প্ৰকাৰ দুঃখৰ আত্যন্তিক নিবৃত্তি অৰ্থাৎ সমূলে উচ্ছেদ নহ'লে মুক্তি লাভ অসম্ভৱ। ন্যায়দৰ্শনৰ মতে সমস্ত দুঃখৰ নিঃশেষ-নিবৃত্তিয়েই অপবৰ্গ বা মুক্তি। অপবৰ্গ মোক্ষৰেই আন এটা নাম।

মহাকবি কালিদাসে ন্যায়দৰ্শনৰ বিস্তৃত উল্লেখ কৰা নাই। হয়তো কালিদাসৰ সময়ত ন্যায়দৰ্শনৰ প্ৰচাৰ আৰু আলোচনা দেশত কিছু পৰিমাণে হ্ৰাস হৈছিল। কালিদাসে তেওঁৰ মহাকাব্য ৰঘুৱংশৰ ত্ৰয়োদশ সৰ্গত ৰাৱণবিজেতা শ্ৰীৰামচন্দ্ৰই লঙ্কাৰপৰা পুষ্পকৰথত আকাশ পথেৰে অযোধ্যালৈ প্ৰত্যাবৰ্ত্তন কৰা সময়ত ন্যায়দৰ্শনৰ কথা উল্লেখ কৰিছে :

অথাত্মনঃ শব্দগুণং গুণজ্ঞঃ
পদং ৱিমানেন ৱিগাহমানঃ।[১]

কবিয়ে এই শ্লোকত আকাশ শব্দ পোনভাৱে উল্লেখ নকৰি ন্যায়সম্মত আকাশৰ লক্ষণটিকে ব্যৱহাৰ কৰিছে। ৰঘুৱংশৰ টীকাকাৰ মল্লিনাথে কৈছে, "শব্দগুণমাকাশমিতি তাৰ্কিকাঃ"। ইয়াৰ অৰ্থ এই যে—শব্দ এটা গুণ। গুণ পদাৰ্থ কোনো দ্ৰব্য-বিশেষক আশ্ৰয় নকৰাকৈ কেতিয়াও স্বতন্ত্ৰভাৱে থাকিব নোৱাৰে। অথচ পৃথিৱীকে আৰম্ভ কৰি বায়ু পৰ্য্যন্ত কোনো দ্ৰব্যই শব্দৰ আশ্ৰয় নহয়। বায়ু শব্দবহ কিন্তু শব্দাশ্ৰয়ী নহয়। শব্দ বায়ুৰ গুণ হোৱাহেঁতেন, স্পৰ্শৰ (বায়ুৰ গুণ) নিচিনা শব্দও বায়ুৰ সহচৰী হ'লহেঁতেন। বায়ু কেতিয়াও স্পৰ্শহীন হৈ নাথাকে। শব্দক বায়ুৰ গুণ বুলি স্বীকাৰ কৰিলে বায়ু শব্দহীন হৈ খন্তেকৰ বাবেও থাকিব নোৱৰা হ'ব, অথচ বায়ুক শব্দহীন অৱস্থাত দেখা যায় গতিকে বায়ুক শব্দৰ আশ্ৰয় বোলা যুক্তিসঙ্গত নহয়। দুৱাৰ বন্ধ কৰি বাকচৰ ভিতৰত সোমাই কথা ক'লে বাহিৰত থকা মানুহে সেই শব্দ নুশুনে অৰ্থাৎ শব্দবাহী

১ ৰঘুৱংশ ১৩।১

বায়ুৰ অভাৱত সেই শব্দ মানুহৰ কাণত নোসোমায়, অথচ বাকচৰ ভিতৰত সোমাই থকা মানুহে সেই শব্দ শুনিবলৈ পায় অৰ্থাৎ বাকচৰ ভিতৰত আকাশ আছে বুলিয়েই তাত শব্দৰ উৎপত্তি হয়। গতিকে শব্দৰ আশ্ৰয় আকাশৰ বাহিৰে আন পদাৰ্থ নহয়। ইয়াৰপৰা বুজা যায়, শব্দই আকাশৰ বিশেষ গুণ; আন কথাৰে ক'বলৈ গ'লে শব্দই আকাশৰ পৰিচায়ক। যাৰ দ্বাৰা যিটো প্ৰমাণিত হয় সিয়ে তাৰ লক্ষণ, গতিকে নৈয়ায়িকসকলে আকাশৰ লক্ষণ কৰিছে—'শব্দ-গুণমাকাশম্।" মহাকবি কালিদাসে আকাশ বুলি নকৈ "শব্দগুণম্" বুলি তাকেই বুজাইছে।

কবি কলিদাসে অভিজ্ঞানশকুন্তলম্ নাটকত পুনৰ 'আকাশ' শব্দ প্ৰয়োগ নকৰি "শ্ৰুতিবিষয়গুণ" আৰু "বিভু" হিছাপে আকশকেই নিৰ্দ্দেশ কৰিছে।

শ্ৰুতিৱিষয়গুণা যা স্থিতা ৱ্যাপ্য ৱিশ্বম্—শ্ৰুতেঃ শ্ৰৱণেন্দ্ৰিয়স্য ৱিষয়ঃ (গোচৰঃ) গুণঃ (শব্দাখ্যঃ) যস্যাঃ সা।

অলপ বহলাই ক'বলৈ গ'লে কথাটো এই যে শব্দ, স্পৰ্শ, ৰূপ, ৰস আৰু গন্ধ—এই পাঁচটা ক্ৰমান্বয়ে শ্ৰোত্ৰ, ত্বক্, নেত্ৰ, জিহ্বা আৰু নাসিকা এই পাঁচটা জ্ঞানেন্দ্ৰিয়ৰ বিষয় হিছাপে পৰিগণিত। ঘ্ৰাণ, ৰসনা, চক্ষু, ত্বক্ আৰু শ্ৰোত্ৰ, এই পঞ্চজ্ঞানেন্দ্ৰিয়ৰ দ্বাৰা ক্ৰমান্বয়ে গন্ধ, ৰস, ৰূপ, স্পৰ্শ আৰু শব্দ বিষয়ক জ্ঞান হয়। এই সম্পৰ্কে কোনো দাৰ্শনিকৰেই মতভেদ নাই। শ্ৰৱণেন্দ্ৰিয়ৰ বিষয় হ'ল শব্দ আৰু এই শব্দই হ'ল আকাশৰ বিশেষ গুণ। ভাষাপৰিচ্ছেদকাৰ বিশ্বনাথে কৈছে—"আকাশস্য তু বিজ্ঞেয়ো শব্দো বৈশেষিকো গুণঃ" অৰ্থাৎ শব্দই হৈছে আকাশৰ বিশেষ গুণ। তৰ্কসংগ্ৰহকাৰ অন্নভট্টই আকাশৰ লক্ষণ কৰিছে—"শব্দগুণমাকাশম্ তচ্চৈকং বিভু নিত্যং চ" —শব্দগুণযুক্ত পদাৰ্থৰ নামেই আকাশ। সেই আকাশ এক, বিভু আৰু নিত্য। মহাকবি কালিদাসে আকাশে চৰাচৰ বিশ্ব ব্যাপি আছে বুলিয়েই নৈয়ায়িক-সম্মত আকাশৰ বিভুত্ব প্ৰতিপাদন কৰিছে।

## তিনি

**বৈশেষিক দৰ্শন ঃ** বৈশেষিক দৰ্শন মহৰ্ষি কণাদ-প্ৰণীত। কৃষকসকলে পথাৰত ধান দোৱাৰ সময়ত কিছু ধান থোকৰপৰা আপোনা-আপুনি তাত পৰে; সেইবোৰ এটা এটাকৈ বুটলি তাৰে জীৱিকা নিৰ্ব্বাহ কৰাৰ কাৰণে মহৰ্ষিক কণাদ উপাধিৰে বিভূষিত কৰা হৈছিল। জীৱিকাৰ এনে কঠোৰ উপায়ক লক্ষ্য কৰি কোনো কোনো দাৰ্শনিকে তেওঁক কণভক্ষ বা কণভুক্ বুলি কটাক্ষ কৰিছিল। অকল জীৱিকানুসাৰেই বৈশেষিক দৰ্শনকাৰক কণাদ নামটো দিয়া হৈছিল। তেওঁৰ প্ৰকৃত নাম উলূক। তেওঁৰ এই নাম অনুসাৰে বৈশেষিকদৰ্শন কণাদ নাইবা ঔলূক্যদৰ্শন নামেও পৰিচিত। মহামতি মাধৱাচাৰ্য্যই তেওঁৰ সৰ্ব্বদৰ্শনসংগ্ৰহ নামৰ দৰ্শন-গ্ৰন্থত বৈশেষিক-দৰ্শনক ঔলূক্যদৰ্শন বুলিয়েই অভিহিত কৰিছে।

বৈশেষিক দৰ্শন ন্যায়দৰ্শনতকৈও প্ৰাচীন। এই দৰ্শনত বিশেষ নামে এবিধ পদাৰ্থ সুচাৰুৰূপে প্ৰতিপাদিত হৈছে। আনবোৰ দৰ্শনত বিশেষ পদাৰ্থ স্বীকৃত হোৱা নাই। সেই কাৰণে এই দৰ্শনৰ নাম বৈশেষিক দৰ্শন।

ন্যায়দৰ্শনৰ দৰে বৈশেষিক দৰ্শনো সূত্ৰত লিখা। ইয়াৰ মুঠ সূত্ৰ সংখ্যা তিনি শ সত্তৰ। এই সূত্ৰসমূহ দহ অধ্যায়ত সমাপ্ত। প্ৰত্যেক অধ্যায় দুটা দুটা পৰিচ্ছেদত বিভক্ত। ইয়াৰো একোটা পৰিচ্ছেদৰ নাম এক আহ্নিক। আহ্নিক শব্দৰ অৰ্থ আগেয়ে উল্লেখ কৰা হৈছে। এই দৰ্শন প্ৰণয়নত মহৰ্ষিৰ মাথোন কুৰি দিন লাগিছিল। লঙ্কেশ্বৰ ৰাৱণেই বৈশেষিক দৰ্শনৰ প্ৰথম ভাষ্য-কাৰ। বৈশেষিক দৰ্শনৰ পৰৱৰ্ত্তী গ্ৰন্থকৰ্ত্তাসকলৰ ভিতৰত আচাৰ্য্য প্ৰশস্তপাদেই সবাতকৈ শ্ৰেষ্ঠ। তেওঁৰ ৰচিত গ্ৰন্থৰ নাম 'পদাৰ্থ-ধৰ্ম্ম-সংগ্ৰহ।' এই গ্ৰন্থ মূলগ্ৰন্থৰ প্ৰকৃত ভাষ্যগ্ৰন্থ নহয়। ইয়াত

মূল গ্ৰন্থৰ অভিপ্ৰায় বুজাবলৈ চেষ্টা কৰা হৈছে—সেই কাৰণে এই গ্ৰন্থ তাৎপৰ্য্যমূলক। পদাৰ্থ-ধৰ্ম্ম-সংগ্ৰহ বৈশেষিক দৰ্শনৰ অতি প্ৰাচীন আৰু প্ৰামাণিক গ্ৰন্থ। উদযনাচাৰ্য্যৰ 'কিৰণাৱলী' এই গ্ৰন্থৰ অতি প্ৰসিদ্ধ টীকা। পদাৰ্থ-ধৰ্ম্মসংগ্ৰহৰ 'ন্যায়কন্দলী' নামে শ্ৰীধৰাচাৰ্য্যৰ আন এটি প্ৰসিদ্ধ টীকা আছে। আকৌ ইয়াৰ ওপৰত লিখা বল্লভাচাৰ্য্যৰ 'ন্যায়লীলাৱতী' টীকাও অতি সুপ্ৰসিদ্ধ। বিশ্বনাথ ন্যায়পঞ্চাননৰ 'ভাষাপৰিচ্ছেদ' এই দৰ্শনৰ অত্যন্ত লোকপ্ৰিয়, আধুনিক আৰু প্ৰসিদ্ধ গ্ৰন্থ।

ন্যায় আৰু বৈশেষিক দৰ্শন সম-গোত্ৰীয় বস্তু। এই উভয় দৰ্শনৰ মাজত বহু সিদ্ধান্তৰ মিল আছে, সেই কাৰণে ইয়াক সমান তন্ত্ৰ বোলা হয। তন্ত্ৰ শব্দৰ অৰ্থ শাস্ত্ৰ। উভয় দৰ্শনৰ লক্ষ্যও একে। সাধাৰণ বিষয়বোৰৰ কথা বাদ দিলে, প্ৰধান

১ মহৰ্ষি কণাদৰ মতে বিশেষ এটা স্বকীয়া পদাৰ্থ। মহাপ্ৰলযৰ সমযত নিত্যদ্ৰব্যবোৰৰ ভিতৰত এটাক আনটোৰপৰা পৃথক কৰাৰ উপাযক বিশেষ পদাৰ্থ বোলে। ঘটৰ পৰা আৰম্ভ কৰি দ্ব্যণুক পৰ্য্যন্ত অবযব থকা দ্ৰব্যসমূহৰ পৰস্পৰৰ ভেদ সিহঁতৰ অবযবৰ দ্বাৰা প্ৰতিপন্ন কৰা যায। প্ৰলয কালতো অৱস্থান কৰা পৰমাণু প্ৰভৃতি নিত্যদ্ৰব্যসমূহৰ কোনো অবযব নাথাকে, তথাপি সিহঁতৰ মাজতো পৰস্পৰ ভেদ আছে। যদি সিহঁতৰ মাজত পৰস্পৰৰ ভেদ আছে তেন্তে সেই ভেদ প্ৰতিপন্ন কৰিব পৰা এটা ধৰ্ম্মও অৱশ্যে থাকিব। মাহৰ পৰমাণুৰ পৰা মুগৰ পৰমাণু অৱশ্যে ভিন্ন। যদি সেই পৰমাণু দুটাক ভিন্ন বুলি স্বীকাৰ কৰা নহয় তেন্তে পুনৰ সৃষ্টিৰ সময়ত মাহৰ পৰমাণুৰপৰা মুগৰ আবিৰ্ভাৱ নাইবা মুগৰ পৰমাণুৰ-পৰা মাহৰ আবিৰ্ভাৱ অৱশ্যেই স্বীকাৰ্য্য হৈ পৰে। কিন্তু এনেকুৱা হোৱা কেতিয়াও দেখা নাযায। গতিকে সিহঁতৰ পৰস্পৰৰ ভেদক-ধৰ্ম্ম এটা নিশ্চয আছে। বিশেষ পদাৰ্থই সিহঁতৰ ভেদক। মুগৰ পৰমাণুত যি বিশেষ পদাৰ্থ আছে মাহৰ পৰমাণুত সি নাই। আকৌ মাহৰ পৰমাণুত যি বিশেষ পদাৰ্থ আছে মুগৰ পৰমাণুত সেই বিশেষ পদাৰ্থ নাই। এইদৰে বিশেষ পদাৰ্থৰ কাৰণে মাহৰ পৰমাণুৰপৰা মুগৰ পৰমাণু পৃথক।

বিষয়বোৰত উভয় দৰ্শনৰ একমত। বৈশেষিক দৰ্শন বহিৰ্জ্জগতৰ বিস্তৃত বিশ্লেষণত ব্যাপ্ত, ন্যায়দৰ্শন অন্তৰ্জ্জগৎ আৰু জ্ঞানমাৰ্গৰ বিচাৰ প্ৰণালীৰে পৰিসমাপ্ত। গতিকে বৈশেষিক দৰ্শনৰ যি ন্যূনতা আছিল ন্যায়দৰ্শনত তাৰ পৰিপূৰ্ণতা ঘটিছে।

ঈশ্বৰ আৰু মুক্তি সম্বন্ধে বৈশেষিক দৰ্শনৰ মত ন্যায়দৰ্শনৰ লগত একে। বৈশেষিক দৰ্শনতো ন্যায়দৰ্শনৰ দৰে অবিদ্যা বা মিথ্যাজ্ঞানেই সকলো প্ৰকাৰ দুঃখৰ কাৰণ বুলি স্থিৰ কৰা হৈছে। দুঃখৰ মূলোচ্ছেদ বা নিঃশেষ নিবৃত্তিয়েই নিঃশ্ৰেয়স বা অপবৰ্গ লাভৰ উপায়। এই উপায় লাভ কৰিবলৈ তত্বজ্ঞানৰ প্ৰয়োজন। মিথ্যাজ্ঞানৰ বিৰোধী জ্ঞানকে তত্বজ্ঞান বোলে। এই সম্বন্ধে উভয় দৰ্শনৰ মত এক। অৱশ্যে ন্যায়দৰ্শনে যোল্লটা পদাৰ্থৰ তত্বজ্ঞানেই মুক্তিৰ কাৰণ বুলি নিৰ্দ্দেশ কৰে, কিন্তু বৈশেষিক দৰ্শনৰ মতে ছটা পদাৰ্থৰ তত্বজ্ঞানতেই মুক্তি লাভ হয়। কণাদে কয়—"ধৰ্ম্মবিশেষ-প্ৰসূতাদ্ দ্ৰব্য-গুণ-কৰ্ম্ম-সামান্য-বিশেষ-সমবায়ানাং পদাৰ্থানাং সাধৰ্ম্ম্য-বৈধৰ্ম্ম্যাভ্যাং তত্বজ্ঞানাৎ নিঃশ্ৰেয়সাধিগমঃ।" ১।১।৪

অৰ্থাৎ দ্ৰব্য, গুণ, কৰ্ম্ম, সামান্য, বিশেষ আৰু সমবায় এই ছটা পদাৰ্থৰ সাধৰ্ম্ম্য আৰু বৈধৰ্ম্ম্য বিচাৰৰ দ্বাৰা তত্বজ্ঞান উৎপন্ন হয়। তত্বজ্ঞানৰ উদয়তে মুক্তি লাভ হয়।

নিষ্কাম কৰ্ম্মৰে উপাৰ্জ্জিত ধৰ্ম্মৰপৰাই দ্ৰব্য গুণ কৰ্ম্ম সামান্য, বিশেষ আৰু সমবায় এই ছটা পদাৰ্থৰ সাধৰ্ম্ম্য আৰু বৈধৰ্ম্ম্য অৰ্থাৎ কোন ধৰ্ম্ম কোন পদাৰ্থৰ সমান ধৰ্ম্ম আৰু কোন ধৰ্ম্মই বা কোন কোন পদাৰ্থৰ বিপৰীত ধৰ্ম্ম এই তত্বজ্ঞান বা যথাৰ্থজ্ঞান লাভ হলে নিঃশ্ৰেয়স্ বা নিৰবচ্ছিন্ন কল্যাণ অৰ্থাৎ মুক্তি লাভ হয়। কণাদে কয়—"যতোঽভ্যুদয়নিঃশ্ৰেয়সসিদ্ধিঃ স ধৰ্ম্মঃ" অৰ্থাৎ ধৰ্ম্মৰ-পৰাই তত্বজ্ঞান ওপজে। তত্বজ্ঞানেই মুক্তিৰ চৰম উপায়। দুবিধ কৰ্ম্মৰপৰাই ধৰ্ম্মৰ উৎপত্তি হয়। সেই কৰ্ম্ম দুবিধ—সকাম কৰ্ম্ম আৰু নিষ্কাম কৰ্ম্ম। নিষ্কাম কৰ্ম্মৰ প্ৰতিয়ে বৈশেষিক আচাৰ্য্য-

সকলে বিশেষ আগ্ৰহ দেখুৱাইছে; কিয়নো নিষ্কাম কৰ্ম্মৰপৰাই সত্ত্বশুদ্ধি হয়, সত্ত্বশুদ্ধি হলে তত্ত্বজ্ঞান উদয় হয়, তত্ত্বজ্ঞান উদয় হলে মিথ্যাজ্ঞান নাশ হয় আৰু মিথ্যাজ্ঞান দূৰ হলেই নিৰবচ্ছিন্ন কল্যাণ উপস্থিত হয়; এই নিৰবচ্ছিন্ন কল্যাণেই মুক্তি।

গতিকে তত্ত্বজ্ঞান সাক্ষাৎ কাৰণ হলেও নিষ্কাম কৰ্ম্মই যে ইয়াৰ মূলত তাক সহজেই অনুমান কৰিব পাৰি। এই নিষ্কাম কৰ্ম্মৰে উপাৰ্জ্জিত ধৰ্ম্মৰপৰাই দ্ৰব্য, গুণ, সামান্য আদি ছটা পদাৰ্থৰ উৎপত্তি হয়। গতিকে পদাৰ্থ-তত্ত্ব মুক্তিৰ সাক্ষাৎ কাৰণ নহলেও পৰম্পৰা কাৰণ হিছাপে পৰিগণিত।

অমৰ কবি কালিদাসে ন্যায়দৰ্শনৰ দৰে বৈশেষিক দৰ্শনৰো বিস্তৃত উল্লেখ কৰা নাই, মাত্ৰ তেওঁৰ মহাকাব্য কুমাৰসম্ভৱৰ দ্বিতীয় সৰ্গত ব্ৰহ্মস্তুতি প্ৰসঙ্গত কৈছে:

দ্ৰৱঃ সংঘাতকঠিনঃ স্থূলঃ সূক্ষ্মো লঘুৰ্গুৰুঃ।
ব্যক্তো ব্যক্তেতৰশ্চাসি প্ৰাকাম্যং তে বিভূতিষু॥[১]

অৰ্থাৎ হে ভগৱান! তুমি ইচ্ছানুসাৰে জলৰ নিচিনা দ্ৰৱীভূত আৰু তুমিয়েই সংযোগবশতঃ পৰ্ব্বতৰ দৰে কঠিন, তুমি স্থূল, তুমি সূক্ষ্ম, তুমি লঘু আৰু তুমি গুৰু, তুমি ব্যক্ত, তুমিয়েই অব্যক্ত। এইভাৱে তুমি ইচ্ছানুসাৰে গৰিমা-অণিমাদি স্বকীয় বিভূতিত বিৰাজমান হৈ থাকা। যেতিয়া যি ইচ্ছা তাকেই কৰিব পাৰা অৰ্থাৎ তুমি ইচ্ছানুসাৰেই মূৰ্ত্তি গ্ৰহণ কৰিব পাৰা।

পূৰ্ব্ব উল্লিখিত শ্লোকৰ "দ্ৰৱঃ সংঘাত-কঠিনঃ" ইত্যাদিৰ দ্বাৰা বৈশেষিক দৰ্শনৰ পৰমাণুকাৰণবাদৰ উল্লেখ কৰিছে। বৈশেষিক দৰ্শনৰ মতে মহাপ্ৰলয়ৰ সময়ত জাগতিক সমস্ত পদাৰ্থই পাৰ্থিৱ, জলীয়, তেজস্ আৰু বায়ৱীয়—এই চাৰিবিধ পৰমাণুত অৱস্থান কৰে। পুনৰ জগৎ সৃষ্টিৰ মূলতো এই চাৰিবিধ পৰমাণুৱেই। এই চতুৰ্ব্বিধ




১ কুমাৰসম্ভৱ ২।১১

পৰমাণুৰেই জগৎসৃষ্টিৰ আদি বা মূল কাৰণ। পৰমাণুৰ কোনো কাৰণ নাই অৰ্থাৎ পৰমাণু কাৰো কাৰ্য্য বা কাৰোপৰা উৎপন্ন নহয়। পৰমাণুৰ কাৰণ স্বীকাৰ কৰিলে তাৰো আন কাৰণ স্বীকাৰ কৰিব লগীয়া হয়। এইদৰে কাৰণৰ পিচত কাৰণ অন্বেষণ কৰিলে কাৰণৰ সমাপ্তি নহয়। কাৰণৰ কাৰণ অন্বেষণ কৰিলে অনৱস্থা দোষ বা বিশ্ৰামৰ আজৰি নোহোৱা হয়। বৈশেষিক আচাৰ্য্যসকলৰ মতে পৰমাণুৰেই জগৎসৃষ্টিৰ আদি কাৰণ। পৰমাণু সৎপদাৰ্থ হলেও ঘট-পটৰ নিচিনা সি প্ৰত্যক্ষ গোচৰ বা তাক চকুৰে দেখা পোৱা নাযায়। কোনো বস্তু প্ৰত্যক্ষ হব লাগিলে তাৰ দুটা গুণ থকাৰ আৱশ্যক, এটা তাৰ মহত্ত্ব, আনটো তাৰ ৰূপ অৰ্থাৎ যাৰ মহত্ত্ব আৰু ৰূপ আছে তাকেই প্ৰত্যক্ষ কৰা সম্ভৱ। যিহেতু পৰমাণুত প্ৰত্যক্ষজনক গুণ দুটাৰ অভাৱ সেই কাৰণে পৰমাণু আমাৰ দৃষ্টিগোচৰ নহয়। এই চতুৰ্ব্বিধ পৰমাণুৰ পৰস্পৰ সংমিশ্ৰণত দ্ব্যণুকাদিক্ৰমে বিশ্ব-সংসাৰৰ সৃষ্টি হয়। দুটা পৰমাণুৰ সংযোগত যি দ্ৰব্য উৎপন্ন হয় তাৰ নাম দ্ব্যণুক। জীৱৰ ধৰ্ম্ম আৰু অধৰ্ম্মজনিত প্ৰাক্তন অদৃষ্টৰ প্ৰেৰণাত সৰ্ব্বপ্ৰথম বায়বীয় পৰমাণুত ক্ৰিয়া আৰম্ভ হয়। তাৰ ফলত আন আন পৰমাণুবো বিক্ষোভ আৰম্ভ হয় আৰু এটা পৰমাণু আন এটা পৰমাণুৰ লগত লগ লাগি এটা দ্ব্যণুক উৎপন্ন কৰে। সেই উৎপন্ন দ্ব্যণুকসমূহৰ মাজত পুনঃ বিক্ষোভ আৰম্ভ হয় আৰু দুটা দুটা দ্ব্যণুক লগলাগি একোটা ত্ৰ্যসৰেণুৰ সৃষ্টি কৰে। এই ত্ৰ্যসৰেণুৰেই সমস্ত স্থূল জগতৰ আদি কাৰণ। ইয়ে বৈশেষিক দৰ্শনৰ পৰমাণুকাৰণবাদ।

কবিয়ে ওপৰত উল্লেখ কৰা শ্লোকৰে বৈশেষিকাচাৰ্য্যসকলৰ পৰমাণুকাৰণবাদক স্মৰণ কৰি ব্ৰহ্মাৰ প্ৰতি স্তুতি জনাইছে।

## চাৰি

**মীমাংসা-দৰ্শন ঃ**

মহৰ্ষি জৈমিনি মীমাংসা-দৰ্শনৰ আদি প্ৰণেতা। মীমাংসা-দৰ্শন বুলিলে আমি সাধাৰণতে জৈমিনি প্ৰণীত পূৰ্ব্ব-মীমাংসাকেই বুজোঁ; কিন্তু মীমাংসা-দৰ্শন পূৰ্ব্ব-আৰু উত্তৰ-মীমাংসা এই দুই ভাগত বিভক্ত। জৈমিনি ৰচিত ভাগৰ নাম পূৰ্ব্ব-মীমাংসা আৰু বেদব্যাস ৰচিত ভাগৰ নাম উত্তৰ-মীমাংসা বা বেদান্ত। আমি ইতিপূৰ্ব্বেই উল্লেখ কৰি আহিছো যে মন্ত্ৰ আৰু ব্ৰাহ্মণৰ সম্মিলিত নাম বেদ। বেদ ভাৰতৰ প্ৰাচীন আৰু পবিত্ৰ জ্ঞানৰ ভাণ্ডাৰ, এই মহান জ্ঞান-ভাণ্ডাৰক দুটা ভাগত ভাগ কৰা হৈছে। প্ৰথম ভাগত বিধেয় কৰ্ম্ম আৰু উপাসনাৰ উপযোগী স্তুতি-প্ৰাৰ্থনাযুক্ত মন্ত্ৰভাগ আৰু শেষ ভাগৰ নাম বেদান্ত, তাত অকল জ্ঞান চৰ্চ্চাৰ বিধান কৰা হৈছে। এই কাৰণে বেদৰ পূৰ্ব্বভাগক প্ৰাধান্য দিয়া শাস্ত্ৰক পূৰ্ব্ব-মীমাংসা আৰু শেষভাগৰ মহত্ত্ব প্ৰতিষ্ঠা কৰা শাস্ত্ৰক উত্তৰ-মীমাংসা বোলা হয়। বেদৰ শেষ ৰহস্য উত্তৰ-মীমাংসাত প্ৰতিপাদন কৰা হৈছে; সেই কাৰণে ই বেদান্ত নামে পৰিচিত। পূৰ্ব্ব-মীমাংসাত বিধি, মন্ত্ৰ, নামধেয়, নিষেধ আৰু অৰ্থবাদ ভেদে বেদক পাঁচ প্ৰকাৰ বুলি অভিহিত কৰা হৈছে। উত্তৰ-মীমাংসাক কৰ্ম্ম, উপাসনা আৰু জ্ঞানকাণ্ড ভেদে তিনি প্ৰকাৰ বুলি স্বীকাৰ কৰা হৈছে।

বেদৰ কৰ্ম্মকাণ্ড অংশ মীমাংসা-দৰ্শনৰ মূল উপজীব্য আৰু জ্ঞানকাণ্ড অংশ বেদান্ত-দৰ্শনৰ মূল আধাৰ। বেদৰ কৰ্ম্মকাণ্ড আৰু সংহিতা ভাগৰ তাৎপৰ্য্য আলোচনা মীমাংসা-দৰ্শনত বিশদ-

ভাৱে আলোচিত হৈছে। বস্তুতঃ বেদাৰ্থ নিৰ্ণয়ৰ চেষ্টা আৰু বেদৰ প্ৰামাণ্য প্ৰতিষ্ঠাই এই দৰ্শনৰ অন্যতম উদ্দেশ্য। আন কথাৰে কবলৈ গলে বৈদিক ক্ৰিয়াকাণ্ডৰ ওপৰতে এই দৰ্শন প্ৰতিষ্ঠিত। মীমাংসাচাৰ্য্যসকলৰ মতে ক্ৰিয়া অৰ্থাৎ যজ্ঞ প্ৰভৃতি কৰ্ম্ম প্ৰতি-পাদনতেই বেদৰ অভিপ্ৰায় সমাপ্ত। বেদ-বিহিত যজ্ঞানুষ্ঠানেই যথাৰ্থ ধৰ্ম্ম। মীমাংসা শাস্ত্ৰ ধৰ্ম্মৰ ব্যাখ্যাৰে পৰিপূৰ্ণ। মীমাংসক-সকলে ধৰ্ম্মৰ স্বৰূপ নিৰ্দ্দেশ কৰিছে "চোদনালক্ষণোঽৰ্থো ধৰ্মঃ।" চোদনাৰ অৰ্থ হ'ল ক্ৰিযা প্ৰৱৰ্ত্তক বাক্য-বিশেষ। সেই বাক্য হ'ল বিধিৰূপ। বিধিৰ দ্বাৰা বেদ-বিহিত ক্ৰিয়া-কলাপকে বুজায়। তেওঁলোকৰ মতে অনুষ্ঠেয় কৰ্ম্ম, দ্ৰব্য, দেৱতা আৰু মন্ত্ৰ সাপেক্ষ হলেও, কৰ্ম্মই প্ৰধান। দেৱতা কৰ্ম্মৰ গৌণ অঙ্গ মাথোন। মীমাংসকসকলে আন সম্প্ৰদায়ৰ দৰে দেৱতাক প্ৰাধান্য নিদি মন্ত্ৰ-শক্তিতে আত্ম-নিবেদন কৰিছে। গতিকে মীমাংসকসকলে ঈশ্বৰ বা ব্ৰহ্ম স্বীকাৰ নকৰে আৰু মুক্তিলাভৰ কাৰণে ঈশ্বৰৰ আৱশ্যকতাও বোধ নকৰে। তেওঁলোকৰ মতে কৰ্ম্মই জীৱৰ ভোগ আৰু মোক্ষৰ উপায। জীৱসমূহে বেদ-বিহিত কৰ্ম্মানুষ্ঠানতে আত্মনিয়োগ কৰিলে অভীষ্ট ফল লাভ কৰিব পাৰে। কৰ্ম্মই জীৱৰ ইহকাল আৰু পৰকালৰ পৰম বন্ধু। কৰ্ম্মৰ ওপৰত আন কোনো বস্তু নাই। মীমাংসা-দৰ্শনে কৰ্ম্মৰ ওপৰত যথাসৰ্ব্বস্ব নিৰ্ভৰ কৰাৰ কাৰণে এই দৰ্শন কৰ্ম্ম-মীমাংসা নামেও পৰিচিত।

মীমাংসা-দৰ্শন দ্বাদশ অধ্যায়ত বিভক্ত। প্ৰত্যেক অধ্যায়তে বহু পাদ আছে আৰু প্ৰত্যেক পাদেই বহু সূত্ৰেৰে ভৰপূৰ। মীমাংসা-দৰ্শন দুই হাজাৰ সাতশ ছয়চল্লিশটা সূত্ৰেৰে গ্ৰথিত আৰু ষাঠি পাদত পৰিসমাপ্ত।

মহামতি শবৰ স্বামীৰ মীমাংসা-দৰ্শনৰ ভাষ্য অতি প্ৰামাণিক গ্ৰন্থ হিছাপে আজিও সুধী সমাজত সুপৰিচিত। ইয়াৰ পিচত ভট্ট কুমাৰিলে মীমাংসা-দৰ্শনৰ দুখন ব্যাখ্যা গ্ৰন্থ প্ৰণয়ন কৰে।

এই গ্রন্থদ্বয়ৰ নাম যথাক্রমে—বার্ত্তিক আৰু টুপ্‌টীকা। বার্ত্তিক গ্রন্থ পুনৰ দুই ভাগত বিভক্ত—তন্ত্রবার্ত্তিক আৰু শ্লোকবার্ত্তিক। মীমাংসা-দর্শনৰ আন গ্রন্থসমূহৰ ভিতৰত মাধৱাচার্য্যৰ 'ন্যায়মালা-বিস্তৰ' অতি উপাদেয়। পার্থসাৰথি মিশ্রৰ 'শাস্ত্রদীপিকা' আৰু 'ন্যায়ৰত্নমালা' মীমাংসা-দর্শনৰ অতি প্রসিদ্ধ গ্রন্থ। আপোদেৱৰ 'ন্যায়প্রকাশ' আৰু লৌগাক্ষিভাস্কৰ ৰচিত 'অর্থসংগ্রহ' মীমাংসা-দর্শনৰ উল্লেখযোগ্য গ্রন্থ।

মীমাংসা-দর্শনৰ তত্ত্ব মহাকবি কালিদাসে নিম্নোদ্ধৃত শ্লোকৰ মাজেদি প্রকাশ কৰিছে:

উদ্‌ঘাতঃ প্রণৱো যাসাং ন্যায়ৈস্ত্রিভিৰুদীৰণম্।
কর্ম্ম যজ্ঞঃ ফলং স্বর্গস্তাসাং ত্বং প্রভৱো গিৰাম্॥[১]

অর্থাৎ—বেদৰূপ যি বাক্যৰাশিৰ আৰম্ভ ওঙ্কাৰ, উদাত্ত-অনুদাত্ত, স্বৰিত প্রভৃতি ত্রিবিধ স্বৰেৰে যাৰ (বাক্যৰাশিৰ) উচ্চাৰণ হয়, যি বাক্যাৱলীৰ প্রতিপাদ্য বিষয় যজ্ঞ আৰু যি যজ্ঞানুষ্ঠানৰ ফল স্বর্গ, তুমিয়েই সেই বাক্যাৱলীৰ উৎপাদক বা প্রযোজক অর্থাৎ সর্ব্বমূল বেদ তোমাৰপৰাই উৎপন্ন হৈছে।

কালিদাসে এই শ্লোকেৰে মীমাংসা-দর্শনৰ প্রধান প্রতিপাদ্য বিষয়ৰ উল্লেখ কৰিছে। মীমাংসকসকলৰ মতে বৈদিক ক্রিয়া-কাণ্ডৰ দ্বাৰায় জীৱই স্বর্গ লাভ কৰিব পাৰে। কর্ম্মই মুক্তিৰ একমাত্র উপায়। তেওঁলোকে কয় যে কর্ম্মাধিকাৰী আত্মা দেহৰ-পৰা পৃথক। এই আত্মা নিত্য, চৈতন্যযুক্ত আৰু প্রতি দেহে ভিন্ন। প্রত্যেক আত্মাই নিজৰ কর্ম্ম অনুসাৰে সুখ বা দুঃখ ভোগ কৰে আৰু ভোগৰ নিবৃত্তি নোহোৱালৈ আত্মাই পুনঃ পুনঃ শৰীৰ ধাৰণ কৰে। জীৱ মাত্রেই সুখ অভিলাষ কৰে। মীমাংসকৰ মতে সেই অভিলষিত সুখ স্বর্গ নামে বিখ্যাত। স্বর্গ সুখেই পৰম উৎকৃষ্ট সুখ। এই সুখ লাভেই জীৱৰ চৰম আৰু পৰম লক্ষ্য।

---

১ কুমাৰসম্ভৱ ২।১২

এই সুখৰ নামেই মোক্ষ। মীমাংসা-দৰ্শনৰ মতে স্বৰ্গ লাভেই মোক্ষ নাইবা পৰম পুৰুষাৰ্থ। মোক্ষৰ বাহিৰে জীৱৰ আন একো প্ৰাৰ্থনীয় নাই। মোক্ষ লাভৰ একমাত্ৰ উপায় হৈছে বেদবিহিত কৰ্ম্মানুষ্ঠান।

## পাঁচ

**সাংখ্যদৰ্শন :**

মহৰ্ষি কপিল সাখ্যংদৰ্শনৰ প্ৰথম আচাৰ্য্য। সংখ্যা শব্দৰ অৰ্থ সমাক্ খ্যানম্ অৰ্থাৎ সম্যক্‌জ্ঞান। মহৰ্ষিৰ দৰ্শনত সম্যক্ বা স্বৰূপজ্ঞানৰ উপদেশ দিয়া হৈছে গতিকে তেওঁৰ দৰ্শনক সাংখ্য-দৰ্শন বোলা হয়। তেওঁৰ ৰচিত 'সাংখ্য-দৰ্শন' 'তত্ত্ব-সমাস' নামে প্ৰসিদ্ধ। ই অতি সংক্ষিপ্ত। এই সংক্ষিপ্ত গ্ৰন্থৰ বহু বিস্তৃত ব্যাখ্যা-গ্ৰন্থ ৰচনা কৰা হৈছিল, গতিকে সাংখ্য-দৰ্শন সাংখ্য-প্ৰবচন নামেও জনাজাত। বিজ্ঞানভিক্ষুৰ মতে বৰ্ত্তমান প্ৰচলিত সাংখ্য দৰ্শনো কপিল প্ৰণীত। কপিলৰ সাংখ্য-দৰ্শনৰ বিজ্ঞানভিক্ষুৱে সাংখ্য-প্ৰবচন নামে ভাষ্য ৰচনা কৰে। বিজ্ঞানভিক্ষুৱে 'সাংখ্যসাৰ' নামে এই দৰ্শনৰ আন এখন গ্ৰন্থ ৰচনা কৰে।

অনিৰুদ্ধভট্টই সাংখ্যবৃত্তি নামে সাংখ্যদৰ্শনৰ আন এখন টীকা গ্ৰন্থ ৰচনা কৰে।

মহৰ্ষি কপিলৰ শিষ্য আসুৰি আৰু আসুৰিৰ শিষ্য পঞ্চশিখাচাৰ্য্য। মহামুনি পঞ্চশিখে সৰ্ব্বপ্ৰথমে সাংখ্য আৰু যোগবিদ্যা ঋষি-সমাজত প্ৰচাৰ কৰে। পঞ্চশিখাচাৰ্য্যৰ সাংখ্য-দৰ্শন 'ষষ্ঠীতন্ত্ৰ' নামে লোক-সমাজত সমাদৃত। পঞ্চশিখাচাৰ্য্যৰ কোনো গ্ৰন্থ এতিয়া পোৱা নাযায়। যোগভাষ্যকাৰে নিজৰ মত সমৰ্থন কৰিবলৈ পঞ্চশিখাচাৰ্য্যৰ বহু উক্তি উদ্ধৃত কৰিছে।

পঞ্চশিখৰ পিচত মুনিপ্রবৰ ঈশ্বৰকৃষ্ণই এই দর্শনৰ সুপ্রসিদ্ধ সাংখ্য-কাৰিকা গ্রন্থ ৰচনা কৰে। বর্ত্তমান প্রচলিত সাংখ্য-কাৰিকাত মাত্র বাসত্তৰটা কাৰিকা পোৱা যায়। এই কাৰিকাৰ ওপৰত মাঠৰ বৃত্তি, গৌড়পাদ ভাষ্য, মহামতি বাচস্পতি মিশ্রৰ তত্ত্ব-কৌমুদী টীকা আৰু অজ্ঞাতনামা আচার্য্যৰ যুক্তিদীপিকা অত্যন্ত প্রামাণিক আৰু সুপ্রসিদ্ধ গ্রন্থ। কিছুমান পণ্ডিতে কয, তত্ত্ব-কৌমুদীত উল্লিখিত সাংখ্য-কাৰিকাৰ 'ৰাজবার্ত্তিক' নামৰ টীকা যুক্তিদীপিকাৰ বাহিৰে আন স্বতন্ত্র গ্রন্থ নহয়।

সাংখ্য-দর্শন দুঃখবাদেৰে আৰম্ভ আৰু দুঃখৰ সমূল উচ্ছেদ সাধনতে পৰিসমাপ্ত। সেইকাৰণে সাংখ্য-শাস্ত্রক চিকিৎসা-শাস্ত্রৰ দৰে চতুর্ব্যূহ বোলা হয়। ব্যূহ শব্দৰ অর্থ সমূহ। ৰোগ, ৰোগৰ কাৰণ, আৰোগ্য আৰু চিকিৎসক—এই চাৰিটাৰ সমূহেই চিকিৎসা শাস্ত্রৰ প্রধান প্রতিপাদ্য বিষয; সেইদৰে দুঃখ, দুঃখৰ উৎপত্তিৰ কাৰণ, দুঃখ নিবাৰণ আৰু দুঃখ নিবাৰণৰ উপায়—এই চাৰিটাৰ সন্নিৱেশেই সাংখ্য-শাস্ত্রৰ প্রধান আলোচ্য বিষয়।

এই দৃশ্যমান জগত তিনিপ্রকাৰ দুঃখেৰে ভৰপূৰ। সেই তিনি প্রকাৰ দুঃখ হ'ল—(১) আধ্যাত্মিক অর্থাৎ শৰীৰক আশ্রয় কৰি যি দুঃখ উৎপন্ন হয়; (২) আধিভৌতিক অর্থাৎ মানুহ, পশু, পক্ষী আদিৰ পৰা যি দুঃখ পোৱা যায় আৰু (৩) আধিদৈৱিক অর্থাৎ দেৱতা, ভূত, প্রেত আদিৰ পৰা যি দুঃখ ভোগ কৰিব লগা হয়। এই দুঃখত্রয়ৰ সমূলি নিবৃত্তি বা উচ্ছেদসাধনেই হ'ল পৰমপুৰুষার্থ। পৰমপুৰুষার্থ বা মোক্ষ নাইবা মুক্তি সমানার্থক।

সাংখ্যাচার্য্যসকলৰ মতে মুক্তিলাভৰ উপায় বিবেকজ্ঞান। আত্মা আৰু অনাত্মাৰ পৃথক জ্ঞানেই বিবেকজ্ঞান। আত্মা শব্দৰ দ্বাৰা পুৰুষ আৰু অনাত্মা শব্দৰ দ্বাৰা পুৰুষ ভিন্ন প্রকৃতি আৰু তাৰ কার্য্য বুদ্ধি প্রভৃতিকে বুজায়। গতিকে বিবেকজ্ঞানৰ অর্থ হ'ল আত্মা বা পুৰুষক, অনাত্মা বা প্রকৃতি আৰু তাৰ কার্য্য বুদ্ধি

প্ৰভৃতিৰপৰা পৃথকভাৱে জনা বা প্ৰত্যক্ষ কৰা। সাংখ্য-শাস্ত্ৰত প্ৰকৃতি আৰু পুৰুষ এই দুটা পদাৰ্থই প্ৰধানভাৱে প্ৰতিপাদিত হৈছে। সেই কাৰণে সাংখ্য দ্বৈতবাদ নামেও পৰিচিত। গতিকে সাংখ্যাচাৰ্য্যসকলৰ মতে বিবেকজ্ঞানেই একমাত্ৰ লক্ষ্য।

বস্তুতঃ সাংখ্য-শাস্ত্ৰত পঁচিশটা তত্ত্ব বা পদাৰ্থ স্বীকৃত হৈছে। সংক্ষেপভাৱে এই পদাৰ্থসমূহ চাৰিভাগত বিভক্ত, যেনে-- প্ৰকৃতি, বিকৃতি, প্ৰকৃতি-বিকৃতি আৰু অনুভয়ৰূপ অৰ্থাৎ যাক প্ৰকৃতি নাইবা বিকৃতি কোনোৰূপেই আখ্যা দিব নোৱাৰি।

সাংখ্যৰ তত্ত্বসমূহৰ ভিতৰত প্ৰথম তত্ত্ব প্ৰকৃতি। প্ৰকৃতি শব্দৰ মুখ্য অৰ্থ উপাদান কাৰণ। বিকৃতি শব্দৰ অৰ্থ কাৰ্য্য। প্ৰকৃতি হ'ল বিশ্বসৃষ্টিৰ আদি কাৰণ বা জড়জগতৰ বীজ। সেই কাৰণে ইয়াক মূল-প্ৰকৃতি বোলা হয়। এই মূল-প্ৰকৃতিৰ নাম প্ৰধান। প্ৰকৃতি বা প্ৰধান কাৰো বিকৃতি বা কাৰ্য্য নহয়। প্ৰকৃতিৰ কাৰণ স্বীকাৰ কৰিলে অনৱস্থা দোষ হয়। মূল কাৰণ সৃষ্ট বস্তু হব নোৱাৰে; ই স্বতঃসিদ্ধ, সেই কাৰণে প্ৰকৃতি অনাদি অৰ্থাৎ উৎপত্তি ৰহিত।

প্ৰকৃতি জড় পদাৰ্থ কিন্তু নিত্য। সত্ত্ব, ৰজ আৰু তম এই তিনিটা প্ৰকৃতিৰ উপাদান। সাধাৰণতে এই তিনিটাক গুণ বোলা হয়; কিন্তু পদাৰ্থমাত্ৰেই কিবা নহয় কিবা এটা দ্ৰব্যক আশ্ৰয় নকৰাকৈ থাকিব নোৱাৰে, গতিকে সত্ত্ব, ৰজ আৰু তম এই তিনিটা গুণে আশ্ৰয় কৰিব পৰা কিবা এটা দ্ৰব্যৰ প্ৰয়োজন। তেনেকুৱা কিবা দ্ৰব্য থকা সম্ভৱপৰ নহয় নাইবা এই গুণত্ৰয়ে আন দ্ৰব্যক আশ্ৰয় কৰিব লগীয়া হলে সাংখ্য পৰিকল্পিত প্ৰকৃতিৰ অস্তিত্বই ধ্বংস হব লগা হয়, সেই কাৰণে সত্ত্ব, ৰজ আৰু তম নিজে স্বয়ং দ্ৰব্য হৈও বিশেষ অৰ্থত হে গুণ হিছাপে ব্যৱহৃত হৈছে। গতিকে প্ৰকৃতি সত্ত্ব, ৰজ আৰু তম গুণৰ সমাহাৰৰূপেই ব্যৱহৃত হৈছে।

সত্ত্বগুণৰ অৰ্থ সুখ, ৰজোগুণৰ অৰ্থ দুঃখ আৰু তমোগুণৰ অৰ্থ

মোহ। প্ৰকৃতিক জড়জগতৰ মূল বোলা হৈছে আৰু প্ৰকৃতিৰ এই তিনিটা গুণ স্বীকাৰ কৰাৰ মূল কথা এই যে জগতৰ যি কোনো স্থূল পদাৰ্থৰপৰা আৰম্ভ কৰি প্ৰকৃতি পৰ্য্যন্ত সকলো পদাৰ্থই সুখ, দুঃখ আৰু মোহেৰে গ্ৰথিত হৈ থকা দেখা যায় অৰ্থাৎ এই সকলোবোৰ পদাৰ্থই সুখ, দুঃখ নাইবা মোহৰ জনক বা কাৰণ। উদাহৰণ-স্বৰূপে, এজনী যুৱতীৰ শৰীৰ নিজৰ স্বামীৰ প্ৰতি সুখৰ কাৰণ, সপত্নীৰ প্ৰতি দুঃখৰ কাৰণ আৰু কামনাবিলাসী কামাতুৰৰ প্ৰতি মোহৰ কাৰণ। এক যুৱতী-শৰীৰেই তিনিজন মানুহৰ অন্তৰত তিনি প্ৰকাৰ প্ৰতিক্ৰিয়া কৰিছে। যুৱতীৰ অন্তৰৰ সত্ত্বগুণে স্বামীৰ অন্তৰৰ সত্ত্বগুণৰ উদ্ৰেক কৰাত স্বামীৰ প্ৰতি যুৱতীৰ শৰীৰ সুখৰ কাৰণ হৈছে। সেইদৰে যুৱতীৰ অন্তৰৰ ৰজোগুণে সপত্নীৰ ৰজোগুণৰ উদ্‌বোধ কৰাত সপত্নীৰ প্ৰতি সেই শৰীৰ দুঃখৰ কাৰণ হৈছে। আকৌ যুৱতীৰ অন্তৰৰ মোহগুণে কামাতুৰৰ অন্তৰৰ মোহগুণ জাগৃত কৰাত সেই শৰীৰ কামাতুৰৰ প্ৰতি মোহৰ কাৰণ হৈছে। যিজনৰ প্ৰতি যি গুণৰ প্ৰাধান্য হৈছে সেইজনৰ প্ৰতি তেনেকুৱা প্ৰতিক্ৰিয়াই দেখা দিছে, গতিকে বুজা যায় জাগতিক পদাৰ্থ-মাত্ৰেই ত্ৰিগুণাত্মক।

সাংখ্য-শাস্ত্ৰৰ নিয়মানুসাৰে যি গুণ বা ধৰ্ম্ম কাৰ্য্যত দেখা যায় সেই গুণ বা ধৰ্ম্ম কাৰণত অব্যক্ত বা অপ্ৰকাশ্য ভাৱে বৰ্ত্তমান থাকে। বস্তুতঃ সাংখ্যবাদীসকলৰ কাৰ্য্য আৰু কাৰণ অভিন্ন অৰ্থাৎ এক। কাৰ্য্য কাৰণৰ ব্যক্তৰূপ বা প্ৰকাশ অৱস্থা মাথোন। ঘট তৈয়াৰ হোৱাৰ আগেয়ে ঘটৰ ৰূপ মৃত্তিকাত অব্যক্ত বা অপ্ৰকাশভাৱে থাকে আৰু কাৰণ সামগ্ৰীৰ সহায়ত মৃত্তিকাৰ মাজত অপ্ৰকাশিত-ভাৱে লুকাই থকা ঘটটোৰ ব্যক্তৰূপ মাত্ৰ দিয়া হয়। সাংখ্যৰ এই সিদ্ধান্তৰ নাম সৎকাৰ্য্যবাদ, সেই কাৰণে সাংখ্যবাদীসকল সৎকাৰ্য্যবাদী নামেও প্ৰসিদ্ধ। এই সৎকাৰ্য্যবাদৰ বলতেই প্ৰকৃতিক ত্ৰিগুণাত্মক বোলা হৈছে।

প্ৰকৃতি নিত্য পৰিণামশীলা বা পৰিবৰ্ত্তনশীলা। প্ৰকৃতি ক্ষণ-কালো পৰিৱৰ্ত্তিত নোহোৱাকৈ থাকিব নোৱাৰে, "নাপৰিণম্য ক্ষণমপ্যৱতিষ্ঠতে।" সেই কাৰণে সাংখ্য পৰিণামযুক্ত বা বিকাৰ-যুক্ত। প্ৰকৃতিৰ প্ৰথম পৰিণাম মহৎতত্ত্ব, দ্বিতীয় পৰিণাম অহংতত্ত্ব, তৃতীয় পৰিণাম ইন্দ্ৰিয় আৰু তন্মাত্ৰ; চতুৰ্থ পৰিণাম জগৎ। সাংখ্যকাৰিকাত কৈছে :

মূলপ্ৰকৃতিৰবিকৃতিৰ্মহদাদ্যাঃ প্ৰকৃতিবিকৃতয়ঃ সপ্ত।
ষোড়শকস্তু বিকাৰো ন প্ৰকৃতিৰ্ন বিকৃতিঃ পুৰুষঃ ॥[১]

সাংখ্যদৰ্শনত বিশ্বসৃষ্টিৰ মূল প্ৰকৃতি। মহৎতত্ত্ব আৰু পঞ্চ-তন্মাত্ৰ[২] প্ৰকৃতি-বিকৃতি। পঞ্চমহাভূত[৩], একাদশ ইন্দ্ৰিয়[৪]—এই যোল্লটা বিকাৰ। আৰু পুৰুষ প্ৰকৃতিও নহয় বিকৃতিও নহয়, প্ৰকৃতি-বিকৃতিশূন্য অৰ্থাৎ উভয় ৰূপ বিৱৰ্জ্জিত। এই পঞ্চবিংশতি তত্ত্বকেই সৃষ্টি-নিৰ্ব্বাহ আৰু, ভোগ আৰু অপৱৰ্গৰ কাৰণ বুলি নিৰ্দ্দেশ কৰা হৈছে। প্ৰকৃতিৰ পৰিণামশীল ধৰ্ম্মৰ কাৰণে সাংখ্যবাদ পৰিণামবাদৰূপেও পৰিচিত। পুৰুষ, আত্মা বা পৰমাত্মা হিচাপে খ্যাত। পুৰুষ অনুভয়ৰূপ অৰ্থাৎ পুৰুষ কোনো পদাৰ্থৰ প্ৰতি কাৰণো নহয় অথবা কোনো পদাৰ্থৰ কাৰ্য্যও নহয়, সেই কাৰণে কাৰণ-কাৰ্য্য বা প্ৰকৃতি-বিকৃতি উভয় ৰূপ বিৱৰ্জ্জিত। পুৰুষ নিৰ্গুণ, নিষ্ক্ৰিয়, উদাসীন আৰু চিৎস্বৰূপ "সাক্ষী চেতা কেৱলো নিৰ্গুণশ্চ"। "অসঙ্গোহয়ং পুৰুষঃ" অৰ্থাৎ পুৰুষৰ কাৰো সৈতে সম্বন্ধ নাই। পুৰুষ অকৰ্ত্তা। যি কৰ্ত্তা সিয়ে ভোক্তা। যিহেতু পুৰুষ কৰ্ত্তা নহয় সেই কাৰণে পুৰুষক ভোক্তাও বোলা উচিত নহয়। সাংখ্য-শাস্ত্ৰত পুৰুষৰ যি ভোগৰ কথা কোৱা হয় সেইটো

---

১ সাংখ্যকাৰিকা ৩

২ পঞ্চতন্মাত্ৰ—শব্দ, স্পৰ্শ, গন্ধ, ৰূপ, ৰস

৩ পঞ্চমহাভূত—আকাশ, বায়ু, পৃথিৱী, তেজ আৰু অপ

৪ একাদশ ইন্দ্ৰিয়—পঞ্চজ্ঞানেন্দ্ৰিয়+পঞ্চকৰ্ম্মেন্দ্ৰিয়+মন

বুদ্ধি পৰিকল্পিত ভোগৰ আৰোপ মাথোন। ৰঙা ফুলৰ ওচৰত শুভ্ৰ স্ফটিক থলে তাত ৰঙা গুণৰ প্ৰতিবিম্বন হয়। সেইদৰে বুদ্ধিস্থিত সুখ-দুঃখৰেই আত্মাত ছাঁ পৰে; কিন্তু প্ৰকৃততে সেই ছাঁৰূপ সুখ-দুঃখেৰে আত্মাৰ কোনো বিকাৰ বা বিপৰ্য্যয় নঘটে। গতিকে সুখ-দুঃখৰূপ ভোগৰ কাৰণে আত্মাৰ যি বন্ধন হয় সি আগন্তুক মাত্ৰ। আত্মা নিত্য-শুদ্ধ, মুক্তস্বভাব আৰু চিৎস্বৰূপ, সেই কাৰণে প্ৰকৃতিৰ লগত সংযোগ নহলে আত্মাৰ সুখ-দুঃখৰূপ ভোগবন্ধন কেতিয়াও সম্ভৱ নহয়, গতিকে প্ৰকৃতিৰে সৈতে আত্মাৰ যি বিজাতীয় সংযোগ সেই সংযোগেই সুখ-দুঃখ প্ৰভৃতি ভোগ সাধন কৰায়। সাংখ্যাচাৰ্য্য ঈশ্বৰকৃষ্ণই কৈছে:

তস্মাৎ তৎসংযোগাদচেতনং চেতনাবদিব লিঙ্গম্।
গুণকৰ্ত্তৃত্বে চ তথা কৰ্ত্তেব ভবত্যুদাসীনঃ॥[১]

অৰ্থাৎ পুৰুষৰ সংযোগ লাভ কৰি অচেতন বুদ্ধি চেতনৰ দৰে হয় আৰু প্ৰকৃতিৰ সংযোগ লাভ কৰি প্ৰকৃতিৰ ধৰ্ম্ম কৰ্তৃত্ব প্ৰভৃতিৰ দ্বাৰা উদাসীন নিষ্ক্ৰিয় পুৰুষো জ্ঞাতা, কৰ্ত্তা, ভোক্তা বুলি পৰিচিত হয়।

ভোগ প্ৰকৃততে বুদ্ধিনিহিত; কিন্তু ভোগক আত্মাৰ ধৰ্ম্ম বুলি আখ্যা দিয়া হয়। সৈন্যসকলৰ জয় বা পৰাজয় সেনাধ্যক্ষৰ ওপৰত অৰ্পণ কৰা হয়, কিয়নো সেনাধ্যক্ষই তাৰ ফল ভোগ কৰে। সেই-দৰে বুদ্ধিনিহিত ভোগাদিও পুৰুষত অৰ্পিত হয়। আৰোপিত সুখ-দুঃখৰপৰাই পুৰুষৰ বন্ধন আৰু দুঃখ নিবৃত্তিয়েই পুৰুষৰ মুক্তি। আত্মা স্বভাৱতে বা স্বৰূপতে মুক্তস্বভাৱ হলেও বুদ্ধিৰে সৈতে সংযোগ হোৱা কাৰণে দৰ্পণত মুখৰ প্ৰতিবিম্ব দেখাৰ দৰে বুদ্ধি আৰু বুদ্ধিৰ ধৰ্ম্ম সুখ-দুঃখাদিৰ প্ৰতিবিম্ব পুৰুষত পৰে। জীৱই অজ্ঞানতাবশতঃ আত্মাত প্ৰতিবিম্বিত সুখ-দুঃখকেই আত্মাৰ স্বৰূপ বুলি ভাবে অৰ্থাৎ অনাত্মধৰ্ম্মকেই আত্মধৰ্ম্ম বুলি জানি শোক-মোহৰ

১ সাংখ্যকাৰিকা ২০

দ্বাৰা অভিভূত হয়। গতিকে সুখ-দুঃখ বৰ্জিত আত্মাক সুখ-দুঃখেৰে জড়িত বুলি বিবেচনা কৰাটোৱে ভ্ৰান্তি। এই ভ্ৰান্তিৰ মূলত আছে অবিবেক অৰ্থাৎ আত্মা-অনাত্মাৰ প্ৰভেদ জ্ঞানৰ অভাৱ। অবিবেকেই বুদ্ধি পুৰুষৰ সংযোগৰ কাৰণ।

বুদ্ধি জড় আৰু পৰিৱৰ্ত্তনশীল বা বিকাৰী, পুৰুষ চেতন আৰু পৰিৱৰ্ত্তনহীন বা অবিকাৰী। গতিকে এইটো স্পষ্ট যে বুদ্ধি আৰু পুৰুষ পৰস্পৰ ভিন্ন। বুদ্ধি আৰু পুৰুষৰ ভেদ জ্ঞানেই বিবেকজ্ঞান। বিবেকজ্ঞান লাভ কৰিবলৈ সাংখ্যাচাৰ্য্যসকলে শ্ৰবণ, মনন, নিদিধ্যাসন প্ৰভৃতি নানাবিধ উপায়ৰ উল্লেখ কৰিছে। ইযাৰ ভিতৰত ধ্যান অথবা চিত্তবৃত্তিৰ নিৰোধকেই প্ৰধান উপায় বুলি নিৰ্দ্দেশ কৰিছে। সাংখ্য-শাস্ত্ৰত ধ্যান, ধাৰণা, সমাধিৰ উপযোগিতা স্বীকৃত হলেও সাধন মাৰ্গত জ্ঞানকেই শ্ৰেষ্ঠ আসন দিয়া হৈছে। সূত্ৰকাৰে স্পষ্টভাৱে কৈছে, "জ্ঞানাৎ মুক্তিঃ" অৰ্থাৎ জ্ঞানৰপৰাই মুক্তি লাভ হয়। যদিও বাস্তৱিকপক্ষে পুৰুষ মুক্ত-স্বভাৱ তথাপি অজ্ঞান বা অবিবেকেই পুৰুষৰ মুক্ত স্বভাৱ আৱৰণ কৰি ৰাখে। অবিবেকেই পুৰুষৰ স্বৰূপদৰ্শনৰ একমাত্ৰ অন্তৰায়। বিবেকজ্ঞান উদয় হলে সেই অন্তৰায় নাইকিয়া হয়। তেতিয়া আপোনা-আপুনি স্বৰূপদৰ্শন প্ৰকাশমান হয়। গতিকে আবৰণ, অন্তৰায় অথবা অজ্ঞান ধ্বংসই মুক্তি বা কৈৱল্য।

পুৰুষৰ প্ৰতি প্ৰকৃতিৰ দুটা কৰ্ত্তব্য—প্ৰথমটো পুৰুষৰ ভোগ সাধন, আনটো অপৱৰ্গ-দান। প্ৰকৃতিয়ে প্ৰথমে বুদ্ধিৰূপে নানাবিধ ভোগ সম্পাদন কৰায় আৰু অৱশেষত বিবেকজ্ঞান জন্মাই অপৱৰ্গ বা মুক্তি লাভ কৰায়। বিবেকজ্ঞান জন্মালেই বুদ্ধিৰ কৰ্ত্তব্যৰ অৱসান ঘটে। কাৰিকাত কৈছে :

> ৰঙ্গস্য দৰ্শয়িত্বা নিবৰ্ত্ততে নৰ্ত্তকী যথা নৃত্যাৎ।
> পুৰুষস্য তথাত্মানং প্ৰকাশ্য বিনিবৰ্ত্ততে প্ৰকৃতিঃ ॥[১]

১ সাংখ্যকাৰিকা ৫৯

অৰ্থাৎ নৰ্ত্তকীয়ে ৰঙ্গমঞ্চত নৃত্য দেখুৱাই নৃত্যৰপৰা নিবৃত্ত হয়। প্ৰকৃতিও পুৰুষৰ ওচৰত নিজৰ স্বৰূপ প্ৰকাশ কৰি নিবৃত্ত হয়। বিবেকজ্ঞানৰ দ্বাৰা প্ৰকৃতিৰ স্বভাৱ দৰ্শন কৰিব পাৰিলে প্ৰকৃতি পুনৰ পুৰুষৰ ভোগ সম্পাদন কৰিবলৈ প্ৰবৃত্ত নহয়, আন কি প্ৰকৃতি আৰু কোনো দিনেই পুৰুষৰ দৰ্শনযোগ্য স্থানত উপস্থিত নহয়। অৰ্থাৎ পুৰুষ আৰু বুদ্ধিৰ পৰস্পৰৰ যি উদাসীন বা অসম্বন্ধ অৱস্থা তাৰেই নাম অপবৰ্গ অথবা কেৱল পুৰুষৰেই যি ঔদাসীন্য বা বুদ্ধিৰে সৈতে সম্বন্ধ বিচ্ছেদ তাৰ নামেই অপৱৰ্গ বা মুক্তি। ইয়াতেই প্ৰকৃতিৰ পুৰুষৰ প্ৰতি কৰ্ত্তব্যৰ সমাপ্তি। তেতিয়া উভয়ে পৰস্পৰে উদাসীনভাৱে অৱস্থান কৰে। এই উদাসীন অৱস্থাৰ নামেই মুক্তি। মহাকবি কালিদাসে সাংখ্যদৰ্শনৰ এই তত্ত্বানুসন্ধানকে লক্ষ্য কৰি কৈছে ঃ

> ত্বামামনন্তি প্ৰকৃতিং পুৰুষাৰ্থপ্ৰৱৰ্ত্তিনীম্।
> তদ্দৰ্শিনমুদাসীনং ত্বামেৱ পুৰুষং বিদুঃ ॥[১]

অৰ্থাৎ তোমাকেই পুৰুষাৰ্থ-প্ৰসৱিনী প্ৰকৃতি বুলি কয় আৰু তোমাকেই সেই প্ৰকৃতিৰ সাক্ষী, কূটস্থ বা স্থিৰ-নিৰ্ব্বিকাৰ পুৰুষ বুলি জানে।

পুৰুষ স্বভাৱতে চিৎস্বৰূপ, অসঙ্গ, উদাসীন আৰু সৰ্ব্বব্যাপী। আত্মা বা পুৰুষ নিষ্ক্ৰিয় আৰু ধৰ্ম্মশূন্য হৈয়ো বুদ্ধিৰ ক্ৰিয়াৰ দ্বাৰা সক্ৰিয় বুলি অনুমিত হয়। পুৰুষ উদাসীন হলেও, সুখ-দুঃখাদিবিহীন হলেও বুদ্ধিৰ দ্বাৰা পুৰুষ সুখ-দুঃখাদিৰে পৰিপূৰ্ণ বুলি প্ৰতিভাত হয়। বুদ্ধিৰে সৈতে পুৰুষৰ প্ৰভেদজ্ঞানৰ অভাৱেই এই জ্ঞান জন্মায়। পুৰুষৰ যে নিজস্ব ভোগ নাই, বুদ্ধিৰ দ্বাৰা আৰোপিত ভোগকেই যে পুৰুষৰ ভোগ বুলি কোৱা হয় তাক পূৰ্ব্বেই উল্লেখ কৰা হৈছে। পুৰুষ ভোগাদিৰপৰা উদাসীন। সূত্ৰকাৰে কৈছে, "অসঙ্গোঽয়ং পুৰুষঃ।"

---

১ কুমাৰসম্ভৱ ২।১৩

কালিদাসে পুৰুষৰ এই উদাসীন অৱস্থাক লক্ষ্য কৰি কৈছে ঃ

শব্দাদীন্ ৱিষযান্ ভোক্তুং চৰিতুং দুশ্চৰং তপঃ।
পৰ্য্যাপ্তোঽসি প্ৰজাঃ পাতুমৌদাসীন্যেন ৱৰ্ত্তিতুম্॥[১]

অৰ্থাৎ তুমি শব্দ, স্পৰ্শ, ৰূপ, ৰস, গন্ধ—এই সকলো বিষয় উপভোগ, অতি কঠোৰ তপানুষ্ঠান আৰু প্ৰজা পালন কৰিবলৈ সমৰ্থ, এই সকলো বিষয় তোমাত বিদ্যমান থাকিলেও তুমি উদাসীনভাৱে অৱস্থান কৰিবলৈ সমৰ্থ।

কবি কালিদাসে প্ৰাচীন সাংখ্যাচাৰ্য্যসকলৰ দৰে একাত্মবাদকেই স্বীকাৰ কৰিছে। যদিও সাংখ্য-শাস্ত্ৰত পুৰুষ আৰু প্ৰকৃতি এই দুবিধ পদাৰ্থ স্বীকৃত হৈছে—এইটো পৰৱৰ্ত্তী বা নব্য সাংখ্যৰ মত; কিন্তু প্ৰাচীন সাংখ্যমতে একপুৰুষ বা আত্মাই পৰমতত্ত্ব। সেই কাৰণে কালিদাসে পুৰুষ আৰু প্ৰকৃতি এই দ্বৈতবাদ উল্লেখ নকৰি এক আত্মাই যে প্ৰকৃতি আৰু পুৰুষ উভয়ৰূপে বিৰাজমান তাৰ উল্লেখ কৰিছে।

সাংখ্য শাস্ত্ৰত উল্লেখ কৰা পদাৰ্থসমূহক প্ৰতিপাদন বা নিৰ্ণয় কৰিবলৈ তিনি প্ৰকাৰ প্ৰমাণ স্বীকাৰ কৰা হৈছে ঃ

দৃষ্টমনুমানমাপ্তৱচনং চ সৰ্ব্বপ্ৰমাণসিদ্ধত্বাৎ।
ত্ৰিৱিধং প্ৰমাণমিষ্টং প্ৰমেযসিদ্ধিঃ প্ৰমাণাদ্ধি॥[২]

প্ৰমাণ তিনি প্ৰকাৰ দৃষ্ট—(প্ৰত্যক্ষ), অনুমান আৰু আপ্তবাক্য; আন সকলো প্ৰমাণেই এই তিনিবিধ প্ৰমাণৰ অন্তৰ্ভুক্ত। প্ৰমাণৰ দ্বাৰায় প্ৰমেয় বা প্ৰমাণ কৰিব লগীয়া পদাৰ্থৰ নিশ্চয় হয়। শাস্ত্ৰত উল্লেখ কৰা পদাৰ্থসমূহক প্ৰমেয় বোলে। প্ৰমেয় পদাৰ্থসমূহৰ নিশ্চিত জ্ঞানৰ কাৰণে প্ৰমাণৰ প্ৰয়োজন। প্ৰমাণৰ দ্বাৰা প্ৰমেয়ৰ অস্তিত্ব স্বীকাৰ কৰা হয়। প্ৰমাজ্ঞানৰ যি সাধন বা কৰণ বা উপায় তাৰ নামেই প্ৰমাণ। প্ৰমা শব্দৰ অৰ্থ যথাৰ্থ জ্ঞান। আন কথাৰে,

১ ৰঘুৱংশ ১০।২৫

২ সাংখ্যকাৰিকা ৪

অবাধিত ( যি জ্ঞান পিচত ওপজা জ্ঞানৰ দ্বাৰা খণ্ডিত বা বাধিত নহয় ) আৰু অনধিগত ( যি বিষয়ে পূৰ্ব্বে কোনো প্ৰকাৰ জ্ঞান নাথাকে ) বিষয়ৰ জ্ঞানকেই প্ৰমা বোলে। এতেকে প্ৰমাৰ দ্বাৰা নিষ্পন্ন জ্ঞানকেই প্ৰমাণ বোলা হয়।

কালিদাসে তলত দিয়া শ্লোকেৰে ত্ৰিবিধ প্ৰমাণৰ উল্লেখ কৰিছে ঃ

প্ৰত্যক্ষোঽপ্যপৰিচ্ছেদ্যো মহ্যাদিৰ্ম্মহিমা তৱ।
আপ্তৱাগনুমানাভ্যাং সাধ্যং ত্বাং প্ৰতি কা কথা॥[১]

অৰ্থাৎ তোমাৰ এনেহেন মহিমা যে পৃথিৱী প্ৰভৃতি পৰিদৃশ্যমান ( স্থূল পদাৰ্থ ) পদাৰ্থসমূহক প্ৰত্যক্ষ কৰিও স্বৰূপ নিৰ্ণয় কৰা অতি কষ্টকৰ, তেনেস্থলত কেৱল আপ্তবাক্য আৰু অনুমানলভ্য তোমাৰ ( ঈশ্বৰৰ ) জ্ঞান লাভ কৰাটো বহু দূৰৰ কথা। অৰ্থাৎ চকুৰে সদায় দেখি থকা পৃথিৱী প্ৰভৃতি স্থূল পদাৰ্থসমূহৰ তত্ত্ব নিৰ্ণয কৰা সহজ নহয়, গতিকে চকুৰে দেখা নোপোৱা, কেৱল অনুমান আৰু আপ্ত-বাক্যেৰে লাভ কৰিব পৰা ঈশ্বৰ-তত্ত্ব নিৰ্ণয় কৰা যে অতি কঠিন সি অৱশ্যেই স্বীকাৰ্য্য।

## ছয়

**যোগদৰ্শন ঃ**

ভগৱান পতঞ্জলি যোগদৰ্শনৰ প্ৰথম প্ৰৱৰ্ত্তক। এই যোগদৰ্শন গ্ৰন্থকৰ্ত্তাৰ নামানুসাৰে পাতঞ্জল-দৰ্শন হিছাপেও পৰিচিত। এই দৰ্শনত যোগ সম্বন্ধে বিস্তৃত আলোচনা আছে। যোগদৰ্শনৰ প্ৰথম সূত্ৰ "অথ যোগানুশাসনম্"—ইয়াৰপৰা যোগশাস্ত্ৰৰ প্ৰতিপাদ্য বিষয় যোগৰ বাহিৰে যে আন নহয় তাক স্পষ্টভাৱে বুজিব পাৰি। আন

১ ৰঘুবংশ ১০।২৮

আন দৰ্শনৰ দৰে পদাৰ্থ নিৰূপণ কৰা যোগদৰ্শনৰ প্ৰধান উদ্দেশ্য নহয়। যোগৰ বিষয়ে উপদেশ দিয়াহে এই শাস্ত্ৰৰ লক্ষ্য। যোগ শব্দৰ অৰ্থ চিত্তবৃত্তি নিৰোধ বা চিত্তবৃত্তি বশ কৰা : "যোগশ্চিত্তবৃত্তি-নিৰোধঃ", যোগদৰ্শনত চঞ্চল মনক বশ কৰিবলৈ বৈজ্ঞানিক বৰ্ণনা কৰিছে।

যোগবিদ্যা বা যোগচৰ্চ্চা ভাৰতৰ প্ৰাচীন সম্পদ। সাধন মাৰ্গত অগ্ৰসৰ হবলৈ যোগশাস্ত্ৰই নিৰ্দ্দেশ কৰা পথেই সকলোতকৈ শ্ৰেষ্ঠ। যোগৰ ফল প্ৰত্যক্ষ-সিদ্ধ অৰ্থাৎ ইয়াক চকুৰে দেখা যায়, সেই কাৰণে যোগৰ কোনো প্ৰতিদ্বন্দ্বী নাই; নাস্তিকসকলেও যোগ-মহিমা লুপ্ত কৰিবলৈ সাহস কৰা নাই। বেদ, উপনিষদ আদিত যোগমহিমা সুন্দৰভাৱে বৰ্ণোৱা হৈছে। যোগবিজ্ঞান সৰ্ব্বশাস্ত্ৰ-সম্মত হলেও ই সাংখ্য-শাস্ত্ৰৰেই অন্তৰ্গত। সাংখ্য-শাস্ত্ৰৰ তত্ত্বসমূহ যোগসাধনৰ পক্ষে বিশেষ উপযোগী। সেই কাৰণে যোগদৰ্শনত সাংখ্যদৰ্শনৰ পদাৰ্থসমূহ স্বীকৃত হৈছে, তাৰ উপৰি যোগদৰ্শনত ঈশ্বৰক স্বীকাৰ কৰা হৈছে। সেই কাৰণে যোগদৰ্শন সেশ্বৰ-সাংখ্য নামেও পৰিচিত। সাংখ্যত স্পষ্টভাৱে ঈশ্বৰক স্বীকাৰ কৰা হোৱা নাই। যোগদৰ্শনত ঈশ্বৰ, জীৱ বা পুৰুষ আৰু প্ৰকৃতি এই তিনিটা তত্ত্বকে স্বীকাৰ কৰা হৈছে। প্ৰকৃতি আৰু পুৰুষ এই দুই তত্ত্ব সাংখ্য আৰু যোগদৰ্শন উভয়তে সমানভাৱে আছে; অৰ্থাৎ এই তত্ত্ব বিষয়ত সাংখ্য আৰু যোগৰ ভিতৰত কোনো প্ৰভেদ নাই। এই সম্বন্ধে শ্ৰীমদ্ভগৱদ্গীতাত আছে: "সাংখ্যযোগৌ পৃথক্ বালা প্ৰৱদন্তি ন পণ্ডিতাঃ" অৰ্থাৎ সাংখ্য আৰু যোগক পৃথক বুলি পণ্ডিতসকলে স্বীকাৰ নকৰে। সাংখ্যাচাৰ্য্যসকলক নিৰীশ্বৰবাদী বুলি কোৱা হয়। পুৰুষেই হ'ল জীৱ আৰু পুৰুষবিশেষ হ'ল ঈশ্বৰ। ভগৱান পতঞ্জলিয়ে ঈশ্বৰৰ লক্ষণ বৰ্ণাইছে:

"ক্লেশ-কৰ্ম্মবিপাকাশয়ৈৰপৰামৃষ্টঃ পুৰুষবিশেষ ঈশ্বৰঃ।"

সাংখ্যদৰ্শনৰ দৰে যোগদৰ্শনৰো চৰম উদ্দেশ্য আত্মদৰ্শন।

আত্মদৰ্শন বা আত্মোপলব্ধি যোগাভ্যাসৰ দ্বাৰায় সম্ভৱপৰ; গতিকে যোগদৰ্শনত যোগাভ্যাসৰেই বৰ্ণনা কৰা হৈছে। প্ৰকৃততে যোগ-দৰ্শন সাংখ্যদৰ্শনৰ পূৰক। গতিকে উভয়কে সজাতীয় শাস্ত্ৰ বোলা হয়। আত্মা অতি সূক্ষ্ম পদাৰ্থ আৰু ইয়াৰ স্বৰূপ বুজা কঠিন। মনৰ সহায়েৰে এই আত্মদৰ্শন সম্ভৱ হয়। গতিকে মনক সূক্ষ্ম চিন্তা কৰিবলৈ অভ্যাস কৰোৱা প্ৰথম কৰ্ত্তব্য। মন যেতিয়া সূক্ষ্মৰ-পৰা সূক্ষ্মতৰ আৰু সূক্ষ্মতৰৰপৰা সূক্ষ্মতমলৈ চিন্তা কৰিবলৈ অভ্যস্ত হয় তেতিয়াই আত্মদৰ্শন সম্ভৱ হয়; কিয়নো প্ৰকৃতি পৰমাণুতকৈ সূক্ষ্ম আৰু আত্মা প্ৰকৃতিতকৈও সূক্ষ্মতৰ। গতিকে সাংখ্যত বৰ্ণোৱা তত্ত্বসমূহ যোগসাধনৰ নিমিত্তে বিশেষ ফলদায়ক আৰু উপযোগী।

পাতঞ্জল-দৰ্শনত এশ পঁচানব্বৈটা সূত্ৰ আছে। সূত্ৰসমূহ চাৰিটা অধ্যায়, পাদ বা পৰিচ্ছেদত বিভক্ত। প্ৰথম পাদৰ নাম সমাধিপাদ, দ্বিতীয়ৰ নাম সাধনপাদ, তৃতীয়ৰ নাম বিভূতিপাদ আৰু চতুৰ্থৰ নাম কৈৱল্যপাদ। এই পাদসমূহৰ নামকৰণৰপৰাই সেই সেই পাদৰ প্ৰতিপাদ্য বিষয়ৰ অনুমান কৰিব পাৰি। চিকিৎসা শাস্ত্ৰত ৰোগ, ৰোগৰ কাৰণ, আৰোগ্য আৰু ঔষধ এই চাৰিটাৰ যি দৰে বিচাৰ কৰা হয় তেনেকৈ যোগশাস্ত্ৰত সংসাৰ, সংসাৰৰ কাৰণ, মোক্ষ আৰু মোক্ষৰ কাৰণ এই চাৰিটা বিষয়ৰ বিচাৰ কৰা হৈছে। দুঃখবহুল সংসাৰেই হেয় বা ত্যাগ কৰিব লগীয়া, পুৰুষ আৰু প্ৰধানৰ সংযোগেই ত্যাগৰ হেতু, পুৰুষ-প্ৰকৃতিৰ সমূল নিবৃত্তি হ'ল ত্যাগৰ বিষয় আৰু ত্যাগৰ উপায় হ'ল সম্যক-দৰ্শন। সম্যক-দৰ্শনৰ নামেই হ'ল প্ৰকৃতি-পুৰুষৰ বিবেকজ্ঞান। এই বিবেক-জ্ঞানৰ নিমিত্তেই যোগানুষ্ঠানৰ প্ৰয়োজন। যোগানুষ্ঠানৰ বলত চিত্তৰ অশুদ্ধি, অজ্ঞান আৰু মলৰূপ আৱৰণ আঁতৰ হোৱাৰ লগে লগে বিবেকখ্যাতি ৰূপ সম্যক্ জ্ঞানৰ উদয় হয়। যোগানুষ্ঠানৰ আঠোটা অঙ্গ আছে; সেই কাৰণে ইয়াক অষ্টাঙ্গ যোগ বুলি কয়। সেই

অঙ্গবোৰ হ'ল—যম, নিয়ম, আসন, প্ৰাণায়াম, প্ৰত্যাহাৰ, ধাৰণা, ধ্যান আৰু সমাধি। শাস্ত্ৰীয় বিধান অনুসাৰে দীৰ্ঘকাল এই যোগাঙ্গ সমূহৰ সেৱাৰ পিচত চিত্তৰ পৱিত্ৰতা উপস্থিত হয়। যোগদৰ্শনক ধ্যান-বিজ্ঞান বুলি কলেও অত্যুক্তি কৰা নহয; কিয়নো ধ্যানৰ বলতেই সত্যৰ উপলব্ধি সম্ভৱ। সত্যোপলব্ধিৰ আন নাম তত্ত্বসাক্ষাৎকাৰ অথবা তত্ত্বৰ লগত প্ৰত্যক্ষ পৰিচয।

নিত্য আৰু অনিত্য ভেদে তত্ত্ব দুই প্ৰকাৰ। যি নিত্য তাৰ পৰিণাম বা কোনো ধৰণৰ অৱস্থান্তৰ নাই, ই সদায় সমান ৰূপতেই বিৰাজমান। যি অনিত্য তাৰ পৰিণাম বা অৱস্থান্তৰ অৱশ্যম্ভাবী। অপৰিণামী তত্ত্বই পুৰুষ নামে পৰিচিত আৰু পৰিণামী সকলো পদাৰ্থই অনিত্য। পুৰুষ স্বভাৱতেই নিত্য, শুদ্ধ, মুক্তস্বভাৱ আৰু চিৎস্বৰূপ। বুদ্ধিৰ প্ৰতিবিম্বৰ দ্বাৰা প্ৰভাৱান্বিত হলেই এই পুৰুষৰ বন্ধন হয। যোগাভ্যাসৰ বলত প্ৰকৃতি পুৰুষৰ পাৰস্পৰিক ভেদ জ্ঞান জন্মে। এই ভেদ জ্ঞানেই মুক্তিৰ একমাত্ৰ উপায়। মুক্ত অৱস্থাত প্ৰকৃতিৰ কোনো প্ৰভাৱেই পুৰুষক স্পৰ্শ কৰিব নোৱাৰে। পুৰুষে তেতিয়া নিজৰ স্বৰূপ লাভ কৰে। পুৰুষৰ স্বৰূপ প্ৰাপ্তিৰ নামেই কৈৱল্য। কৈৱল্য মুক্তিৰ নামান্তৰ মাথোন। যোগানুষ্ঠানৰপৰাই বিবেকজ্ঞানৰ উৎপত্তি। প্ৰকৃতি পুৰুষৰ ভেদ-জ্ঞানেই বিবেকজ্ঞান। বিবেকজ্ঞান জন্মিলে মুক্তি বা কৈৱল্য লাভ হয়। বিবেকজ্ঞান উদয় নহলে মুক্তি লাভ হব নোৱাৰে। প্ৰকৃতি পুৰুষৰ ভেদজ্ঞান জন্মিলে পুৰুষত আৰোপিত অবিদ্যা বা অজ্ঞান নাশ হয়। অবিদ্যাশূন্য হলে ৰাগ আদি ক্লেশ উপস্থিত হব নোৱাৰে। ৰাগ আদি নাশ হলে কৰ্ম্মই আপোনা-আপুনি বিদায় লয়। কৰ্ম্মৰ অৱসান হলে জন্মৰ অৱকাশ নাথাকে। জন্মৰ অভাৱেই সৰ্ব্ব দুঃখ-নিবৃত্তিৰ হেতু। আত্যন্তিক দুঃখ-নিবৃত্তিয়েই যোগশাস্ত্ৰৰ পৰম প্ৰয়োজন; কিয়নো এই দুঃখ-নিবৃত্তি হলে মুক্তি অনায়াসে লাভ হয়।

যোগ বা তপস্যাৰ অসাধ্য যে একো নাই সেই কথা অমৰ কবি কালিদাসে সুদৃঢ়ভাৱে তেওঁৰ সাহিত্যত প্ৰকাশ কৰিছে। কবিয়ে তেওঁৰ মহাকাব্য কুমাৰ-সম্ভৱৰ দ্বিতীয় সৰ্গত মহাদেৱৰ সমাধি বৰ্ণনা প্ৰসঙ্গত যোগানুষ্ঠানৰ উল্লেখ কৰি যোগ-সাধনৰ পথ আৰু যোগলব্ধ ফলৰ গুণানুকীৰ্ত্তন কৰিছে। যোগ-সাধনৰ কাৰণে যিবোৰ যোগানুষ্ঠানৰ প্ৰয়োজন তাৰ ভিতৰত যম অন্যতম। অহিংসা, সত্য, অস্তেয়, ব্ৰহ্মচৰ্য্য আৰু অপৰিগ্ৰহ এইকেইটাৰ নাম হৈছে যম। যোগানুষ্ঠানেই যোগ-সিদ্ধিৰ বিশিষ্ট উপায়। বাহ্য আৰু অন্তৰ-ইন্দ্ৰিয়সমূহৰ সংযমনেই হৈছে যম। যম যোগ-সাধনৰ প্ৰথম স্তৰ।

এই যমৰ উল্লেখ কৰি মহাকবিয়ে কৈছে ঃ

যোগীৰ যোগৰিধিশুদ্ধমনা যমাদ্যৈঃ।
সাংসাৰিকং ৰিষয়-সংঘমমোঘৱীৰ্য্যম্॥[১]

অৰ্থাৎ যোগী পুৰুষে যিদৰে সমাধিৰ সহাযেৰে মনৰ শুদ্ধি সাধন কৰি যম নিয়মাদি উপায়ৰ দ্বাৰা স্ত্ৰী-পুত্ৰাদি সাংসাৰিক বিষয়ক চূৰ্ণীকৃত কৰে··· । সাংসাৰিক বিষয় সংঘাতৰপৰা নিষ্কৃতি পাবলৈ যোগবিদ্যাৰ সহায় একান্ত প্ৰয়োজন। যোগচৰ্চ্চাৰ আশ্ৰয়ত বিষয়ৰ বন্ধন সহজে এৰাব পাৰি। যমৰ দৰে নিয়মো যোগ-সাধনাত অপৰিহাৰ্য্য। নিয়ম দ্বিতীয় যোগ-অঙ্গ। শৌচ, সন্তোষ, তপ, স্বাধ্যায় আৰু ঈশ্বৰ প্ৰণিধানৰ নাম নিয়ম। চিত্তৰ অশুদ্ধি নাশ কৰি বিবেকজ্ঞান উৎপন্ন কৰাই যোগানুষ্ঠানৰ প্ৰধান লক্ষ্য। নিয়মৰ ভিতৰত তপস্যা আৰু ঈশ্বৰ প্ৰণিধানৰ প্ৰাধান্য কালিদাসে বহু ঠাইত দেখুৱাইছে। 'কালিদাস আৰু তপস্যা'-শীৰ্ষক প্ৰবন্ধত এই তপস্যাৰ বিষয়ে উল্লেখ কৰা হৈছে। ধ্যানৰ বলত যে অতীত, বৰ্ত্তমান আৰু ভবিষ্যত সকলো বিষয়ৰ জ্ঞান উদয় হয় তাক কালিদাসে প্ৰকাশ কৰিছে ঃ

---

১ কুমাৰসম্ভৱ ১৭।৪৭

ইতি বিজ্ঞাপিতো ৰাজ্ঞা ধ্যানস্তিমিতলোচনঃ
ক্ষণমাত্ৰমৃষিতস্থৌ সুপ্তমীন ইব হ্ৰদঃ।
সোঽপশ্যৎ প্ৰণিধানেন সন্ততেঃ স্তম্ভকাৰণম্ ॥[১]

ৰজাই এইদৰে কোৱাত মুনিয়ে ধ্যানবশতঃ অনিমেষ নেত্ৰেৰে লৰচৰ নকৰা নিদ্ৰিত মাছেৰে পৰিপূৰ্ণ হ্ৰদৰ দৰে খন্তেক ৰল আৰু তেওঁ ধ্যানৰ দ্বাৰা ৰজাৰ সন্ততিৰ প্ৰতিবন্ধকৰ কাৰণ জানিব পাৰিলে। ঋষিয়ে ধ্যানৰ সহায়তে অতীত ঘটনা প্ৰত্যক্ষ কৰি মহাৰাজ দিলীপক জনাইছিল।

অষ্টাঙ্গ যোগৰ ভিতৰত আসনো এক প্ৰকাৰ যোগাঙ্গ। নিশ্চল অথচ সুখাবহ অৱস্থান যাৰ দ্বাৰা নিষ্পন্ন হয় তাৰ নামেই আসন। চিত্তক কোনো বিষয়ে স্থিৰ কৰি ৰাখিবলৈ শৰীৰৰ আৰাম অৱস্থানৰ একান্ত প্ৰয়োজন। গতিকে যোগ-সাধনৰ কাৰণে আসনৰ বিশেষ প্ৰয়োজন আছে। আসন আয়ত্ত নহলে স্থিৰভাৱে বহি মন সংযত কৰা অসম্ভৱ। কালিদাসে এই আসনৰ উল্লেখ কৰিছে ঃ

পৰ্য্যঙ্কবন্ধস্থিৰপূৰ্ব্বকাযমৃজ্বাযতং সন্নমিতোভযাংসম্।
উত্তানপাণিদ্বযসন্নিবেশাৎপ্ৰফুল্লৰাজীৱমিৱাঙ্কমধ্যে ॥[২]

মহাদেৱে বীৰাসনত বহাত তেওঁৰ শৰীৰৰ পূৰ্ব্বভাগ নিশ্চল হ'ল। তেওঁ পোনে পোনে বহি আছে। তেওঁৰ উভয় বাহু তললৈ ওলমি আছে। কোলাত হাতৰ তলি দুখন লগলাগি প্ৰফুল্ল পদ্মৰ আকাৰ ধাৰণ কৰিছে।

চিত্তবৃত্তিৰ নিৰোধৰ নামেই যোগ। ক্ষিপ্ত, মূঢ়, বিক্ষিপ্ত, একাগ্ৰ আৰু নিৰুদ্ধ এই পাঁচটা চিত্তৰ অৱস্থা। চিত্ত ত্ৰিগুণাত্মক। সত্ত্ব, ৰজ আৰু তম এই তিনিগুণৰ হ্ৰাস বৃদ্ধিৰ কাৰণে চিত্তৰ চঞ্চলতা আৰম্ভ হয়। চিত্তবৃত্তিসমূহৰ নিৰোধেই ক্লেশাদি ক্ষয়ৰ

---

১ ৰঘুবংশ ১।৭৩-৭৪
২ কুমাৰসম্ভৱ ৩।৪৫

কাৰণ। একাগ্ৰ আৰু নিৰুদ্ধ চিত্তই যোগৰ কাৰণে উপযুক্ত। কালিদাসে কৈছেঃ

আত্মেশ্বৰাণাং ন হি জাতু বিঘ্নাঃ
সমাধিভেদপ্ৰভৱো ভৱন্তি।[১]

চিত্ত বশ কৰাসকলৰ সমাধি ভঙ্গ কৰিবলৈ কোনো বাধা-বিঘ্নিযেই সমৰ্থ নহয়।

কবিয়ে আকৌ কৈছেঃ

ৱিকাৰহেতৌ সতি ৱিক্ৰিয়ন্তে যেষাং ন চেতাংসি ত এব ধীৰাঃ।[২]

বিকাৰৰ কাৰণ উপস্থিত থাকিলেও যিসকলৰ মন বিকাৰে স্পৰ্শ কৰিব নোৱাৰে তেওঁলোকেই প্ৰকৃত ধীৰ অৰ্থাৎ যোগ-সাধনৰ পক্ষে তেওঁলোকৰ চিত্তই প্ৰশস্তভূমি। বিক্ষিপ্ত চিত্তত যোগসাধন সম্ভব নহয়।

দুঃখ, দৌৰ্মনস্য, অঙ্গমেজত্ব বা অঙ্গকম্পন, শ্বাস, প্ৰশ্বাস এইবোৰ চিত্ত-চঞ্চলতাৰ সহচৰ। চঞ্চল চিত্তই ত্ৰিবিধ দুঃখৰ লীলাক্ষেত্ৰ। চিত্তৰ বিক্ষেপ দূৰ কৰিবলৈ ঈশ্বৰ-চিন্তাত চিত্তক অভ্যস্ত কৰাৰ প্ৰযোজন। সমাহিত চিত্তৰ লোকেই সমাধি-যোগৰ অধিকাৰী। চিত্ত সমাহিত নহলে সমাধি-যোগ সম্ভৱ নহয়। চিত্তক সমাহিত কৰিবলৈ অভ্যাসৰ একান্ত আৱশ্যক। চিত্তসংযমৰ কাৰণে যম-নিয়ম আদি সাধনৰ বিষয়ে যত্ন অৰ্থাৎ পুনঃ পুনঃ চেষ্টাৰ নামেই অভ্যাস। অভ্যাস আৰু বৈৰাগ্যকে যোগসিদ্ধিৰ উৎকৃষ্ট উপায় বুলি নিৰ্দ্দেশ কৰা হৈছে। অভ্যাস আৰু বৈৰাগ্য একে দিনেই উপস্থিত নহয়। অভ্যাস আৰু বৈৰাগ্য লাভ কৰিবলৈ জীৱ ক্ৰিয়াশীল হব লাগে। তপ, স্বাধ্যায় আৰু ঈশ্বৰৰ ধ্যান আদি ক্ৰিয়ানুষ্ঠানৰপৰাই অভ্যাস আৰু বৈৰাগ্যৰ উদয় হয়। মহৰ্ষি

১ কুমাৰসম্ভৱ ৩।৪০
২ কুমাৰসম্ভৱ ১।৫৯

পতঞ্জলিয়ে কৈছে—"অভ্যাসবৈৰাগ্যাভ্যাং তন্নিৰোধঃ"। তপস্বী নহলে যোগসিদ্ধি নহয়, গতিকে তপৰ অতি আৱশ্যক। বেদাদি শাস্ত্ৰৰ অধ্যয়নৰ নামেই স্বাধ্যায়। ঈশ্বৰ প্ৰণিধান মানে সকলো কৰ্ম্ম ঈশ্বৰৰ ওচৰত অৰ্পণ কৰা অৰ্থাৎ ঈশ্বৰৰ ওচৰত একান্তভাৱে শৰণাপন্ন হৈ সৰ্ব্বস্ব ত্যাগ কৰিব পাৰিলেই যোগসিদ্ধিৰ আশা কৰিব পাৰি। কৰ্ম্মফলৰ আকাঙ্ক্ষা সম্পূৰ্ণৰূপে পৰিত্যাগ কৰিব পাৰিলেহে বৈৰাগ্য উদয় হয। ক্ৰিয়াযোগৰ বলতেই দুঃখ ক্লেশ নোহোৱা হয। ক্লেশৰ সমূল নিবৃত্তিয়েই কৈৱল্যৰ চৰম উপায। মহাকবি কালিদাসে কৈছে ঃ

অভ্যাসনিগৃহীতেন মনসা হৃদয়াশ্ৰয়ম্।
জ্যোতিৰ্ম্ময়ং ৱিচিন্বন্তি যোগিনস্ত্বাং ৱিমুক্তয়ে॥[১]

যোগীসকলে মোক্ষলাভ কৰিবলৈ বিষযান্তৰপৰা মন আকৰ্ষণ কৰি জ্যোতিঃস্বৰূপ হৃৎপদ্মৰ মাজত অৱস্থান কৰা তোমাকেই ধ্যান কৰি থাকে। অৰ্থাৎ বিষয়ান্তৰপৰা মন সংযত কৰিবলৈ অভ্যাসৰ একান্ত প্ৰয়োজন। কালিদাসে এই অভ্যাসৰ দ্বাৰা মন সংযত কৰাৰ কথাকেই উল্লেখ কৰিছে।

শৰীৰ সংযমৰ কাৰণে আসনৰ যিদৰে একান্ত আৱশ্যক, প্ৰাণ বা চিত্তসংযমৰ কাৰণে সেইদৰে প্ৰাণাযামৰ একান্ত প্ৰযোজন। শ্বাস-প্ৰশ্বাসৰ গতিৰোধৰ নামেই প্ৰাণাযাম। পূৰক, কুম্ভক, ৰেচক প্ৰভৃতি ক্ৰিয়াসমূহ সঞ্চাৰিত কৰাই প্ৰাণায়ামৰ কাৰ্য্য। প্ৰাণায়ামৰ দ্বাৰা প্ৰাণৰ চঞ্চলতা দূৰ হয়। প্ৰাণৰ চঞ্চলতা নাশ হোৱাৰ লগে লগে মনৰ চঞ্চলতাও দূৰ হয়। তেতিয়া ইন্দ্ৰিয়-সংযম কৰা সহজ। ইন্দ্ৰিয়-সংযম হলে প্ৰাণত একাকাৰ অৰ্থাৎ একভগৱৎ চিন্তা সম্ভৱ। এই একাকাৰ চিন্তাৰ নামেই ধ্যান। ধ্যানৰ পৰিপক্ক অৱস্থাৰ নাম সমাধি। এই সমাহিত চিত্তৰ চিত্ৰ কালিদাসে অঙ্কিত কৰিছে ঃ

১ ৰঘুবংশ ১০।২৩

কিঞ্চিৎপ্ৰকাশস্তিমিতোগ্ৰতাৰৈৰ্ভ্ৰূৰ্বিক্ৰিয়ায়াং বিৰতপ্ৰসঙ্গৈঃ।
নেত্ৰৈৰবিস্পন্দিতপক্ষ্মমালৈৰ্লক্ষ্যীকৃতঘ্ৰাণমধোময়ূখৈঃ ॥
অবৃষ্টিসংৰম্ভমিৱাম্বুৱাহমপামিৱাধাৰমনুত্তৰঙ্গম্।
অন্তশ্চৰাণাং মৰুতাং নিৰোধান্নিৱাত নিষ্কম্পমিৱ প্ৰদীপম্ ॥[১]

ধ্যানমগ্ন তেওঁৰ ( মহাদেৱৰ ) তিনিওটা চকুৱে নাকৰ আগ ভাগক মাথোন লক্ষ্য কৰি আছে। চকুৰ উজ্জ্বল মণি সামান্যভাৱে প্ৰকাশ হৈ আছে; ভ্ৰূভঙ্গৰ লেশ মাত্ৰ নাই। সেই কাৰণে তাৰ লোমসমূহ সম্পূৰ্ণ নিশ্চল হৈ উঠিছে। তেতিয়া তেওঁ শৰীৰত থকা প্ৰাণ, অপান, সমান, উদান, ব্যান প্ৰভৃতি বায়ুসমূহক নিৰোধ কৰিছিল; সেই কাৰণে তেওঁক বৃষ্টিৰ আড়ম্বৰ নোহোৱা মেঘ অথবা তৰঙ্গশূন্য সমুদ্ৰ নাইবা বায়ুহীন ঠাইৰ নিষ্কম্প প্ৰদীপৰ দৰে দেখা গৈছিল।

কালিদাসে ধ্যানৰ উৎকৰ্ষ ব্যক্ত কৰিছে:

কপালনেত্ৰান্তৰলব্ধমাৰ্গৈৰ্জ্যোতিঃপ্ৰৰোহৈৰুদিতৈঃ শিৰস্তঃ ॥
মৃণালসূত্ৰাধিকসৌকুমাৰ্য্যাং বালস্য লক্ষ্মীং গ্লপয়ন্তমিন্দোঃ ॥[২]

যি তেজোঙ্কুৰ তেওঁৰ ব্ৰহ্মৰন্ধ্ৰৰপৰা সমুদিত হৈ কপালস্থ নেত্ৰৰ মাজেৰে বহিৰ্গত হৈছে, তাৰ দ্বাৰা মৃণালসূত্ৰতকৈও অধিক সুকুমাৰ নৱোদিত চন্দ্ৰৰ কান্তিকো যেন অভিভূত কৰিছে।

মানুহৰ শিৰত ব্ৰহ্মৰন্ধ্ৰ নামে এটি ছিদ্ৰ আছে। এই ব্ৰহ্মৰন্ধ্ৰ সুষুম্না নাড়ীৰ সৈতে লগ লাগি আছে। যোগীসকলে ধ্যান ধাৰণাৰ-পৰা পোৱা তেজস্বী শক্তিক প্ৰথমে কুণ্ডলিনীৰ মাজেৰে প্ৰৱাহিত কৰি সুষুম্নাৰ মাজেৰে আনি ক্ৰমান্বয়ে নাভি, হৃদয়, ভ্ৰূযুগলক অতিক্ৰম কৰাই ব্ৰহ্মৰন্ধ্ৰেৰে উলিযাই দিয়ে। ভগৱান পতঞ্জলিয়ে কৈছে "মূৰ্দ্ধজ্যোতিষি সিদ্ধদৰ্শনম্"। মহৰ্ষি ব্যাসদেৱে তেওঁৰ যোগভাষ্যত প্ৰকাশ কৰিছে—"শিৰঃ কপালেঽন্তশ্ছিদ্ৰং প্ৰভাস্বৰং

১ কুমাৰসম্ভৱ ৩।৪৭-৪৮
২ কুমাৰসম্ভৱ ৩।৪৯

জ্যোতিঃ, তত্র সংযমনাৎ সিদ্ধানাং দ্যাবাপৃথিব্যোৰন্তৰালচাৰিণাং দর্শনম্ ॥" অর্থাৎ কপালৰ মাজত যি ছিদ্র আছে, তাৰ ভিতৰত যি প্রভাস্বৰ জ্যোতিঃ বিদ্যমান তাত সংযম আৰম্ভ কৰিলে সিদ্ধ-সকলৰ পক্ষে পৃথিৱী আৰু আকাশৰ মাজত থকা প্রাণীসমূহৰ দর্শন লাভ সম্ভৱ হয়।

সমাধি দুই প্রকাৰ—সম্প্রজ্ঞাত আৰু অসম্প্রজ্ঞাত। একাগ্রচিত্তৰ যোগ সম্প্রজ্ঞাত, কাৰণ তেতিয়া ধ্যেয় বস্তুৰ সম্যক্ জ্ঞান আৰু জ্ঞেয়, ধ্যান আৰু ধ্যাতা, ক্রিয়া আৰু জ্ঞাতা উভয়াকাৰে চিত্তত অৱস্থান কৰে। সুমাহিত অৱস্থাত এক ধ্যেযাকাৰে অর্থাৎ ধ্যানৰ বিষয়ৰ আকাৰত চিত্ত অৱস্থান কৰে। চিত্তৰ এনেকুৱা অৱস্থাৰ নাম সম্প্রজ্ঞাত সমাধি। সম্প্রজ্ঞাত সমাধিয়েই আত্মতত্ত্ব সাক্ষাৎ-কাৰৰ একমাত্র উপায়। মহাকবি কালিদাসে সম্প্রজ্ঞাত সমাধিক লক্ষ্য কৰি কৈছে :

মনো নৱদ্বাৰনিষিদ্ধবৃত্তি হৃদি ব্যৱস্থাপ্য সমাধিৱশ্যম্।
যমক্ষৰং ক্ষেত্রৱিদো ৱিদুস্তমাত্মানমাত্মন্যৱলোকযন্তম্ ॥[১]

দেহৰ নৱদ্বাৰৰ[২] গতি ৰোধ কৰি, ধ্যানৰ বলেৰে বশীভূত কৰা মনক হৃদয়ত স্থিৰ কৰি অকল জ্ঞানীসকলেই আত্মাক অবিনাশী বুলি জানিব পাৰে, কিন্তু তেওঁ ( মহাদেৱে ) সেই আত্মতত্ত্বক নিজৰ আত্মাতেই উপলব্ধি কৰিছে ( কিয়নো পৰমাত্মাৰপৰা নিজৰ আত্মা ভিন্ন নহয়। )

সমাহিত চিত্তই যে আত্মতত্ত্ব সাক্ষাৎকাৰ বা প্রত্যক্ষ কৰাৰ প্রধান উপায় তাক নির্দ্দেশ কৰা হৈছে।

---

১ কুমাৰসম্ভৱ ৩।৫০

২ নযন শ্রৱণে দ্বে নাসিকে বদনং তথা।
পাযূপস্থৌ চ দেহেঽস্মিন্ নৱদ্বাৰাণি দেহিনম্ ॥
অর্থাৎ দুই চকু, দুই কাণ, দুই নাক, মুখ, পায়ু আৰু উপস্থ—এই কেইটাকে শৰীৰৰ নৱদ্বাৰ বোলে।

চিত্তৰ সকলো বৃত্তি নিৰোধ কৰি এক ঈশ্বৰতেই আত্মনিয়োগ কৰিলে চিত্তৰ একাগ্রতা জন্মে। একাগ্রচিত্তই তত্ত্বসাক্ষাৎকাৰৰ একমাত্র উপায়। তত্ত্বসাক্ষাৎকাৰেই মুক্তি বা কৈৱল্য লাভ। যোগদৰ্শনে এই কৈৱল্যপ্রাপ্তিৰ উপায় নির্দ্দেশ কৰিছে। কালিদাসে যোগদর্শনৰ এই সত্য স্মৰণ কৰি গৈছে ঃ

বেদান্তেষু যমাহুৰেকপুৰুষং ব্যাপ্য স্থিতং ৰোদসী
যস্মিন্নীশ্বৰ ইত্যনন্যবিষয়ঃ শব্দো যথার্থাক্ষৰঃ।
অন্তর্যশ্চ মুমুক্ষুভির্নিযমিত-প্রাণাদিভির্মৃগ্যতে
স স্থাণুঃ স্থিৰভক্তিযোগসুলভো নিঃশ্রেয়সাযাস্তু বঃ॥[১]

বেদান্ত শাস্ত্রত যাক অদ্বিতীয় পৰমপুৰুষ বুলি বর্ণনা কৰা হৈছে, যিজনে স্বর্গ আৰু পৃথিৱী আদি সমস্ত বস্তুকে ব্যাপি আছে, যাক উদ্দেশ্য কৰি অনন্যগামী যথার্থ অর্থ বুজোৱা ঈশ্বৰ শব্দ প্রয়োগ কৰা হয়, যাক লাভ কৰিবলৈ মোক্ষার্থীসকলে প্রাণ, অপান আদি বায়ু সংযম কৰি ধ্যানৰ যোগে নিজ নিজ অন্তৰত অন্বেষণ কৰে, দৃঢ়ভক্তিৰে লাভ কৰিব পৰা সেই মহাদেৱে আপোনালোকক মুক্তি দিয়ক।

কবিয়ে আকৌ কৈছে ঃ

যোগিনো যং বিচিন্বন্তি ক্ষেত্রাভ্যন্তৰবৰ্ত্তিনম্।
অনাবৃত্তিভযং যস্য পদমাহুর্মনীষিণঃ॥[২]

যোগীসকলে সকলো প্রাণীৰ অন্তর্য্যামী পৰমাত্মাস্বৰূপ যি মহাদেৱক সততে ধ্যান ধাৰণা আদিৰে জানিবলৈ চেষ্টা কৰে, যি মহাদেৱৰ চৰণসাক্ষাৎ কৰিব পাৰিলে সংসাৰত পুনৰ জন্ম হব লগীয়া নহয় বুলি কয়।

শ্রুতিয়ে কৈছে ঃ

তমেৱ বিদিত্বাতিমৃত্যুমেতি নান্যঃ পন্থা বিদ্যতেঽযনায।

---

১ বিক্রমোর্ব্বশীয় ১।১
২ কুমাৰসম্ভৱ ৬।৭৭

কঠোপনিষদত কৈছে :

তাং যোগমিতি মন্যন্তে স্থিৰামিন্দ্ৰিয়ধাৰণাম্। ৬।১১

ইন্দ্ৰিয় সংযমৰ নামেই যোগ।

কবিয়ে আকৌ কৈছে :

যোগাৎ স চান্তঃ পৰমাত্মসংজ্ঞং দৃষ্ট্বা পৰং জ্যোতিৰুপাৰৰাম।[১]

মহাদেৱেও অন্তৰ্হৃদয়ত পৰমাত্মাৰ পৰমজ্যোতি সাক্ষাৎ কৰি ধ্যানৰপৰা নিবৃত্ত হ'ল।

## সাত

**বেদান্ত দৰ্শন :**

বেদান্ত কাক বোলে, বেদান্ত শব্দৰ কি অৰ্থ, বেদান্ত শাস্ত্ৰ বুলিলে কি বুজি এই সম্পৰ্কে নানা মুনিৰ নানা মত। বেদৰ অন্ত বেদান্ত, এই ব্যুৎপত্তিগত অৰ্থ অনুসাৰে বেদান্ত শব্দৰ মুখ্য অৰ্থ হিচাপে উপনিষদকে ধৰা হয়। উপনিষদৰ অৰ্থ বুজোৱা 'শাৰীৰক সূত্ৰই' বেদান্তদৰ্শনৰ মূল গ্ৰন্থ। শাৰীৰক শব্দৰ অৰ্থ শৰীৰ সম্বন্ধীয় জীৱ। বেদান্ত সূত্ৰত এই শৰীৰ সম্বন্ধীয় জীৱৰ বিষয়ে বিশদ আলোচনা কৰা হৈছে, গতিকে বেদান্ত সূত্ৰৰ আন নাম শাৰীৰক সূত্ৰ। শৰীৰত অৱস্থান কৰি যিজনে এই শৰীৰক জানে আৰু পৰিচালনা কৰে সেই 'চিৎ' স্বৰূপেই শাৰীৰক। ভগৱান শঙ্কৰাচাৰ্য্যই এই গ্ৰন্থৰ ভাষ্যত ইয়াক 'শাৰীৰক মীমাংসা' বুলিছে। ব্ৰহ্মৰ স্বৰূপ যথাযথভাৱে নিৰ্দ্দেশ কৰাৰ কাৰণে ই ব্ৰহ্মসূত্ৰ নামেও পৰিচিত। উপনিষদৰ সিদ্ধান্তসমূহৰ সাধাৰণভাৱে দেখা বিৰোধ আঁতৰাই সমন্বয় সাধি ভগৱান বাদৰায়ণে ব্ৰহ্মসূত্ৰ নাম দি বেদান্তদৰ্শনৰ

---

১ কুমাৰসম্ভৱ ৩।৫৮

প্ৰথম সূত্ৰপাত কৰে। বৈদান্তিক সাহিত্যৰ উপনিষদ হ'ল মূল আকৰ আৰু বেদান্তদৰ্শনৰ মূলগ্ৰন্থ হ'ল ব্ৰহ্মসূত্ৰ। ব্ৰহ্মসূত্ৰৰ বহু ভাষ্য আৰু টীকা গ্ৰন্থ ৰচিত হৈছে যদিও ভগৱান শঙ্কৰাচাৰ্য্যৰ ভাষ্যই সুপৰিচিত আৰু বিশেষভাৱে সমাদৃত। বেদান্তদৰ্শনৰ সূত্ৰ সংখ্যা সম্বন্ধে ভাষ্যকাৰসকলৰ মাজত মতভেদ আছে। ভগৱান শঙ্কৰাচাৰ্য্যৰ মতে বেদান্তদৰ্শৰ সূত্ৰ সংখ্যা পাঁচশ পাঁচপন্নটা। সূত্ৰসমূহ চাৰি অধ্যায়ত বিভক্ত আৰু প্ৰত্যেক অধ্যায়ত চাৰিটাকৈ পাদ আছে। এই চাৰিটা অধ্যায যথাক্ৰমে সমন্বযাধ্যায়, অবিৰোধাধ্যায়, সাধনাধ্যায় আৰু ফলাধ্যায়। সমন্বয়াধ্যায়ত বিভিন্ন শ্ৰুতিবাক্যৰ মাজতো ব্ৰহ্মৰ সমন্বয দৰ্শোৱা হৈছে, সেযেহে ইযাৰ নাম সমন্বয়াধ্যায়। দ্বিতীয় অধ্যায়ত আন আন দাৰ্শনিক মতবাদ খণ্ডন কৰি যুক্তি আৰু শ্ৰুতিৰ সমন্বয় ৰাখি বেদান্তমতৰ বিৰোধশূন্যতা স্থাপন কৰা হৈছে গতিকে ইযাৰ নাম অবিৰোধাধ্যায়। তৃতীয অধ্যাযত সগুণ জীৱ আৰু নিৰ্গুণ ব্ৰহ্মৰ লক্ষণ নিৰ্দ্দেশ কৰি মোক্ষৰ মুখ্য আৰু গৌণ সাধন সম্বন্ধে বিচাৰ কৰা হৈছে, সেই কাৰণে ইযাৰ নাম সাধনাধ্যায়। চতুৰ্থ অধ্যায়ত জীৱন্মুক্তি, সগুণ আৰু নিৰ্গুণ উপাসনাৰ ফলৰ উপযোগিতা দেখুওৱা হৈছে গতিকে ইয়াৰ নাম ফলাধ্যায়।

উপনিষদ শব্দৰ মুখ্য অৰ্থ ব্ৰহ্মবিদ্যা বুলি স্বীকাৰ কৰিলে, ব্ৰহ্মবিদ্যা প্ৰতিপাদক শাস্ত্ৰকো উপনিষদ বুলি অভিহিত কৰিলে অযুক্তিকৰ হব নোৱাৰে। এনে ক্ষেত্ৰত বেদান্ত আৰু উপনিষদ সমগোত্ৰীয়। ব্ৰহ্মবিদ্যাই পৰমবিদ্যা কিয়নো ব্ৰহ্মবিদ্যা, বা ব্ৰহ্মজ্ঞান হলেই মুক্তি বা নিঃশ্ৰেয়স লাভ হয়, সকলো প্ৰকাৰ দুঃখৰে নিঃশেষ উচ্ছেদ ঘটে। ব্ৰহ্ম বা আত্মা এক, গতিকে ব্ৰহ্মবিদ্যা আৰু আত্মবিদ্যা সমান শাৰীৰ বস্তু। সৰ্ব্বসাধাৰণৰ মাজত বেদান্তশাস্ত্ৰ অদ্বৈতবাদৰ প্ৰতিপাদক বা অৰ্থ বুজোৱা হিছাপে পৰিচিত। ভগৱান শঙ্কৰাচাৰ্য্যৰ শাৰীৰক ভাষ্যই অদ্বৈতবাদৰ প্ৰতিপাদক গ্ৰন্থ, কিয়নো ভগৱান

শঙ্কৰাচাৰ্য্যৰ মতে অদ্বৈতবাদতেই উপনিষদৰ অভিপ্ৰায় নিহিত আছে। অদ্বৈতমতে ব্ৰহ্মই একমাত্ৰ চৰাচৰ জগতৰ কাৰণ। জীৱ আৰু ব্ৰহ্ম এক, অভিন্ন আৰু নামৰূপধাৰী জগৎ মিথ্যা। এই সম্বন্ধে শ্ৰুতিয়ে কৈছে—"যতো বা ইমানি ভূতানি জায়ন্তে"[১] অৰ্থাৎ যাৰপৰা এই সকলো প্ৰাণীৰ সৃষ্টি হৈছে। এক ব্ৰহ্মই পৰমাৰ্থ সত্য, পৰিদৃশ্যমান জগৎ ব্ৰহ্মৰ মায়া বিজৃম্ভন বা মায়িক বিকাশ—পৰমাৰ্থ সত্য নহয়। ব্ৰহ্ম ভিন্ন আন একো পদাৰ্থ নাই। এই সম্বন্ধে শ্ৰুতিয়ে কৈছে ঃ--"সৰ্ব্বং খল্বিদং ব্ৰহ্ম নেহ নানাস্তি কিঞ্চন"। এই বিশ্ব ব্ৰহ্মময়; প্ৰকৃততে ব্ৰহ্মৰ বাহিৰে ইয়াত 'নানা' অৰ্থাৎ বহু নাই।

জীৱাত্মাও ব্ৰহ্মৰপৰা পৃথক নহয় অৰ্থাৎ জীৱাত্মাই ব্ৰহ্ম। বেদান্তৰ 'তত্ত্বমসি' বাক্যৰ দ্বাৰা জীৱ আৰু ব্ৰহ্ম যে এক তাক বুজোৱা হৈছে। এই অদ্বৈত বেদান্ত সিদ্ধান্ত ঘোষণা কৰি কোনো কোনো বৈদান্তিক আচাৰ্য্যই কৈছে ঃ

শ্লোকাৰ্দ্ধেন প্ৰবক্ষ্যামি যদুক্তং গ্ৰন্থকোটিভিঃ।
ব্ৰহ্ম সত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈব নাপৰঃ॥

অৰ্থাৎ ব্ৰহ্ম সত্য, জগৎ মিথ্যা, জীৱ ব্ৰহ্ম।

এই ব্ৰহ্মৰ স্বৰূপ কি? ইয়াৰ উত্তৰত মহৰ্ষি বেদব্যাসে কয়, যাৰপৰা এই পৰিদৃশ্যমান জগতৰ উৎপত্তি, যাৰ দ্বাৰা স্থিতি আৰু য'ত লয় প্ৰাপ্ত হয় তেৱেঁই ব্ৰহ্ম অৰ্থাৎ এই স্থাৱৰ-জঙ্গমাত্মক জগৎ যাৰপৰা উৎপন্ন হৈছে, উৎপন্ন হৈ যাক আশ্ৰয় বা অৱলম্বন কৰি আছে আৰু বিনাশ প্ৰাপ্ত হলেও য'ত বিলীন হৈ থাকে তেৱেঁই প্ৰকৃত ব্ৰহ্মপদবাচ্য ("জন্মাদ্যস্য যতঃ" ব্ৰহ্মসূত্ৰ ১।১।২) শ্ৰুতিয়ে কৈছে, "যতো বা ইমানি ভূতানি জায়ন্তে, যেন জাতানি জীৱন্তি, যৎ প্ৰয়ন্ত্যোঽভিসংবিশন্তি"[২] অৰ্থাৎ যাৰপৰা এই সমস্ত

১ তৈত্তিৰীয়োপনিষৎ ৩।১।১
২ তৈত্তিৰীয়োপনিষৎ ৩।১।১

ভূত বা প্ৰাণীসমূহৰ জন্ম হৈছে, জন্মি যাৰা দ্বাৰায় জীৱন ধাৰণ কৰি থাকে আৰু প্ৰলয়কালতো যাত লীন হয় অৰ্থাৎ যিজন সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ তেৱেঁই ব্ৰহ্ম।

মহাকবি কালিদাসে তেওঁৰ মহাকাব্য কুমাৰ-সম্ভৱত ব্ৰহ্মস্তুতি প্ৰসঙ্গত বেদান্তদৰ্শনৰ উল্লিখিত সূত্ৰ আৰু শ্ৰুতি বাক্যকে স্মৰণ কৰিছে ঃ

যদমোঘমপামন্তৰুপ্তং বীজমজ ত্বযা।
অতশ্চৰাচৰং ৱিশ্বং প্ৰভৱস্তস্য গীযসে ॥
তিসৃভিস্ত্বমৱস্থাভিৰ্মহিমানমুদীৰযন্।
প্ৰলযস্থিতিসৰ্গাণামেকঃ কাৰণতাং গতঃ ॥[১]

হে অনাদি পুৰুষ, আপুনি অজ অৰ্থাৎ আপোনাৰ জন্ম নাই, আপুনি জলগৰ্ভত অব্যৰ্থ বীজ নিহিত কৰিছিল; তাৰপৰাই এই চৰাচৰ বিশ্বৰ আৱিৰ্ভাৱ। সেই কাৰণে এই সকলোবোৰে আপোনাক জনক বা আদি কাৰণ বুলি অভিহিত কৰা হয়।

আপুনি এক অৰ্থাৎ সৃষ্টিৰ পূৰ্ব্বে আপুনি অকলেই বিৰাজ কৰিছিল সি সত্য, কিন্তু আপুনি তিনিটা অৱস্থাৰ (তিনিটা ৰূপৰ) সহায়েৰে নিজৰ মহিমা প্ৰকাশ কৰি সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ কাৰণ হৈছে।

কবিয়ে পুনঃ তেওঁৰ মহাকাব্য ৰঘুৱংশত নাৰায়ণ স্তুতিৰ সময়ত এই ভাবকেই প্ৰকাশ কৰিছে ঃ

নমো ৱিশ্বসৃজে পূৰ্ব্বং ৱিশ্বং তদনু বিভ্ৰতে।
অথ ৱিশ্বস্য সংহৰ্ত্ৰে তুভ্যং ত্ৰেধাস্থিতাত্মনে ॥[২]

ভগৱান! তুমি পূৰ্ব্বে এই পৰিদৃশ্যমান বিশ্ব-সংসাৰৰ সৃষ্টি কৰিছা, পিচত ইয়াৰ প্ৰতিপালন কৰিছা আৰু শেষত ইয়াৰ

১ কুমাৰসম্ভৱ ২।৫-৬

২ ৰঘুবংশ ১০।১৬

সংহাৰ কৰিবা—অৰ্থাৎ তোমাতেই সৃষ্টি, স্থিতি আৰু প্ৰলয় এই ত্ৰিবিধ শক্তি বৰ্ত্তমান আছে—তোমাক নমস্কাৰ।

অমৰ কবি কালিদাসৰ অভিপ্ৰায় এই যে ব্ৰহ্মক জানিবলৈ হলে জগতৰ সৃষ্টি, স্থিতি আৰু লয়ৰ কাৰণ ৰূপেই জানিব লাগিব।

কিয়নো এই চৰাচৰ বিশ্ব আপোনা-আপুনি উৎপন্ন হব নোৱাৰে, আপোনা-আপুনি ৰক্ষা পৰিব নোৱাৰে, আৰু আপোনা-আপুনি ধ্বংসও হব নোৱাৰে। এই নিয়মৰ ব্যতিক্ৰম কেতিয়াও নহয়; সেই কাৰণে সৃষ্টি, স্থিতি আৰু প্ৰলয়ৰ এজন শাশ্বত কৰ্ত্তা যে আছে সেইটো সুনিশ্চিত। সমস্ত পৰিবৰ্ত্তনৰ মাজতো তেওঁ ধ্ৰুব, শাশ্বত, অখণ্ড সত্তাৰূপে বিৰাজমান।

ব্ৰহ্মক জগতৰ কাৰণ বুলি স্বীকাৰ কৰিলে এটি প্ৰশ্ন সহজেই মনলৈ আহেঃ এই ব্ৰহ্ম জগতৰ নিমিত্ত কাৰণ নে উপাদান কাৰণ? কিয়নো কাৰ্য্য মাত্ৰৰে এই কাৰণদ্বয় অপৰিহাৰ্য্য, যেনেকৈ ঘট এটা তৈয়াৰ কৰিবলৈ হলে কুম্ভকাৰ আৰু মৃত্তিকা উভয়ৰে প্ৰয়োজন। এই ক্ষেত্ৰত কুম্ভকাৰ ঘট-নিৰ্ম্মাণৰ নিমিত্ত কাৰণ আৰু মৃত্তিকা উপাদান কাৰণ।

ব্ৰহ্ম যদি জগতৰ নিমিত্ত কাৰণ হয় তেনেহলে ব্ৰহ্মই জগৎ সৃষ্টিৰ কাৰণে নিশ্চয় আন পদাৰ্থৰ সহায় লব লাগিব, যিদৰে কুম্ভকাৰে ঘট নিৰ্ম্মাণৰ উপাদান কাৰণ মৃত্তিকাৰ সহায় লয়। ব্ৰহ্মই জগৎ সৃষ্টিৰ কাৰণে আন পদাৰ্থৰ আশ্ৰয় লব লগীয়া হলে "একমেৱাদ্বিতীয়ম্" ব্ৰহ্ম এক, অদ্বিতীয়—এই অদ্বৈত সিদ্ধান্তৰ মৰ্য্যাদা হানি হব। যদি ব্ৰহ্মক মৃত্তিকাৰ দৰে উপাদান কাৰণ ৰূপেই ধৰা যায় তেন্তে "ব্ৰহ্ম চৈতন্য স্বৰূপ" ব্ৰহ্ম চৈতন্যময়—এই অদ্বৈত সিদ্ধান্তও ক্ষুণ্ণ হয়; কাৰণ উপাদান কাৰণ মাত্ৰেই অচেতন পদাৰ্থ। যি অচেতন সি চেতন পদাৰ্থৰ সহায় নোলোৱাকৈ বিচিত্ৰ ৰচনা কৰা অসম্ভৱ। বৈদান্তিক আচাৰ্য্যসকলে এই উভয় দোষৰপৰা নিষ্কৃতি পাবলৈ ব্ৰহ্মক জগতৰ নিমিত্ত আৰু উপাদান

উভয় কাৰণবিশিষ্ট বুলি স্বীকাৰ কৰে। এক বস্তুৱেই যে নিমিত্ত আৰু উপাদান উভয় কাৰণবিশিষ্ট হব পাৰে তাৰ দৃষ্টান্ত মকৰাত পোৱা যায়। মকৰাই নিজ শৰীৰৰপৰা সূতা উলিযাই জাল তৈয়াৰ কৰে; এই ক্ষেত্ৰত দেখা যায় জাল ৰচনাৰ কাৰণে মকৰা নিমিত্ত আৰু উপাদান—উভয় কাৰণবিশিষ্ট। ব্ৰহ্মও জগত ৰচনাৰ ক্ষেত্ৰত উভয় কাৰণবিশিষ্ট। উপাদান কাৰণেই কাৰ্য্যৰূপে পৰিণত হয়, গতিকে উপাদানক জানিব পাৰিলেই কাৰ্য্যৰ পৰিচয় অনায়াসে লাভ কৰিব পাৰি। শ্ৰুতিয়ে কৈছে:

যথা সৌম্যেকেন মৃৎপিণ্ডেন সৰ্ব্বং মৃন্ময়ং বিজ্ঞাতং
স্যাৎ বাচাৰম্ভণং বিকাৰো নামধেয়ং মৃত্তিকেত্যেৱ সত্যম্॥[১]

বোপা, যেনেকৈ একখণ্ড মৃৎপিণ্ডক জানিলে মৃত্তিকাৰ সকলো বিকাৰসমূহক জনা যায়, ( কাৰণ ) সমস্ত বিকাৰেই বাক্যৰ দ্বাৰায় প্ৰতিষ্ঠিত নাম মাত্ৰ, কেৱল মৃত্তিকাই সত্য।

প্ৰকৃততে মৃত্তিকাৰ অতিৰিক্ত বিকাৰ নাই। উপাদান মাত্ৰেই সত্য, বিকাৰ মাত্ৰেই মিথ্যা। গতিকে জগতৰ উপাদানক জানিলে সকলোকে জানিব পাৰি, অৰ্থাৎ উপাদান ভিন্ন বিকাৰৰ নিজস্ব সত্তা একো নাই। "মৃত্তিকা ইত্যেৱ সত্যম্" উপাদান অৰ্থাৎ কাৰণ সত্য হলে বিকাৰ অৰ্থাৎ কাৰ্য্য যে অসত্য এই কথাও অনায়াসে অনুমান কৰিব পাৰি। অসত্য আৰু মিথ্যাৰ একো প্ৰভেদ নাই। গতিকে বুজা যায়, জগতৰ উপাদান-কাৰণ ব্ৰহ্ম সত্য আৰু ব্ৰহ্মৰ বিকাৰ বা কাৰ্য্য জগৎ অসত্য বা মিথ্যা অৰ্থাৎ ব্ৰহ্ম ভিন্ন জগতৰ স্বতন্ত্ৰ অস্তিত্ব নাই। ব্ৰহ্মাই জগৎ ৰূপে বিৱৰ্ত্তিত হয় আৰু সেইকাৰণে এই অদ্বৈতবেদান্ত বিৱৰ্ত্তবাদ নামেও পৰিচিত। জগতৰ বিভিন্ন নাম আৰু ৰূপ ব্ৰহ্মাৰে বিৱৰ্ত্ত বা বিলাস মাথোন। এই কথা প্ৰতিপন্ন কৰিবলৈ মহৰ্ষি ব্যাসদেৱে সূত্ৰ ৰচনা কৰিছে—

১ ছান্দোগ্যোপনিষৎ ৬।১।৪

"যোনিশ্চ হি গীয়তে"—১।৪।২৭; অর্থাৎ ব্ৰহ্মাই জগতৰ উপাদান-কাৰণ অর্থাৎ ব্ৰহ্মাই জগৎ প্ৰপঞ্চৰ প্ৰতি নিজ জ্ঞানশক্তিৰ দ্বাৰা নিমিত্ত-কাৰণ আৰু নিজৰ মায়াশক্তিৰ দ্বাৰা উপাদান-কাৰণ। অদ্বৈত বেদান্তমতে নিত্যশুদ্ধবুদ্ধ মুক্তস্বভাৱ ব্ৰহ্মাই মাযা বা অবিদ্যাৰূপ উপাধিৰ যোগেদি আকাশ প্ৰভৃতি বিশ্ব-প্ৰপঞ্চৰ সৃষ্টি কৰে।

মায়া—এই উপাধিৰ সৈতে লগ হোৱা ব্ৰহ্মাই জগতৰ কাৰণ। মায়া, অবিদ্যা আৰু অজ্ঞানে একে অর্থকে বুজায়। অবিদ্যা উপাধিযুক্ত ব্ৰহ্মাই নাম আৰু ৰূপ লৈ সংসাৰৰূপে বিৱৰ্ত্তিত হয়। অর্থাৎ ব্ৰহ্মৰ দুটি ৰূপ। এটা হ'ল নাম ৰূপ বিকাৰ ভেদ আদি উপাধিবিশিষ্ট আৰু আনটো হ'ল সকলো প্ৰকাৰ উপাধি বিৱৰ্জ্জিত। সেই অবিদ্যাৰ হেতু নাম-ৰূপ গুণ আদি যুক্ত ব্ৰহ্মক সগুণ ব্ৰহ্ম বোলে আৰু নাম-ৰূপ গুণ আদি সমস্ত উপাধি-সম্বন্ধশূন্য ব্ৰহ্মাই নিৰ্গুণ ব্ৰহ্ম। সেই ব্ৰহ্ম পৰ আৰু অপৰ ব্ৰহ্ম হিছাপেও পৰিচিত। সগুণ ব্ৰহ্মাই জন্ম, স্থিতি, লযৰ কাৰণ, নিৰ্গুণ ব্ৰহ্ম নহয়। নিৰ্গুণ ব্ৰহ্মৰ কোনো ৰূপ, গুণ বা ক্ৰিয়া নাই। যাৰ ক্ৰিয়া বা গুণ থাকে তাকেই সগুণ বুলি জনা যায। নিৰ্গুণ ব্ৰহ্মৰ যি স্বৰূপ সেয়ে তেওঁৰ লক্ষণ, সেয়ে তেওঁৰ পৰিচয়—সত্য, জ্ঞান আৰু আনন্দ —"সত্যং জ্ঞানমানন্দং ব্ৰহ্ম"। ব্ৰহ্মাই যে জগতৰ আদি কাৰণ সেই বিষয়ে শ্ৰুতিয়ে কৈছে—"যতো ৱা ইমানি ভূতানি জায়ন্তে"—তৈত্তিৰীয়োপনিষদ্। "এষ সৰ্ব্বেশ্বৰ এষ সৰ্ব্বজ্ঞ এষোঽন্তৰ্য্যাম্যেষ যোনিঃ সৰ্ব্বস্য প্ৰভৱাপ্যয়ৌ হি ভূতানাম্"—মাণ্ডূক্যোপনিষৎ। "কৰ্ত্তাৰমীশং পুৰুষং ব্ৰহ্মযোনিম্"—মুণ্ডকোপনিষৎ।

অমৰ কবি কালিদাসে বেদান্তসম্মত সৃষ্টি-প্ৰক্ৰিয়াকে লক্ষ্য কৰি কৈছে :

জগদ্‌যোনিৰযোনিস্ত্বং জগদন্তো নিৰন্তকঃ।
জগদাদিৰনাদিস্ত্বং জগদীশো নিৰীশ্বৰঃ।[১]

১ কুমাৰসম্ভৱ ২।৯

তুমি জগতৰ উৎপাদক অৰ্থাৎ স্ৰষ্টা, কিন্তু তোমাৰ উৎপাদক কোনো নাই; তুমি জগতৰ সংহৰ্ত্তা অৰ্থাৎ বিনাশক, কিন্তু তোমাৰ সংহৰ্ত্তা কোনো নাই। তুমি জগতৰ আদি অৰ্থাৎ তুমি জগৎ সৃষ্টিৰ পূৰ্ব্বেও বিদ্যমান আছিলা কিন্তু তোমাৰ আদি কোনো নাই। তুমি জগতৰ প্ৰভু, কিন্তু তোমাৰ কোনো প্ৰভু নাই।

অৰ্থাৎ ব্ৰহ্ম অনাদি। যাৰ আদি আছে তাৰ উৎপত্তি আছে। ব্ৰহ্ম নিত্য: নিত্য পদাৰ্থমাত্ৰেই ভূত, ভৱিষ্যত আৰু বৰ্ত্তমান এই তিনিও কালতে একে থাকে। কবিয়ে আকৌ কৈছে:

সৰ্ব্বজ্ঞস্ত্বমৱিজ্ঞাতঃ সৰ্ব্বযোনিস্ত্বমাত্মভূঃ।
সৰ্ব্বপ্ৰভুৰনীশস্ত্বমেকস্ত্বং সৰ্ব্বৰূপভাক্॥[১]

তুমি সৰ্ব্বজ্ঞ; কিন্তু তোমাৰ স্বৰূপ অন্যে জানিব নোৱাৰে। তুমি স্বয়ম্ভূ; কিন্তু তোমাৰপৰাই আন সমস্ত উৎপন্ন হৈছে; তুমি সকলোৰে ঈশ্বৰ বা প্ৰভু, কিন্তু তোমাৰ ওপৰত কোনো অধিপতি নাই। তুমি একমাত্ৰ (অদ্বিতীয়) হৈও সকলো পদাৰ্থতেই বিৰাজ কৰিছা।

শ্ৰুতিয়ে কৈছে:

স কাৰণং কাৰণাধিপাধিপো।
ন চাস্য কশ্চিজ্জনিতা ন চাধিপঃ॥

সেই অদ্বিতীয় তত্ত্বই যে জগতৰ একমাত্ৰ পদাৰ্থ কবিয়ে তাকেই এই শ্লোকত স্পষ্টভাৱে প্ৰকাশ কৰিছে। সেই অদ্বিতীয় তত্ত্ব আত্মভূ বা স্বয়ম্ভূ। এই বিষয়ে শ্ৰুতিয়ে কৈছে, "তদাত্মানং স্বয়মকুৰুত" —তৈত্তিৰীয়োপনিষৎ ২।৭; তেওঁ নিজেই নিজক এইদৰে নিৰ্ম্মাণ কৰিছিল। সেই অদ্বিতীয় তত্ত্বই অনীশঃ অৰ্থাৎ জগৎ প্ৰপঞ্চৰ গৰাকী, প্ৰভু বা ঈশ্বৰ। শ্বেতাশ্বতৰোপনিষদত আছে "ন তস্য কশ্চিৎ পতিৰস্তি লোকে ন চেশিতা"—৬।৯; জগতত তেওঁৰ কোনো গৰাকী নাই আৰু পৰিচালকো নাই।

১ ৰঘুৱংশ ১০।২০

ব্ৰহ্ম এক অদ্বিতীয় তত্ত্ব হলেও সৰ্ব্বৰূপভাক্ অৰ্থাৎ সমস্ত ৰূপতেই ব্ৰহ্ম প্ৰকাশমান। বৃহদাৰণ্যকোপনিষদে কয়, "ব্ৰহ্মৈতদ্ধি সৰ্ব্বাণি ৰূপাণি বিভৰ্ত্তি।" কালিদাসে ব্ৰহ্মৰ স্বৰূপ নিৰ্দ্দেশ কৰিবলৈ ব্যৱহাৰ কৰা আত্মভূ, অনীশ আৰু সৰ্ব্বৰূপভাক্ শ্ৰুতিপ্ৰমাণেৰে সমৰ্থিত।

ব্ৰহ্মই যে জাগতিক সমগ্ৰ পদাৰ্থৰে আদি-কাৰণ কালিদাসে তাক বহু ঠাইত উল্লেখ কৰিছে। কবিয়ে কুমাৰসম্ভৱত ব্ৰহ্মাস্তুতিৰ আৰম্ভতে প্ৰকাশ কৰিছে:

অথ সৰ্ব্বস্য ধাতাৰং তে সৰ্ব্বে সৰ্ব্বতো-মুখম্।
বাগীশং বাগ্‌ভিৰৰ্থ্যাভিঃ প্ৰণিপত্যোপতস্থিৰে ॥[১]

তেওঁ সকলোৰে সৃষ্টিকৰ্ত্তা, তেওঁ সকলো বিদ্যাৰ অধিষ্ঠাতা; তেওঁলোকে (মুনিসমূহে) সেই চতুৰ্ম্মুখ ব্ৰহ্মাক প্ৰণাম জনাই অৰ্থপূৰ্ণ বাক্যেৰে স্তুতি কৰিব ধৰিলে।

আকৌ কবিয়ে কৈছে:

চতুৰ্বৰ্গফলং জ্ঞানং কালাৱস্থাশ্চতুৰ্যুগাঃ।
চতুৰ্ব্বৰ্ণময়ো লোকস্বত্তঃ সৰ্ব্বং চতুৰ্ম্মুখাৎ ॥[২]

ধৰ্ম্ম, অৰ্থ, কাম আৰু মোক্ষ এই সমস্তৰে ফল যি জ্ঞান; সত্য, ত্ৰেতা, দ্বাপৰ আৰু কলি এই চাৰি যুগৰ পৰিমাণ যি কাল; ব্ৰাহ্মণ আদি যি চতুৰ্বৰ্ণ—এই সকলো তোমাৰপৰাই উৎপন্ন হৈছে। অৰ্থাৎ এই চৰাচৰ বিশ্বৰ ব্ৰহ্মই একমাত্ৰ কাৰণ।

শ্ৰুতিত পুনৰ কৈছে:

ইদং সৰ্ব্বমসৃজত যদিদং কিঞ্চ।

কবিয়ে ব্ৰহ্মাৰ মহিমা পুনঃ তেওঁৰ মহাকাব্য ৰঘুবংশত প্ৰকাশ কৰিছে:

---

১ কুমাৰসম্ভৱ ২।৩
২ ৰঘুবংশ ১০।২২

অমেয়ো মিতলোকস্ত্বমনৰ্থী প্ৰাৰ্থনাৱহঃ।
অজিতো জিষ্ণুৰত্যন্তমৱ্যক্তো ৱ্যক্তকাৰণম্॥[১]

তুমি স্ৰজন কৰা সকলো পদাৰ্থৰে সীমা আছে, কিন্তু তোমাৰ সীমা নিৰ্দ্ধাৰণ কৰা কঠিন অৰ্থাৎ তুমি সীমাৰ অতীত। তোমাৰ কোনো বস্তুৰ প্ৰতি অভিলাষ নাই, কিন্তু তুমি সকলোৰে অভিলাষ পূৰ্ণ কৰা, তুমি জয়শীল, কিন্তু তোমাক কোনোৱে জয় কৰিব নোৱাৰে। তুমি অব্যক্ত অৰ্থাৎ সূক্ষ্ম হৈয়ো সমস্ত ব্যক্ত পদাৰ্থৰ অৰ্থাৎ স্থুল পদাৰ্থৰ সৃষ্টিকৰ্ত্তা।

অদ্বৈত-বেদান্তৰ প্ৰধান বিষয় তিনিটা—জীৱ, জগৎ আৰু ব্ৰহ্ম। ইয়াৰ ভিতৰত ব্ৰহ্মই একমাত্ৰ পৰমাৰ্থ সত্য; জীৱ আৰু জগৎ ব্ৰহ্মৰ কল্পনাপ্ৰসূত। এই কল্পনাৰ মূলবীজ মায়া। মায়াৰ দুটা শক্তি। এটাৰ নাম আৱৰণ শক্তি আৰু আনটোৰ নাম বিক্ষেপ শক্তি। আৱৰণ শক্তিয়ে বস্তুৰ যথাৰ্থ ৰূপক ঢাকি ৰাখে। বিক্ষেপ শক্তিয়ে এটা বস্তুৰ ঠাইত আন এটা বস্তু উৎপন্ন কৰে। অঘটন ঘটোৱাই মায়াৰ বিশেষ পৰিচয়।

মায়াশক্তিৰ যোগেৰে ব্ৰহ্মই জগৎ ৰচনা কৰে। মায়াৰ আৱৰণ শক্তিয়ে ব্ৰহ্মৰ সচ্চিদানন্দৰূপী বাস্তৱ স্বৰূপক আৱৰি ৰাখে আৰু মাযাৰ বিক্ষেপ শক্তিয়ে জগৎ প্ৰপঞ্চৰ সৃষ্টি কৰে। যিদৰে অগ্নিৰ-পৰা দাহিকা শক্তি আঁতৰি নাথাকে সেইদৰে মায়াশক্তিও ব্ৰহ্মৰ-পৰা পৃথকভাৱে অৱস্থান নকৰে অৰ্থাৎ ব্ৰহ্মশক্তিৰ প্ৰকাশিত অৱস্থাৰ নামেই মায়া। বটগছৰ ক্ষুদ্ৰ বীজত বৃহৎ বটবৃক্ষৰ ভবিষ্যৎ সম্ভাৱনা লীন হৈ থাকে; সেইদৰে মায়াশক্তিও ব্ৰহ্মাতেই লীন হৈ থাকে। গতিকে মায়া উপাধিযুক্ত অথবা মায়াকবলিত ব্ৰহ্মকেই জগৎসৃষ্টিৰ কাৰণ হিচাপে নিৰ্দ্দেশ কৰা হৈছে।

মায়াক ব্ৰহ্মৰ শক্তি বুলি মৰ্য্যাদা দিলেও ইয়াক সৎপদাৰ্থ বুলি সম্মানিত কৰা নহয়। কিয়নো মায়া সৎপদাৰ্থ হলে ইয়াৰ ৰূপ

১ ৰঘুবংশ ১০।১৮

সকলো সময়তে সমানভাৱেই থকা উচিত, কোনো সময়তেই ইয়াৰ সত্তা বা অস্তিত্ব হেৰোৱা বা অভাৱ হোৱা সম্ভৱপৰ হব নোৱাৰে। আনহাতে মায়াক অসৎ পদাৰ্থ বুলিও অভিহিত কৰিব নোৱাৰি; কিয়নো অসৎ পদাৰ্থৰ জ্ঞান বা অনুভৱ কোনো দিনেই হব নোৱাৰে। গতিকে মায়াক সদসদ্‌বিলক্ষণ অৰ্থাৎ অনিৰ্ব্বাচ্য নাইবা মিথ্যা বোলা হয়। সন্ধ্যা সময়ত বাটত পৰি থকা জৰী এডাল দেখি পথিকৰ সৰ্পভ্ৰম হয়। এই ভ্ৰম মায়া বা অবিদ্যাৰ-পৰা জন্মে। উপযুক্ত পোহৰত চালে জৰীত সাপৰ ভ্ৰম নোহোৱা হয আৰু তেতিয়া জৰীৰ যথাৰ্থ জ্ঞান ওপজে; গতিকে মাযা সৎ পদাৰ্থ নহয়—যিহেতু ইয়াৰ পূৰ্ব্বৰ জ্ঞান ( সৰ্পজ্ঞান ) পিচত ওপজা জ্ঞানৰ ( জৰীৰ জ্ঞানৰ ) দ্বাৰা খণ্ডিত হৈছে। অগাপিচা জ্ঞানেৰে সৎ পদাৰ্থৰ স্বৰূপ সাল-সলনি নহয়। আনফালে চাবলৈ গলে জৰীত সৰ্পভ্ৰমক একেবাৰেই অসৎ বুলিবও নোৱাৰি; কিয়নো এই সৰ্পভ্ৰম সঁচাকৈয়ে যদি অসৎ হ'লহেঁতেন তেনেহলে ইয়াৰপৰা জন্ম হোৱা ভয় অলীক হ'লহেঁতেন, কিন্তু বাস্তৱিকতে ই অলীক কল্পনা নহয়, যিহেতু জৰীত সৰ্পভ্ৰম হৈ মানুহে বিমোৰত পৰি ভযত চিঞৰ-বাখৰ কৰে, ওচৰত থকা মানুহ লৰি আহি তাৰ ভয় আঁতৰাবলৈ যত্নও কৰে। গতিকে মাযাক একেবাৰেই অসৎ-পদাৰ্থ বুলি অস্বীকাৰ কৰিব নোৱাৰি, কিয়নো সমূলে অসৎ-পদাৰ্থই মানুহক ইমান আতুৰ কৰা সম্ভৱ নহয়। ইয়াৰপৰা মাযাৰ শক্তি যে অনিৰ্ব্বচনীয় আৰু বৈচিত্ৰ্যময় সেই কথা উপলব্ধি হয়। ভগৱান শঙ্কৰাচাৰ্য্যই কৈছে—"তত্ত্বান্যত্বাভ্যামনিৰ্ব্বচনীয়া হি সা মায়া।"

মায়া সমন্বিত ব্ৰহ্মকেই জগতৰ কাৰণ বোলা হৈছে। মায়াৰ এই বিচিত্ৰতাৰ আৰু অনিৰ্ব্বচনীয়তাৰ কাৰণেই মায়াৰ পৰিণাম জগৎ প্ৰপঞ্চও বৈচিত্ৰ্যময় আৰু অনিৰ্ব্বচনীয়। কাৰণত যি গুণ থাকে কাৰ্য্যতো সেই গুণেই প্ৰকাশ পায়।

মায়াৰ এই লীলাই অজ্ঞান বা অবিদ্যাৰ কাৰণ। মায়া ত্ৰিগুণাত্মক অৰ্থাৎ সত্ত্ব, ৰজ আৰু তম গুণৰ সমষ্টি; অথবা ই এই তিনি গুণেৰে নিৰ্ম্মিত আৰু এই তিনি গুণৰেই প্ৰকাশ। মায়া সকলো সময়তে প্ৰকাশিত আৰু ক্ৰিয়াশীল। সত্ত্বগুণৰ স্বভাৱ প্ৰকাশ, ৰজোগুণৰ স্বভাৱ আসক্তি আৰু তমোগুণৰ স্বভাৱ অজ্ঞান। সুখ আৰু জ্ঞানৰ লগত সংযুক্ত হোৱা সত্ত্বগুণৰ কাৰণেই 'মই সুখী' 'মই জ্ঞানী' ইত্যাদি জ্ঞান হয়; এই জ্ঞানেই মানুহৰ বন্ধনৰ কাৰণ। কৰ্ম্ম আৰু কৰ্ম্মফলৰ লগত সংযুক্ত ৰজোগুণৰ কাৰণেই 'মই কৰ্ত্তা' 'মই ভোক্তা' ইত্যাদি জ্ঞান হয়; এই জ্ঞানো বন্ধনৰেই কাৰণ। তমোগুণেই আলস্য, এই আলস্যও জীৱৰ বন্ধনৰেই কাৰণ আৰু মুক্তি প্ৰাপ্তিৰ অন্তৰায়।

এই তিনি গুণ অভিন্নভাৱে অৰ্থাৎ পৰস্পৰ মিলি থাকে। এই গুণত্ৰয়ৰ স্বভাৱ ভিন ভিন হলেও, কোনো কোনো সময়ত কোনো এটা গুণৰ প্ৰাধান্য হয় আৰু বাকী দুটা হীনপ্ৰভ হৈ থাকে। সেই কাৰণে পদাৰ্থত সত্ত্বগুণৰ প্ৰাধান্য হলে সাত্ত্বিক, ৰজোগুণৰ প্ৰাধান্য হলে ৰাজসিক আৰু তমোগুণৰ প্ৰাধান্য হলে তামসিক বোলা হয়।

এই গুণত্ৰয়ৰ সাম্য অৱস্থা বা অপৰিৱৰ্ত্তন অৱস্থাৰ নামেই প্ৰলয়; বিক্ষোভ বা পৰিৱৰ্ত্তন অৱস্থাৰ নামেই সৃষ্টি। অদ্বৈত-বাদত প্ৰকৃতি আৰু পুৰুষতত্ত্বক অভিন্নৰূপে ধৰা হৈছে। এই অভিন্ন তত্ত্বক আশ্ৰয় কৰি মায়াই পিণ্ড আৰু ব্ৰহ্মাণ্ডৰ সৃষ্টি কৰে। মহাকবি কালিদাসে বেদান্ত-সম্মত পুৰুষ-প্ৰকৃতি অভিন্নবাদক সমৰ্থন কৰি কৈছে:

ত্বামামনন্তি প্ৰকৃতিং পুৰুষাৰ্থপ্ৰবৰ্ত্তিনীম্।
তদ্দৰ্শিমুদাসীনং ত্বামেৱ পুৰুষং বিদুঃ॥[১]

তোমাকেই পুৰুষৰ প্ৰয়োজন সাধন কৰা প্ৰকৃতি বোলা হয়

১ কুমাৰসম্ভৱ ২।১৩

আৰু তোমাকেই সেই প্ৰকৃতিৰ সাক্ষী নিত্যপুৰুষ বুলিও কোৱা হয়।

এই সম্বন্ধে প্ৰাচীন উক্তিও আছে:

কৰ্ত্তৃতন্ত্ৰং ভৱেৎ কৰ্ম্ম কৰ্ম্মতন্ত্ৰং শুভাশুভম্।
প্ৰমাণতন্ত্ৰং ৱিজ্ঞানং মাযাতন্ত্ৰমিদং জগৎ॥

সৃষ্ট-পদাৰ্থসমূহ নামৰূপাত্মক। অদ্বৈত-বেদান্তমতে মায়াশক্তি-ৱিশিষ্ট পৰমেশ্বৰেই নিজ শক্তিৰ অংশৰ দ্বাৰা প্ৰপঞ্চাকাৰে—অৰ্থাৎ জগৎ আকাৰত পৰিণত হয আৰু নিজে প্ৰপঞ্চৰ (বিশ্বৰ) বাহিৰত স্থিতি কৰে। মাযাৰ অনিৰ্ব্বচনীয প্ৰভাৱৰ হেতু এক অদ্বিতীয ব্ৰহ্মই দ্বৈত অৰ্থাৎ জীৱ আৰু জগৎৰূপে প্ৰকাশ হয; কিন্তু এই ভেদৰ মাজতো তেওঁ নিজৰ অভেদ বা একাত্মবোধ বিলোপ নকৰে। আন কথাৰে কবলৈ গলে, ব্ৰহ্মই একমাত্ৰ পৰমাৰ্থ সত্য, জীৱ আৰু জগৎ ব্ৰহ্মৰেই বিৱৰ্ত্ত মাথোন। এই কাৰণে অদ্বৈত সিদ্ধান্ত বিৱৰ্ত্তবাদ, মায়াবাদ নাইবা অনিৰ্ব্বচনীযবাদ নামেও পৰিচিত।

মহাকবিয়ে কৈছে যে ব্ৰহ্ম এক অদ্বিতীয় হলেও ত্ৰিগুণাত্মক মায়াৰ কাৰণে ব্ৰহ্মই মূৰ্ত্তিত্ৰয ধাৰণ কৰে:

নমস্ত্ৰিমূৰ্ত্তযে তুভ্যং প্ৰাক্‌সৃষ্টেঃ কেৱলাত্মনে।
গুণত্ৰযৱিভাগায পশ্চাদভেদমুপেয়ুষে॥[১]

সৃষ্টিৰ পূৰ্ব্বে তুমি কেৱল আত্মাৰূপে অৰ্থাৎ 'এক' (অদ্বিতীয়) ৰূপে বিদ্যমান আছিলা, সৃষ্টিৰ সময়ত সত্ত্ব, ৰজ আৰু তম এই তিনি গুণৰ লগত যোগ হৈ তুমি সৃষ্টিকৰ্ত্তা আদি অৱস্থাভেদ ধাৰণ কৰিলা। ইযাতেই তোমাৰ ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ এই তিনি মূৰ্ত্তিৰ আবিৰ্ভাৱ হ'ল।

বিশ্বসৃষ্টিৰ পূৰ্ব্বে এক আত্মাই যে আছিল, অন্য একো পদাৰ্থ নাছিল, কবিয়ে তাকেই ওপৰৰ শ্লোকত প্ৰকাশ কৰিছে। শ্ৰুতিয়ে

১ কুমাৰসম্ভৱ ২।৪

কৈছে "আত্মা ৱা ইদমেক এৱাগ্র আসীৎ" "সদেৱ সোম্যেদমগ্র-আসীদেকমেৱাদ্বিতীয়ম্ …।[১] অর্থাৎ হে বোপা, এই জগৎ সৃষ্টিৰ পূর্ব্বে 'সৎ' মাত্র আছিল ; নাম ৰূপ একোৱেই নাছিল। সমস্তই এক আৰু অদ্বিতীয—একম্ এৱ অদ্বিতীযম্। নাম আৰু ৰূপৰ উদ্ভৱৰ নামেই সৃষ্টি ; গতিকে সৃষ্টিৰ পূর্ব্বে নাম আৰু ৰূপ একোৱেই নাছিল।

সেইকাৰণে ভগৱান শঙ্কৰাচার্য্যাই এই নাম আৰু ৰূপৰ সৃষ্টিৰ মূলত "নামৰূপৱিকাৰ ভেদোপাধিৱিশিষ্ট ব্রহ্ম"কেই অভিহিত কৰিছে। প্রকৃতপক্ষে ব্রহ্ম উপাধিশূন্য কিন্তু সৃজনকর্ত্তৃত্ব গুণ ব্রহ্মাত আৰোপ কৰা হয়, তাৰ ফলত ব্রহ্মাক গুণোপাধিযুক্ত বুলি কোৱা হয়।

ব্রহ্ম যে নির্ব্বিকাৰ, নিত্যনিৰঞ্জন আৰু একৰূপ সেই কথা কালিদাসে স্পষ্টভাৱেই তলৰ শ্লোকত প্রকাশ কৰিছে ঃ

ৰসান্তৰাণ্যেকৰসং যথা দিব্যং পযোঽশ্নুতে।
দেশে দেশে গুণেষেৱমৱস্থাস্ত্বমৱিক্রিয়ঃ ॥[২]

মধুৰ ৰসবিশিষ্ট হলেও বৰষুণৰ পানীৰ সোৱাদ ভিন ভিন দেশত বিভিন্ন হয, সেইদৰে তুমি এক অদ্বিতীয হলেও অৱস্থাভেদে সত্ত্ব, ৰজ আৰু তম এই তিনি গুণৰ প্রভাৱত তিনি বিধ মূর্ত্তি ধাৰণ কৰাঁ। সহজ কথাৰে কবলৈ গলে, মধুৰ ৰসসংযুক্ত বৰষুণৰ পানী সমুদ্র আদি বিশেষ বিশেষ ঠাইত পৰি যেনেকৈ লুণীয়া, তিতা আদি হয়, সেইদৰে নির্ব্বিকাৰ হৈও ব্রহ্মাই সৃষ্টি, স্থিতি আৰু প্রলয় আদি বিশেষ বিশেষ কার্য্যৰ কাৰণে সত্ত্ব, ৰজ আৰু তম এই তিনি প্রকাৰ অৱস্থা লাভ কৰে। অর্থাৎ প্রথমে ব্রহ্ম এই তিনি গুণত্রয়ৰ লগত সংযোগ হয় ; পিচত নানাবিধ সৃষ্টিৰ মাজেৰে প্রকাশ পায়। শ্রুতিয়ে কৈছে—"তদৈক্ষত বহুস্যাং প্রজায়েয় ইতি ইদং সর্ব্বমসৃজত যদিদং কিং চ।"[৩]

১ ছান্দোগ্যোপনিষৎ ৬।২।১

২ ৰঘুবংশ ১০।১৭

৩ বৃহদাৰণ্যকোপনিষৎ ২।৫।১৮-১৯

অদ্বৈত সিদ্ধান্তমতে জীৱাত্মা আৰু পৰমাত্মা এক অভিন্ন তত্ত্ব। সেই বিষয়ে কালিদাসে কৈছে ঃ

ত্বং পিতৃণামপি পিতা দেৱানামপি দেৱতা।
পৰতোঽপি পৰশ্চাসি বিধাতা বেধসামপি ॥[১]

তুমি পিতৃসমূহৰো পিতা; তুমি ইন্দ্ৰাদি দেৱতাসকলৰো দেৱতা, তুমি শ্ৰেষ্ঠতকৈও শ্ৰেষ্ঠ; তুমি সৃষ্টিকৰ্ত্তাৰো সৃষ্টিকৰ্ত্তা অৰ্থাৎ দক্ষ আদি সৃষ্টিকৰ্ত্তা সকলোকো তুমিয়েই সৃষ্টি কৰিছা।

কবিয়ে আকৌ কৈছে ঃ

ত্বমেৱ হব্যং হোতা চ ভোজ্যং ভোক্তা চ শাশ্বতঃ।
বেদ্যঞ্চ বেদিতা চাসি ধ্যাতা ধ্যেযঞ্চ যৎপৰম্ ॥[২]

তুমি নিত্য বিৰাজমান, তুমি নিজেই আহুতিৰ দ্ৰব্য, আকৌ তুমিয়েই হোমকৰ্ত্তা। তুমি ভোগৰ সামগ্ৰী, আকৌ তুমিয়েই ভোগ-কৰ্ত্তা; তুমি সাক্ষাৎ জানিব লগীয়া বস্তু, আকৌ তুমিয়েই জ্ঞাতা; তুমিয়েই ধ্যানকৰ্ত্তা, আকৌ তুমিয়েই ধ্যানৰ বিষয়ীভূত পৰম বস্তু।

ব্ৰহ্মই যে একমাত্ৰ নিত্য পদাৰ্থ আৰু জীৱাত্মা যে ব্ৰহ্মাৰপৰা ভিন্ন পদাৰ্থ নহয় কবিয়ে স্পষ্টভাৱে প্ৰকাশ কৰিছে। শ্ৰুতিয়ে কৈছে, "স ৱেত্তি ৱেদ্যং ন চ তস্যাস্তি ৱেত্তা।"[৩] "নান্যঽতোঽস্তি দ্ৰষ্টা নান্যঽতোঽস্তি ৱিজ্ঞাতা"; অৰ্থাৎ ব্ৰহ্ম ভিন্ন দ্ৰষ্টা বা শ্ৰোতা আন কোনো নাই; অন্য কি জ্ঞাতাও ব্ৰহ্মত বাহিৰে আন কোনো নাই।

বেদান্তমতে পৰমাত্মাৰ তত্ত্বজ্ঞানেই মুক্তিৰ একমাত্ৰ কাৰণ। ব্ৰহ্ম নিজ অবিদ্যাৰ দ্বাৰা সংসাৰী হয় অৰ্থাৎ জীৱৰূপ ধাৰণ কৰে আৰু নিজ বিদ্যাৰ দ্বাৰা মুক্তও হয়। অবিদ্যা আৰু তাৰ কাৰ্য্যা-ৱলীৰপৰা মুক্তিলাভ কৰি পৰমানন্দানুভূতিয়েই মুক্তিৰ একমাত্ৰ

১ কুমাৰসম্ভৱ ২।১৪
২ কুমাৰসম্ভৱ ২।১৫
৩ শ্বেতাশ্বতৰোপনিষৎ ৩।১৯

পথ। "অহং ব্ৰহ্ম" এইবিধ জ্ঞানেই মুক্তিৰ কাৰণ অৰ্থাৎ ব্ৰহ্মৰ সৈতে একাত্মবোধেই মুক্তিৰ অন্যতম কাৰণ। শ্ৰুতিয়ে কৈছে— "ব্ৰহ্ম বেদ ব্ৰহ্মৈৱ ভৱতি।" ভগৱান শঙ্কৰাচাৰ্য্যই তত্ত্বজ্ঞানকেই মুক্তিৰ চৰম উপায় বুলি নিৰ্দ্দেশ কৰিছে। বেদান্তমতে নিষ্কাম কৰ্ম্ম মুক্তিৰ কাৰণ নহয়; কিন্তু চিত্তশুদ্ধি মুক্তিৰ সহায়ক। বেদান্তই কৰ্ম্ম-সন্ন্যাসবাদ—নৈষ্কৰ্ম্মবাদ প্ৰতিপাদন কৰিছে। জ্ঞানেই মুক্তিৰ একমাত্ৰ কাৰণ। চিত্তশুদ্ধিৰ কাৰণে শাস্ত্ৰোক্ত নিত্যনৈমিত্তিক কৰ্ম্মানুষ্ঠানৰ প্ৰয়োজন। কৰ্ম্মানুষ্ঠানৰ সহায়ত চিত্তৰ ৰজ আৰু তম গুণ পৰাভূত হ'লে, সত্ত্ব গুণৰ আৱিৰ্ভাৱ হয়। সত্ত্ব গুণৰ প্ৰাধান্য হ'লে চিত্ত বিশুদ্ধ হয। চিত্ত বিশুদ্ধ হ'লে অনায়াসে তত্ত্বৰ উপলব্ধি হয়। তত্ত্বজ্ঞান উপলব্ধি কৰিবলৈ কৰ্ম্মৰ প্ৰয়োজন থাকিলেও মুক্তিৰ প্ৰতি কৰ্ম্মৰ কোনো আৱশ্যক নাই। মহাকবি কালিদাসেও অদ্বৈত মতক সমৰ্থন কৰি কৰ্ম্মক বন্ধনৰেই কাৰণ বুলি কৈছেঃ

কৰ্ম্মবন্ধচ্ছিদং ধৰ্ম্মং ভৱস্যৈৱ মুমুক্ষৱঃ।[১]

মোক্ষাভিলাষী পুৰুষে পুনৰ্জ্জন্মৰপৰা নিবৃত্তি পাবলৈ কৰ্ম্মৰ বন্ধননাশক পুণ্যৰেই অভিলাষ কৰে। কৰ্ম্মই হৈছে বন্ধন। কৰ্ম্ম নিবৃত্তিয়ে ধৰ্ম্ম, পুণ্য বা পৰা বিদ্যা। শ্ৰুতিয়ে কয় "অথ পৰা যয়া তদক্ষৰমধিগম্যতে।"[২]

নিত্যনৈমিত্তিক আৰু কাম্য ভেদে কৰ্ম্ম তিনি প্ৰকাৰৰ। ইয়াৰ উপৰিও নিষিদ্ধ কৰ্ম্ম নামে আন এবিধ কৰ্ম্ম আছে। যি কৰ্ম্ম কৰিলে বিশেষ কোনো পুণ্য নহয় অথচ নকৰিলে ক্ষতি হয় তাকে নিত্যকৰ্ম্ম বোলে। যেনে, সন্ধ্যা উপাসনা। গ্ৰহণৰ দিনা স্নান কৰা নিয়ম, এই নিয়ম পালনেই নৈমিত্তিক কৰ্ম্ম। ফলৰ কামনা কৰি কৰা কৰ্ম্মই কাম্য-কৰ্ম্ম। স্বৰ্গলাভৰ আশাৰে জ্যোতিষ্টোম যজ্ঞৰ অনুষ্ঠান কাম্য-কৰ্ম্মৰ ভিতৰুৱা। গোহত্যা ব্ৰহ্মহত্যা আদি

১ কুমাৰসম্ভৱ ২।৫১

২ মুণ্ডকোপনিষৎ ১।১।৫

নিষিদ্ধ কৰ্ম্মৰ অন্তৰ্গত। নিষিদ্ধ কৰ্ম্মৰ বাহিৰে কৰা অন্যান্য কৰ্ম্মৰ ফলত স্বৰ্গ-সুখ হয়; এই তিনি বিধ কৰ্ম্ম নকৰিলে নৰক যন্ত্ৰণা হয়। স্বৰ্গ-সুখো চিৰস্থায়ী নহয়, গতিকে এই ধৰণৰ কোনো প্ৰকাৰ কৰ্ম্মই নিৰৱচ্ছিন্ন সুখ বা মুক্তি দিব নোৱাৰে, সেই কাৰণে জন্ম-মৃত্যুৰপৰা হাত সৰা টান। গতিকে সমূলে কৰ্ম্মক বিসৰ্জ্জন দিয়াই একান্ত আৱশ্যক। কৰ্ম্মক ধ্বংস কৰিবলৈ জ্ঞানৰ আৱশ্যক। এন্ধাৰ আঁতৰাবলৈ পোহৰৰ প্ৰয়োজন। সেই কাৰণে অদ্বৈত সিদ্ধান্তমতে জ্ঞানেই একমাত্ৰ মুক্তি বা কৈৱল্যৰ কাৰণ। শ্ৰুতিয়েও কৈছে– "পৰীক্ষ্য লোকান্ কৰ্ম্মাচিতান্ ব্ৰহ্মণো নিৰ্ব্বেদমায়ান্নাস্ত্যকৃতঃ ( মোক্ষঃ ) কৃতেন ( কৰ্ম্মণা )।[১]
শ্ৰীমদ্ ভগৱদ্‌গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে ঃ

কৰ্ম্মজং বুদ্ধিযুক্তা হি ফলং ত্যক্ত্বা মনীষিণঃ।
জন্মবন্ধবিনিমুৰ্ক্তাঃ পদং গচ্ছন্ত্যনাময়ম্॥[২]

আকৌ ঃ

জ্ঞানাগ্নিঃ সৰ্ব্বকৰ্ম্মাণি ভস্মসাৎ কুৰুতে তথা।[৩]

অৰ্থাৎ সমবুদ্ধি সম্পন্ন মনীষীসকলে কৰ্ম্মফল ত্যাগ কৰে, জন্মৰ বন্ধনৰপৰা মুক্ত হয় আৰু দুঃখ নোহোৱা ঠাইত উপস্থিত হয়।

কৰ্ম্মযোগ সিদ্ধি হলেই মানুহে যথাসময়ত এই জ্ঞান লাভ কৰে। প্ৰকৃতপক্ষে তত্ত্বজ্ঞানেই মুক্তিৰ সাক্ষাৎ কাৰণ। এই তত্ত্ব-জ্ঞান উপস্থিত হলে জ্ঞাতা আৰু জ্ঞেয়ৰ প্ৰভেদ আপোনা-আপুনি দূৰ হয়।

মহাকবি কালিদাসে এই অদ্বৈত সিদ্ধান্ত ঘোষণা কৰিছে ঃ

আত্মানমাত্মনা বেত্সি সৃজস্যাত্মানমাত্মনা।
আত্মনা কৃতিনা চ ত্বমাত্মন্যেৱ প্ৰলীযসে॥[৪]

---

১ মুণ্ডকোপনিষৎ ১।২।১২

২ গীতা ২।৫১

৩ গীতা ৪।৩৭ ৪ কুমাৰসম্ভৱ ২।১০

তুমি পৰম শক্তিমান; তুমি নিজৰ শক্তিৰেই নিজক জানা; নিজৰ শক্তিৰেই নিজক সৃষ্টি কৰাঁ আৰু নিজৰ শক্তিৰেই লীন হোৱাঁ।

ব্ৰহ্ম ভিন্ন জ্ঞাতা আৰু জ্ঞেয় পদাৰ্থ একো নাই, উভয়ে ব্ৰহ্ম, এয়ে কবিৰ অভিপ্ৰায়। ব্ৰহ্মই পৰমাৰ্থ সত্য, জগৎ মিথ্যা। শ্ৰুতিয়ে কৈছে:

নান্যোঽতোঽস্তি দ্ৰষ্টা নান্যোঽতোঽস্তি বিজ্ঞাতা।[১]

অৰ্থাৎ ব্ৰহ্ম ভিন্ন দ্ৰষ্টা বা শ্ৰোতা কোনো নাই। আকৌ

যদা সৰ্ব্বমস্য আত্মৈৱাভূৎ তদা কং কেন পশ্যেৎ।

## আঠ

### সামৰণি

কালিদাস আৰু হিন্দুদৰ্শন সম্বন্ধে সাধাৰণভাৱে আলোচনা কৰা হ'ল। এতিয়া হিন্দুৰ ষড়দৰ্শনৰ ভিতৰত কোন দৰ্শনৰ প্ৰতি কবিৰ বিশেষ অনুৰাগ সেই সম্বন্ধে বিচাৰ কৰা যাওক। এই দৰ্শনসমূহৰ ভিতৰত বেদান্ত দৰ্শনেই কবিৰ অধিক প্ৰিয়।

অমৰ কবি কালিদাসে তেওঁৰ নাটকসমূহৰ নান্দী শ্লোকত অষ্টমূৰ্ত্তি পৰমেশ্বৰ মহাদেৱৰ স্তুতি কৰিলেও ব্ৰহ্মা, বিষ্ণু, মহেশ্বৰ যে এক পৰমাৰ্থ সত্যৰে বিভিন্ন ৰূপ মাথোন তাক স্পষ্টভাৱে প্ৰকাশ কৰিছে। নিত্য, নিৰঞ্জন, নিৰ্ব্বিকাৰ, অসঙ্গ, বেদান্তবেদ্য সেই পৰম পুৰুষেই পৰমাৰ্থ তত্ত্ব। শ্ৰুতিয়ে কৈছে:

অগ্নিৰ্যথৈকো ভুৱনং প্ৰৱিষ্টো ৰূপং ৰূপং প্ৰতিৰূপো বভূৱ।
একস্তথা সৰ্ব্বভূতান্তৰাত্মা ৰূপং ৰূপং প্ৰতিৰূপো বহিশ্চ॥[২]

---

১ বৃহদাৰণ্যকোপনিষৎ ৩।৭।২৩

২ কঠোপনিষৎ ২।২।৯

আকৌ ঃ

একো দেৱঃ সৰ্ব্বভূতেষু গূঢ়ঃ সৰ্ব্বব্যাপী সৰ্ব্বভূতান্তৰাত্মা।

সেই এক মহান আত্মাই সকলো প্ৰাণীকে ব্যাপি আছে। ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰক অভিন্নৰূপে কল্পনা কৰাই বেদান্তৰ প্ৰধান উদ্দেশ্য। কবিয়ে এই বৈদান্তিক তত্ত্বক সম্পূৰ্ণৰূপে সমাদৰ জনাই কৈছে ঃ

একৈৱমূৰ্ত্তিৰ্ব্বিভিদে ত্ৰিধা সা
সামান্যমেষাং প্ৰথমাৱৰত্বম্।[১]

সেই এক মূৰ্ত্তিয়েই ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ এই তিনিভাগত বিভক্ত হৈছে। অৰ্থাৎ এক পৰমাৰ্থ তত্ত্বই কাৰ্য্য আৰু অৱস্থা ভেদে তিনি প্ৰকাৰ মূৰ্ত্তি ধাৰণ কৰে। প্ৰকৃতপক্ষে এই ত্ৰিমূৰ্ত্তিৰ স্বতন্ত্ৰতা একো নাই, কিয়নো এই মূৰ্ত্তিত্ৰয় ব্ৰহ্মৰেই কল্পিত ভেদ মাথোন। সেই অদ্বিতীয় তত্ত্বকেই লক্ষ্য কৰি কবিয়ে আকৌ কৈছে ঃ

স হি দেৱঃ পৰং জ্যোতিস্তমঃপাৰে ব্যৱস্থিতম্।[২]

সেই অদ্বিতীয় পুৰুষেই তমোগুণাতীত পৰম জ্যোতিঃ স্বৰূপ অৰ্থাৎ বুদ্ধি, জ্ঞান আৰু আনন্দ স্বৰূপ। শ্ৰুতিয়ে কৈছে ঃ

তদ্দেৱা জ্যোতিষাং জ্যোতিৰায়ুৰ্হোপাসতেঽমৃতম্।[৩]

বেদান্ত-তত্ত্ব সমদৃষ্টিত পৰিসমাপ্ত। কবি কালিদাসো সমদৰ্শী আছিল। কবিৰ এই সত্যৰ সন্ধান 'অভিজ্ঞানশকুন্তলম্' নাটকৰ নান্দী শ্লোকৰপৰাও বুজিব পাৰি। কিয়নো কবিয়ে অষ্টমূৰ্ত্তি মহাদেৱৰপৰাও সৃষ্টিকৰ্ত্তাক ভিন্ন আসনত প্ৰতিষ্ঠা কৰিছে আৰু তেওঁৰ বিক্ৰমোৰ্ব্বশীয় নাটকত সেই বেদান্তবেদ্য পৰম পুৰুষকেই নমস্কাৰ জনাইছে ঃ

বেদান্তেষু যমাহুৰেকপুৰুষং ব্যাপ্য স্থিতং ৰোদসী।[৪]

১ কুমাৰসম্ভৱ ৭।৪৪

২ কুমাৰসম্ভৱ ২।৫৮

৩ বৃহদাৰণ্যক ৪।৪।১৬

৪ বিক্ৰমোৰ্ব্বশীয় ১।১

এই চৰাচৰ বিশ্বপ্ৰপঞ্চৰ অতিৰিক্ত সেই পৰম পুৰুষ যে এক অভিন্ন অদ্বিতীয় তত্ত্ব কালিদাসে তাক বিশেষভাৱে প্ৰকাশ কৰিছে। কুমাৰসম্ভৱ মহাকাব্যত কবিয়ে তপস্যাৰত মহাদেৱৰ স্তুতিৰ শেষ কৰিছে বেদান্ত শাস্ত্ৰৰ পৰম তত্ত্বেৰেই :

যমক্ষৰং ক্ষেত্ৰৱিদো ৱিদুস্তম্ আত্মানমাত্মন্যেৱলোকযন্তম্।[১]

মহাকবি কালিদাসে ইয়াত অক্ষৰ ব্ৰহ্মৰ প্ৰতিপাদন কৰিছে। বেদান্ত শাস্ত্ৰত অক্ষৰ ব্ৰহ্ম বা কূটস্থ ব্ৰহ্ম এক। শ্ৰীমদ্‌ভগৱদ্গীতাত ভগৱানে কৈছে :

দ্বাৱিমৌ পুৰুষৌ লোকে ক্ষৰশ্চাক্ষৰ এৱ চ।
ক্ষৰঃ সৰ্ব্বাণি ভূতানি কূটস্থোঽক্ষৰ উচ্যতে॥

সংসাৰত ক্ষৰ আৰু অক্ষৰ এই দুই প্ৰকাৰ পুৰুষ। তাৰ ভিতৰত ক্ষৰ শব্দেৰে সৰ্ব্বভূতকে বুজা যায় আৰু কূটস্থ পুৰুষকে অক্ষৰ বুলি জনা যায়।

ক্ষৰ আৰু অক্ষৰ দুটা উপাধি বিশেষ। উপাধিৰ ভেদত ব্ৰহ্মক দুই ভাগে বিভক্ত হোৱা বুলি ভবা যায় কিন্তু উপাধিশূন্য ব্ৰহ্ম এক। জগতৰ কাৰ্য্য মাত্ৰেই ক্ষৰ অৰ্থাৎ বিনাশী আৰু কূটস্থ পুৰুষেই অক্ষৰ অৰ্থাৎ অবিনাশী। কালিদাসে সেই অক্ষৰ ব্ৰহ্মকেই লক্ষ্য কৰিছে। ভক্ত বা সাধকৰ কল্যাণসাধন কৰিবলৈ এক পৰমাৰ্থ তত্ত্বই যে নানা ৰূপ ধাৰণ কৰে কবিয়ে তাৰো সন্ধেদ দিছে :

ৱিদিতং ৱো যথা স্বাৰ্থা ন মে কাশ্চিৎপ্ৰবৃত্তয়ঃ।
নম্নু মূৰ্ত্তিভিৰষ্টাভিৰিত্থম্ভূতোঽস্মি সূচিতঃ॥[২]

আপোনালোকে জানে যে মোৰ কোনো কাৰ্য্যই নিজৰ নিমিত্তে নহয়। এইদৰে স্বাৰ্থশূন্য হৈয়ে মই এই অষ্টমূৰ্ত্তি লৈ আৱিৰ্ভূত হৈছোঁ।

---

১ কুমাৰসম্ভৱ ৩।৫০

২ কুমাৰসম্ভৱ ৬।২৬

পুনঃ কবিয়ে কৈছে :

অনবাপ্তমবাপ্তব্যং ন তে কিঞ্চন বিদ্যতে।
লোকানুগ্রহ এবৈকো হেতুস্তে জন্মকর্ম্মণোঃ।[১]

তোমাৰ অপ্ৰাপ্ত বা প্ৰাপ্তব্য একোৱেই নাই ; মানুহক মাথোন অনুগ্ৰহ কৰিবলৈ হে তোমাৰ জন্ম, তোমাৰ কাৰ্য্য। তুমি পূৰ্ণ, গতিকে এই জগতত এনে কোনো পদাৰ্থ নাই যি তোমাৰ প্ৰয়োজন সাধন কৰিব পাৰে।

কালিদাস যে বেদান্তপ্ৰিয় আছিল সেই কথা সুন্দৰভাৱে বুজিব পাৰি। ৰঘুৱংশৰ দশমসৰ্গত ব্ৰহ্মস্তুতি প্ৰসঙ্গত কবিযে ব্ৰহ্মক জ্যোতিৰ্ম্ময়, অবিক্ৰিয, সৰ্ব্বজ্ঞ, সৰ্ব্বযোনি, সৰ্ব্বপ্ৰভু, জগদীশ প্ৰভৃতি ব্ৰহ্ম নিৰ্দ্দেশক শব্দেৰে উল্লেখ কৰিছে।

বেদান্তমতে জ্ঞানেই একমাত্ৰ মুক্তিৰ কাৰণ। অবিদ্যা বা অজ্ঞানেই বন্ধনৰ হেতু। আত্মজ্ঞানৰ উপায় আত্মাৰ স্বৰূপ উপলব্ধি। আত্মাৰ স্বৰূপদৰ্শীয়েই মুক্তিৰ অধিকাৰী। শ্ৰুতিয়ে কৈছে, "ক্ষীয়ন্তে চাস্য কৰ্ম্মাণি তস্মিন দৃষ্টে পৰাৱৰে।" মুক্তিলাভৰ অৰ্থ হৈছে— ব্ৰহ্মৰে সৈতে অভিন্ন বা তাদাত্মালাভ। শ্ৰুতিত আছে "ব্ৰহ্ম বেদ্ ব্ৰহ্মৈৱ ভৱতি", ব্ৰহ্মজ্ঞ পুৰুষেই ব্ৰহ্ম হয়। ব্ৰহ্মজ্ঞান উদয় নোহোৱা-লৈকে জীৱ বন্ধনমুক্ত হব নোৱাৰে। বেদান্তই প্ৰতিপাদন কৰা নিয়ম-প্ৰণালীৰ অনুশীলন কৰিলে আত্মজ্ঞানৰ উদয় হয। তেতিয়া কৰ্ম্মবাসনা নিঃশেষ হৈ যায আৰু শেহত দেহ পৰিত্যাগ কৰে। শ্ৰুতিয়ে কয "ৱিমুক্তশ্চ ৱিমুচ্যতে"। দেহ পৰিত্যাগ নকৰালৈকে আত্মসাক্ষাৎকাৰীয়ে অপেক্ষা কৰিব লগীয়া হয ; দেহপাতৰ লগে-লগেই কিন্তু মুক্তিলাভ কৰে অৰ্থাৎ ব্ৰহ্মত লীন হয়। জীৱৰ এই অৱস্থাক লক্ষ্য কৰি প্ৰাচীন আচাৰ্য্যই কৈছে :

যথানদ্যঃ স্যন্দমানাঃ সমুদ্ৰেঽস্তং গচ্ছন্তি নামৰূপে বিহায়।
তথা ৱিদ্বান্ নামৰূপাদ্বিমুক্তঃ পৰাৎপৰং পুৰুষমুপৈতি দিব্যম্॥

১ ৰঘুৱংশ ১০।৩১

বিভিন্ন নদ-নদীয়ে যিদৰে নিজৰ নাম আৰু ৰূপ পৰিত্যাগ কৰি সমুদ্ৰত লীন হয় ( অৰ্থাৎ নাম ৰূপ আদি বিভাগ বিলুপ্ত হয় আৰু সমুদ্ৰৰ লগত মিলি যোৱাত সমুদ্ৰৰূপেই পৰিচিত হয় ) সেইদৰে ব্ৰহ্মবিদ্ পুৰুষেও নিজৰ নাম আৰু ৰূপ ( অৰ্থাৎ অজ্ঞানৰ কাৰণে যতবোৰ ভেদ আছিল ) সকলোকে বিসৰ্জ্জন দি সেই পৰম পুৰুষ পৰমাত্মাৰ লগত মিলি যায়। সেই জীৱ আৰু ব্ৰহ্মৰ ভিতৰত কোনো প্ৰভেদ নাথাকে, উভয়ে এক হৈ যায় অৰ্থাৎ ব্ৰহ্ম বেদ, ব্ৰহ্মৈৱ ভৱতি।[১]

১ মুণ্ডকোপনিষৎ ৩।২।৯

# তৃতীয় অধ্যায়

## কালিদাস আৰু আধ্যাত্মিক চিন্তা

ভাৰতীয় সংস্কৃতি আৰু সভ্যতাৰ মূৰ্ত্ত প্ৰতীক কালিদাসক যি কোনো দৃষ্টিভঙ্গীৰপৰাই অধ্যয়ন কৰিলে তেওঁৰ চিন্তাধাৰাৰ উৎকৃষ্টতা সুন্দৰভাৱে বুজিব পাৰি। আধ্যাত্মিক দৃষ্টিভঙ্গীৰে কালিদাসক অধ্যয়ন কৰিলে তেওঁৰ চিন্তাধাৰাৰ উৎকৰ্ষ সুস্পষ্টভাৱে উপলব্ধ হয়।

আধ্যাত্মিক চিন্তাই শ্ৰেষ্ঠ চিন্তা। আত্মাসম্বন্ধীয় চিন্তাৰ নামেই আধ্যাত্মিক চিন্তা। আন চিন্তা খন্তেকীয়া, সেই চিন্তাপ্ৰসূত ফলো ক্ষণস্থায়ী। আধ্যাত্মিক চিন্তাৰ ফল চিৰস্থায়ী। আধ্যাত্মিক চিন্তাৰ আন নাম দাৰ্শনিক চিন্তা। এই আধ্যাত্মিক চিন্তা বা আত্মবিষয়ক চিন্তাই দৰ্শন শাস্ত্ৰৰ উপজীৱ্য। ভাৰতৰ আৰ্য্য মনীষীসকলে এই আধ্যাত্মিক চিন্তাৰে ভাৰত-জননীৰ অন্তৰ একালত মধুময় কৰি তুলিছিল। আধ্যাত্মিক চিন্তা জাতীয় বা স্থানীয় সঙ্কীৰ্ণতাৰ বহিৰ্ভূত। ই সমগ্ৰ মানবজাতিৰ কাৰণেই প্ৰযোজ্য। হিন্দু সংস্কৃতি আৰ্য্য মনীষীসকলৰ উচ্চ কল্পনাৰে চিৰদিনেই উদ্দীপ্ত হৈ আছে।

অমৰ কবি কালিদাসে বহু শতাব্দীৰ পিচত তেওঁৰ কাব্যেৰে পূৰ্ব্বাচাৰ্য্যসকলৰ আধ্যাত্মিক চিন্তাসমূহক সহজ আৰু সৰস কৰি তুলিছে। বিভিন্ন দাৰ্শনিক মতবাদৰ বিৰোধা-বিৰোধি কালিদাসৰ দাৰ্শনিক দৃষ্টিভঙ্গীত নাই। অইন নালাগে কবিয়ে বিভিন্ন দৰ্শনৰ বিভিন্ন মতবাদৰ আলোচনাও কৰা নাই। এই বিভিন্ন মতবাদৰ মাজতো যি এটি ঐক্যৰ সূত্ৰ আছে কবিয়ে মাথোন সেই সমতাৰ সুৰেৰে হিন্দু সংস্কৃতিক পুনৰ নিনাদিত কৰি তুলিছে।

কালিদাস নিজে দাৰ্শনিক কবি হয় নে নহয় অথবা কালিদাসৰ

নিজস্ব কিবা দৰ্শন আছে নে নাই সেই বিষয়ৰ আলোচনা এই প্ৰবন্ধৰ উদ্দেশ্য নহয়। উপমা-সম্ৰাট কালিদাস আমাৰ মাজত অমৰ কবি হিচাপেই চিৰদিন জীয়াই থাকিব। এই কথা অৱশ্যে সত্য যে প্ৰকৃত কবিয়েই ক্ৰান্তদৰ্শী, সত্য-শিৱ-সুন্দৰৰ পূজাৰি কবিয়ে নিজ প্ৰতিভাৰ বলেৰে পাৰমাৰ্থিক সত্য উপলব্ধি কৰে। কবিৰ অন্তৰত সত্য স্বপ্ৰকাশৰূপে উদয় হয়। কবি সত্যদ্ৰষ্টা। ঐহিক বা পাৰলৌকিক কোনো সত্যই অন্তৰ্দৃষ্টিসম্পন্ন কবিৰ অজ্ঞাত নহয়। সেই কাৰণে কবিয়ে কাব্যৰ মাজেৰে সহজভাৱে সত্য-শিৱ-সুন্দৰৰ সন্ধান দি সমাজক কল্যাণ আৰু মঙ্গলময় পথেদি আগুৱাই নিয়ে। এই প্ৰবন্ধত মহামতি কালিদাসে কিভাৱে ভাৰতীয় সংস্কৃতিৰ সত্য উপলব্ধি কৰি, সাহিত্যৰ মাধ্যমেৰে সমাজক, সেই চিৰসত্যৰ সন্ধানেৰে অনুপ্ৰাণিত কৰিবলৈ চেষ্টা কৰিছিল, মাত্ৰ সেই বিষয়ৰে কিঞ্চিৎ আলোচনা কৰা হব। হিন্দু সংস্কৃতিৰ চিন্তাধাৰাৰ সাৰ সংগ্ৰহ কৰি ভাৰতীয় কৃষ্টিৰ বিভিন্ন শাখা-প্ৰশাখাৰ সমন্বয় দৰ্শোৱাতে কালিদাসৰ সাহিত্যৰ বিশেষ পৰিচয়।

## দুই

হিন্দুদৰ্শনৰ মূল ভেটি আত্মাৰ অস্তিত্ব স্বীকাৰ। আত্ম-সাক্ষাৎকাৰ অৰ্থাৎ আত্মাৰ বিষয়ে প্ৰত্যক্ষমূলক তত্ত্বজ্ঞানতেই ইয়াৰ চৰম পৰিণতি। আত্মাৰ অস্তিত্ব স্বীকাৰ নকৰিলে আধ্যাত্মিক চিন্তাৰ কোনো প্ৰশ্নই উঠিব নোৱাৰে। আত্মা-বিষয়ক চিন্তাধাৰাৰ আলোচনাতে হিন্দুদৰ্শন শাস্ত্ৰৰ সৃষ্টি, আত্মাৰ স্বৰূপ নিৰ্ণয়, আত্ম-প্ৰাপ্তিৰ উপায় আদিৰ বিচাৰতে বিভিন্ন দাৰ্শনিক মতবাদৰ আৱিৰ্ভাৱ। আত্মোপলব্ধি বা আত্মাৰ স্বৰূপজ্ঞানৰ পথ নিৰ্দ্দেশ কৰাই দৰ্শন-শাস্ত্ৰৰ প্ৰথম অভিপ্ৰায়। এই আত্মোপলব্ধিয়েই হৈছে

পৰমপুৰুষাৰ্থ বা মোক্ষ। এই সম্বন্ধে কোনো দাৰ্শনিকৰে মতভেদ নাই। এই দুঃখময় সংসাৰৰপৰা পৰিত্ৰাণ পাবলৈ আত্মজ্ঞানৰ প্ৰয়োজন, সেই কাৰণে দাৰ্শনিকসকলে আত্মজ্ঞান লাভক সৰ্ব্বোচ্চ আসনত প্ৰতিষ্ঠা কৰিছে। শ্ৰুতিয়ে কৈছে—"আত্মা ৱা অৰে দ্ৰষ্টব্যঃ"—আত্মা দৰ্শন কৰা উচিত। আত্মাৰ দৰ্শন বা জ্ঞানলাভত সহায় কৰিব পৰা শাস্ত্ৰৰে নাম দৰ্শন শাস্ত্ৰ। গতিকে দৰ্শন-শাস্ত্ৰ বা জ্ঞান-শাস্ত্ৰ একেই বস্তু। জ্ঞানাৰ্থক দৃশ্ ধাতুৰপৰা নিষ্পন্ন হোৱা দৰ্শন শব্দটোৰপৰাও এই অৰ্থ প্ৰতিপন্ন হয়। এই দৰ্শন শাস্ত্ৰই নিৰ্দ্দেশ কৰা উপায়েৰে মানুহে দুঃখৰপৰা নিষ্কৃতি পায়, তত্ত্বজ্ঞানৰ আলোকেৰে উজ্জ্বল হয় আৰু অৱশেষত মুক্তি বা অপৱৰ্গ লাভ কৰে। সেই কাৰণে দৰ্শন-শাস্ত্ৰৰ অপূৰ্ব্ব গৌৰৱ আৰু অসাধাৰণ মৰ্য্যাদা। শ্ৰুতিয়ে কৈছে, "শ্ৰোতৱ্যো মন্তব্যো নিদিধ্যাসিতৱ্যঃ" অৰ্থাৎ শ্ৰৱণ, মনন আৰু নিদিধ্যাসন বা ধ্যান আত্মদৰ্শনৰ উপায়। পূৰ্ব্বাচাৰ্য্যসকলে কয়:

শ্ৰোতব্যঃ শ্ৰুতিৱাক্যেভ্যো মন্তব্যশ্চোপপত্তিভিঃ।
মত্বা চ সততং ধ্যেয়ং এতে দৰ্শন-হেতৱঃ॥

প্ৰথমে শ্ৰুতিবাক্যৰ শ্ৰৱণ, পিচত সেইবিষয়ে মনন অৰ্থাৎ শ্ৰুতবাক্যৰ বিচাৰ বা পৰ্য্যালোচনা আৰু শেষত শ্ৰুত বিষয়ত একাগ্ৰচিত্তে নিদিধ্যাসন অৰ্থাৎ যোগসাধন, এইদৰে আত্মাৰ স্বৰূপ প্ৰত্যক্ষ হয়; সেই কাৰণে পণ্ডিতসকলে দৰ্শনক মনন-শাস্ত্ৰ বুলিও কয়। এই উপায়সমূহেৰে আত্মাৰ সম্যক্ জ্ঞান লাভ হলে ঐহিক বা পাৰলৌকিক কোনো তত্ত্বই মানুহৰ অজ্ঞাত নাথাকে। এই সম্বন্ধে শ্ৰুতিয়ে কৈছে—"তস্মিন্ বিজ্ঞাতে সৰ্ব্বং বিজ্ঞাতং ভৱতি।" সেই সনাতন পুৰাণ পুৰুষৰ জ্ঞান জন্মিলে সকলোকে জনা যায়।

আত্মতত্ত্ব সাক্ষাৎকাৰ হলে দেহাদিৰপৰা আত্মবুদ্ধি নাশ হয়, সৰ্ব্বসাধাৰণতে দেহকে আত্মা বুলি ভবা হয়, কিন্তু প্ৰকৃতপক্ষে দেহ আত্মাৰ আশ্ৰয় মাথোন, দেহ আত্মাৰপৰা পৃথক্। দেহ আত্মা

নহয়, আত্মা দেহ, মন, ইন্দ্ৰিয় প্ৰভৃতিৰপৰা সম্পূৰ্ণ স্বতন্ত্ৰ। দৰ্শন-শাস্ত্ৰত তাক সুদৃঢ়ভাৱে প্ৰতিপাদন কৰা হৈছে।

মহাকবি কালিদাসে এই দাৰ্শনিক সত্য তেওঁৰ অমৰ কাব্য ৰঘুৱংশৰ অজবিলাপৰ প্ৰসঙ্গত বশিষ্ঠৰ শিষ্যৰ মুখেৰে প্ৰকাশ কৰিছে। মহাৰাজ অজ পত্নী-বিয়োগত অত্যন্ত কাতৰ। বশিষ্ঠৰ শিষ্যই শোক-সন্তপ্ত অজক সান্ত্বনা দিবলৈ কৈছে:

স্বশৰীৰশৰীৰিণাৱপি শ্ৰুতসংযোগৱিপৰ্যয়ৌ যদা।
ৱিৰহঃ কিমিৱানুতাপয়েৎবদ বাহ্যৈৰ্বিষয়ৈৰ্বিপশ্চিতম্॥[১]

মহাৰাজ, ভাবি চাওক নিজৰ এই শৰীৰ আৰু শৰীৰী অৰ্থাৎ দেহ আৰু আত্মা এই উভয়ৰে সংযোগ আৰু বিয়োগ অৰ্থাৎ আত্মাই সংযোগ হোৱা দেহৰপৰা তাৰ অন্তৰ্দ্ধান অৱশ্যম্ভাৱী আৰু চিৰন্তন সত্য; তেনেস্থলত পুত্ৰ, ভাৰ্য্যা প্ৰভৃতি পৃথক বিষয়ৰ বিচ্ছেদৰ কাৰণে কিয় বা তত্ত্বদৰ্শীসকল সন্তাপিত হব?

সংযোগ হলেই বিয়োগ অৱশ্যম্ভাৱী এয়ে কবিৰ অভিপ্ৰায়। জন্ম হলে মৃত্যু অপৰিহাৰ্য্য। ই চিৰন্তন নিয়ম। এই নিয়মৰ কোনো কালেই পৰিৱৰ্ত্তন নহয়। নিজ নিজ শৰীৰৰপৰা আত্মাৰ বিচ্ছেদ হব ধৰিছে, ইযাত কোনোৱেই কেতিয়াও বিচলিত নহয়, এনেস্থলত আনৰ এনে বিযোগ দেখি, তাৰ কাৰণে বিচলিত হোৱা জ্ঞানী মানুহৰ পক্ষে উচিত নহয়। আত্মা দেহৰপৰা ভিন, আৰু জন্ম-মৃত্যু যে কেৱল আত্মাৰ দেহেৰে সৈতে সংযোগ আৰু বিয়োগ হে মাথোন সেই কথাকেই কবিয়ে দৰ্শাইছে। প্ৰকাৰান্তৰে আত্মা যে নিত্য এই কথাও প্ৰতিপন্ন হৈছে। আত্মাৰ দেহেৰে সৈতে সংযোগৰ নামেই জন্ম আৰু বিয়োগ অৱস্থাৰ নামেই মৃত্যু। প্ৰকৃতপক্ষে আত্মাৰ জন্ম বা মৃত্যু নাই। শ্ৰীমদ্‌ভগৱদ্‌গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে "ন জায়তে ম্ৰিয়তে ৱা কদাচিৎ" অৰ্থাৎ এই আত্মাৰ জন্ম বা মৃত্যু একো নাই। শ্ৰুতিয়ে কৈছে:

১ ৰঘুৱংশ ৮।৮৯

অৱিনাশী ৰা অৰে অয়মাত্মা অনুচ্ছিত্তি-ধৰ্ম্মা।

দেহ আদিত আত্মবুদ্ধিয়েই হ'ল মিথ্যাজ্ঞান আৰু এই মিথ্যাজ্ঞান দূৰ নোহোৱালৈকে জীৱৰ সংসাৰত গমনাগমন অপৰিহাৰ্য্য। আত্মা দেহৰপৰা পৃথক বা ভিন্ন এই জ্ঞানেই তত্ত্বজ্ঞান। তত্ত্বজ্ঞান মিথ্যাজ্ঞানৰ নাশক। দেহাদিৰপৰা আত্মবুদ্ধি নাশ হলে দৈহিক সুখ বা দুঃখৰ কাৰণ, ৰাগ বা দ্বেষ নাইকিয়া হয়। কিন্তু এই দেহৰপৰা আত্মবুদ্ধি নাশ নোহোৱালৈকে মানুহে আত্মীয়স্বজনৰ বিয়োগ সহ্য কৰিব নোৱাৰে। আত্মা যে অবিনাশী আৰু নিত্য এই জ্ঞানৰ অভাৱেই শোকদুঃখৰ অন্যতম কাৰণ। এই সত্যৰ উপলব্ধি কৰি ৰঘুবংশত একে প্ৰসঙ্গতে কৈছে :

অৱগচ্ছন্তি মূঢ়চেতনঃ প্ৰিয়নাশং হৃদি শল্যমৰ্পিতম্।
স্থিৰধীস্তু তদেৱ মন্যতে কুশলদ্বাৰতয়া সমুদ্ধৃতম্॥[১]

অজ্ঞানীসকলে প্ৰিয়জনৰ বিয়োগক অন্তৰত শেল নিক্ষেপ কৰা বুলি ভাবে। কিন্তু স্থিৰবুদ্ধিৰ মানুহে প্ৰিয়জনৰ বিনাশকেই মঙ্গলৰ দুৱাৰ বা মোক্ষসাধনৰ উপায় যেন ভাবি অন্তৰত সোমোৱা শেলৰ-পৰা নিষ্কৃতি পোৱা বুলি জ্ঞান কৰে।

কবিৰ মতে পুত্ৰ ভাৰ্য্যা আদি বন্ধু-বান্ধৱৰ মাজত থকাই মায়া-মোহৰ কৰাল গ্ৰাসত পৰি থকা অৱস্থা। এইবিলাক যিমানেই আঁতৰ হয় সিমানেই মানুহৰ আধ্যাত্মিক-মাৰ্গত অগ্ৰসৰ হোৱাত সুবিধা। সংসাৰেই বন্ধনৰ কাৰণ। বিষয়ৰ প্ৰতি অনুৰাগেই আধ্যাত্মিক-মাৰ্গৰ প্ৰধান অন্তৰায়। এই বিষয়ৰ (অৰ্থাৎ যিহে আমাক এই সংসাৰত বান্ধি ৰাখে) আসক্তি পৰিত্যাগ কৰিব নোৱাৰিলে মুক্তি বা নিঃশ্ৰেয়স লাভ কৰা সুদূৰ-পৰাহত। কিয়নো এই বিষয়-বাসনাই আত্মাৰ স্বৰূপ উপলব্ধিৰ একমাত্ৰ প্ৰতিবন্ধক। বিষয়ৰ প্ৰতি অনুৰাগেই দুঃখৰ প্ৰধান কাৰণ। এই ৰাগ বা দ্বেষ

১ ৰঘুবংশ ৮।৮৮

থকালৈকে জীৱ কামনা-শূন্য হব নোৱাৰে। ৰাগ-দ্বেষ-বিবৰ্জ্জিত জীৱই মাথোন কামনাৰ অতৃপ্ত গ্ৰাসৰপৰা উদ্ধাৰ হব পাৰে। কামনাৰ শেষ হলে ধৰ্ম্ম বা অধৰ্ম্মৰ সঞ্চয় নহয়। ধৰ্ম্মাধৰ্ম্ম বা পাপ-পুণ্য সঞ্চয় নহলে [illegible]ৰ ফলভোগৰ কাৰণে জীৱৰ পুনৰ জন্ম নহয়। জন্ম নহলে দুঃ[illegible] ভোগ নাইকিয়া হয়। স্মৃতিয়ে কৈছে— "অনন্বাগতং পুণ্যেন[illegible] পাপেন তীৰ্ণো হি তদা সৰ্ব্বান্ শোকান্ হৃদয়স্য ভৱতি।"

এই দুঃখ-নিবৃত্তিযেই মুক্তি বা পৰম-পুৰুষাৰ্থ। যেতিয়ালৈকে জীৱৰ পাপ-পুণ্য অথবা ধৰ্ম্ম-অধৰ্ম্ম-ৰূপ ফলভোগৰ অৱসান নহয় তেতিয়ালৈকে জীৱই জন্ম-মৃত্যুৰ জালচক্ৰৰপৰা অব্যাহতি নাপায়। জীৱৰ শৰীৰ ধাৰণৰ নামেই জন্ম আৰু শৰীৰ ত্যাগৰ নামেই মৃত্যু। জন্ম-মৃত্যুৰ এই লীলাকেই লক্ষ্য কৰি কবিয়ে আকৌ পূৰ্ব্বোক্ত প্ৰসঙ্গতে কৈছে :

মৰণং প্ৰকৃতিঃ শৰীৰিণাং বিকৃতিৰ্জীৱিতমূচ্যতে বুধৈঃ।
ক্ষণমপ্যৱতিষ্ঠতে শ্বসন্‌যদি জন্তুৰ্ননু লাভৱানসৌ॥[১]

জ্ঞানীসকলে কয়, অনিত্য দেহধাৰী প্ৰাণীসকলৰ পক্ষে মৰণেই প্ৰকৃতি বা স্বাভাৱিক আৰু জীৱনেই বিকৃতি বা অস্বাভাৱিক অৱস্থা; গতিকে জীৱ যি অলপ সময়ৰ কাৰণে জীয়াই থাকে সেইখিনিয়েই তাৰ পৰম লাভ বুলি কব লাগিব।

কবিয়ে কব খুজিছে যে জীৱৰ মৰণেই প্ৰকৃতি বা স্বাভাৱিক অৱস্থা আৰু জীৱিত অৱস্থাই বিকাৰ বা বিকৃত অৱস্থা, কিয়নো প্ৰাণী মাত্ৰৰে জন্ম হলে আজি বা এশ বছৰ পিচতেই হওক তাৰ মৃত্যু অনিবাৰ্য্য। ই প্ৰাকৃতিক নিয়ম। যি অৱশ্যেই ঘটে তাকেই প্ৰাকৃতিক নিয়ম বোলে।

আত্মাই দেহ পৰিত্যাগ কৰিলে এই দেহ পঞ্চ মহাভূতৰ লগত লীন হয়। এই দেহ ক্ষিতি, অপ্, তেজ, মৰুৎ আৰু ব্যোম্ এই

১ ৰঘুবংশ ৮।৮৭

পঞ্চ মহাভূতেৰে নিৰ্ম্মিত। আত্মাই দেহ পৰিত্যাগ কৰিলে এই পাঞ্চভৌতিক দেহ পঞ্চ মহাভূতৰ লগত লয় হয় অৰ্থাৎ শৰীৰৰ পাৰ্থিৱ অংশ পৃথিৱীৰ লগত, জলীয় অংশ জলৰ লগত, তেজস্ অংশ তেজৰ লগত, বায়ৱীয় অংশ বায়ুৰ লগত আৰু আকাশীয় অংশ আকাশৰ লগত মিলি যায়। গতিকে মৃত্যু হলে দেহে স্বাভাৱিক অৱস্থাকে লাভ কৰে। এতেকে জীৱিত অৱস্থা পঞ্চ মহাভূতৰ যৌগিক অৱস্থা মাত্ৰ। এই সম্বন্ধে কোনো দাৰ্শনিকৰে মতভেদ নাই। আত্মাই ধাৰণ কৰা দেহৰ অৱস্থা বিকাৰী অৱস্থা। যি বিকাৰী সি পাৰমাৰ্থিক বা যথাৰ্থ বস্তু নহয়। যি যথাৰ্থ নহয় তাৰ নাশো অপৰিহাৰ্য্য। যি বস্তুৰ জন্ম আছে, তাৰ অৱশ্যেই নাশো আছে—"জন্যপদাৰ্থমাত্ৰং বিনাশি।" জন্মক যে মৃত্যুৱে অনুসৰণ কৰি আছে সেই সম্বন্ধে গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে "জাতস্য হি ধ্ৰুৱো মৃত্যুঃ" জন্ম হলে মৃত্যু নিশ্চিত। শৰীৰ-ধাৰণ আৰু কৰ্ম্মফল-ভোগ উভয়ে আত্মাৰ বা জীৱৰ বন্ধনৰ কাৰণ। বন্ধন অৱস্থাত মুক্তি অসম্ভৱ। বন্ধন আৰু মুক্তি দিন আৰু ৰাতিৰ দৰে পৰস্পৰ-বিৰুদ্ধ।

জীৱৰ জন্ম হোৱা মানে বুজিব লাগিব যে সেই জীৱৰ ফল-ভোগৰ অন্ত হোৱা নাই। ফল-ভোগৰ কাৰণেই জীৱই সংসাৰত পৰিভ্ৰমণ কৰে। জীৱই সংসাৰলৈ আহি পাপ বা অধৰ্ম্ম আচৰণ কৰিলে দুঃখ আৰু পুণ্য বা ধৰ্ম্ম আচৰণ কৰিলে সুখ ভোগ কৰে। এই সুখ-দুঃখৰ ভোগৰ কাৰণেই জীৱই সংসাৰত প্ৰৱেশ কৰে। সেই কাৰণে এই সংসাৰক ভোগক্ষেত্ৰ বোলা হয়। জীৱই শৰীৰক আশ্ৰয় কৰি সুখ-দুঃখ ভোগ কৰে, সেই কাৰণে শৰীৰৰ নাম ভোগায়তন; আৰু সুখ-দুঃখৰ ভোগত সহায় কৰা ইন্দ্ৰিয়সমূহক ভোগ-সাধন বোলা হয়।

এই সংসাৰ দুঃখময়। আধিভৌতিক, আধিদৈৱিক আৰু আধ্যাত্মিক এই তিনি প্ৰকাৰ দুঃখেৰে সংসাৰ পৰিপূৰ্ণ। দুঃখ ভোগ

নকৰা প্ৰাণী সংসাৰত নাই। দুঃখৰ তাপ সুখৰ ছায়াতকৈ অধিক। কবিয়ে শৃঙ্গাৰতিলকত প্ৰকাশ কৰিছে—"ন হি সুখং দুঃখৈৰ্ব্বিনা লভ্যতে।"[১] দুঃখ নকৰিলে জগতত সুখ নহয়। ইয়াত সুখ শব্দক একবচন আৰু দুঃখ শব্দক বহুবচনত প্ৰয়োগ কৰি বহু দুঃখৰ পিচতহে যে সামান্য সুখ হয় তাকো দৰ্শাইছে। অলপ সুখৰ কাৰণে মানুহে বহু দুঃখ কৰিব লগীয়া হয়। ইয়াক সহজেই অনুমান কৰিব পাৰি। দুঃখৰ আঘাত থকাৰ কাৰণে সুখৰ সম্ভ্ৰম। অন্ধকাৰ আছে বুলিয়েই পোহৰৰ গৌৰৱ। এই সুখ-দুঃখৰ ভোগ জীৱ মাত্ৰৰে সুনিশ্চিত। নিজৰ শুভ আৰু অশুভ কৰ্ম্মৰ ওপৰত সুখ আৰু দুঃখ ভোগৰ সীমা নিৰ্দ্ধাৰিত হয়। জাগতিক সুখ-দুঃখৰ এই চিত্ৰ কবিয়ে মেঘদূতৰ নায়ক বিৰহী যক্ষৰ মুখেৰে সুন্দৰভাৱে প্ৰকাশ কৰিছেঃ

কস্যাত্যন্তং সুখমুপনতং দুঃখমেকান্ততো ৱা।
নীচৈৰ্গচ্ছত্যুপৰি চ দশা চক্ৰনেমি-ক্ৰমেণ।[২]

কোনো প্ৰাণীৰেই চিৰকাল সুখ বা চিৰকাল দুঃখ নাথাকে; চক্ৰগতিৰ দৰে সকলোৰেই অৱস্থা এবাৰ তললৈ এবাৰ ওপৰলৈ যায়।

অৱস্থাবিশেষে যে জীৱই সংসাৰত সুখ-দুঃখ ভোগ কৰে কবিয়ে তাৰ যথাৰ্থ চিত্ৰ দাঙি ধৰিছে। এই সম্বন্ধে প্ৰাচীন উক্তিও প্ৰচলিত আছেঃ

চক্ৰৱৎ পৰিৱৰ্ত্তন্তে সুখানি চ দুঃখানি চ।

সংসাৰত পৰিভ্ৰমণ কৰা জীৱৰ সুখ আৰু দুঃখ ৰথৰ চকাৰ দৰে পৰিৱৰ্ত্তনশীল।

এই সুখ আৰু দুঃখ ভোগৰ নিয়ন্তা ধৰ্ম্ম আৰু অধৰ্ম্ম নাইবা পাপ-পুণ্য। দাৰ্শনিকৰ সুখ-দুঃখৰ দৃষ্টি-ভঙ্গীৰ পৰা কবিৰ সুখ-দুঃখৰ

---

১ শৃঙ্গাৰতিলক ৩।১০

২ মেঘদুত—উত্তৰ মেঘ ৪৯

দৃষ্টি-ভঙ্গী পৃথক নহয়। ভাৰতীয় দাৰ্শনিকসকলৰ অবিৰোধমতকেই কবিয়ে সম্পূৰ্ণভাৱে অনুসৰণ কৰিছে। বিৰহী যক্ষৰ মুখেৰে নিজৰ কৰ্ম্মফল অনুসাৰে ভোগ কৰা সুখ-দুঃখৰ এই চিত্ৰটো কবিৰ দাৰ্শনিক দৃষ্টি-ভঙ্গীৰেই প্ৰকাশ মাথোন।

কৰ্ম্মবন্ধ অনুসাৰেই জীৱৰ সুখ-দুঃখ ওপজে। জগতত কেৱল সুখ নাইবা কেৱল দুঃখ নাই। সাংসাৰিক জীৱৰ পক্ষে কেৱল সুকৰ্ম্ম বা কেৱল দুষ্কৰ্ম্ম কৰা সম্ভৱ নহয়। জীৱমাত্ৰেই সুকৰ্ম্ম আৰু দুষ্কৰ্ম্মৰ অধীন। সুকৰ্ম্মৰপৰা জন্মা পুণ্যৰ ফলত জীৱই যিদৰে স্বৰ্গ-সুখ অনুভৱ কৰে, দুষ্কৰ্ম্মৰপৰা জন্মা পাপৰ ফলত তেনেকৈ নৰক যন্ত্ৰণাও ভোগ কৰা স্বাভাৱিক। সঞ্চিত পুণ্য ক্ষয় হলে জীৱই যিদৰে স্বৰ্গৰপৰা বিচ্যুত হয়, সঞ্চিত পাপৰ ক্ষয় হলে সেইদৰে নৰক যন্ত্ৰণাৰপৰা অব্যাহতি লাভ কৰে। গীতাত ভগৱান শ্ৰীকৃষ্ণই কৈছে—"ক্ষীণেপুণ্যে মৰ্ত্তলোকং প্ৰৱিশন্তি"—অৰ্থাৎ সঞ্চিত পুণ্য ক্ষয় হলে জীৱই পুনৰ সংসাৰত প্ৰৱেশ কৰে। ধৰ্ম্ম আৰু অধৰ্ম্ম অনুসাৰেই জীৱই সুখ আৰু দুঃখ ভোগ কৰে। সেই কাৰণে দৰ্শন শাস্ত্ৰই সুখ-দুঃখৰ চক্ৰৰপৰা পৰিত্ৰাণ পাবলৈ মুক্তিৰ পথ নিৰ্দ্দেশ কৰিছে। শ্ৰৱণ, মনন, নিদিধ্যাসন বা ধ্যান প্ৰভৃতিয়ে আত্মদৰ্শনৰ বা মুক্তিৰ প্ৰধান উপায়। এই উপায়সমূহৰ বিষয়ে দৰ্শন-শাস্ত্ৰত আলোচনা আছে।

আত্মসাক্ষাৎকাৰ নহলে মুক্তি নহয়। আত্মসাক্ষাৎ বা আত্ম-দৰ্শন কৰিবলৈ শ্ৰুতি বা বেদত উল্লেখ কৰা আত্মবিষয়ৰ শ্ৰৱণ প্ৰথম প্ৰয়োজন। সাধাৰণতে শ্ৰুতি বা বেদবাক্যৰ প্ৰকৃত আশয় অনায়াসে উপলব্ধি কৰা সহজ নহয়; সেই কাৰণে দৰ্শন-শাস্ত্ৰত আচাৰ্য্য বা গুৰুৰ নিৰ্দ্দেশ কৰা হৈছে; গতিকে আচাৰ্য্যৰ সহায়ত সেই আত্ম-বিষয়ৰ শ্ৰৱণেই প্ৰথম কৰ্ত্তব্য। আচাৰ্য্য যেনে বিজ্ঞ হোৱাৰ দৰ্কাৰ সেইদৰে শ্ৰোতাৰো সেই বিষয়ৰ জ্ঞান গ্ৰহণৰ সামৰ্থ্য থকাৰ আৱশ্যক। অধিকাৰী শিষ্যই জ্ঞান-গ্ৰহণৰ যোগ্য পাত্ৰ।

উৰ্ব্বৰা ভূমিত নিক্ষেপ কৰা শস্যৰ বীজেই সুন্দৰভাৱে অঙ্কুৰিত হয়। অনুৰ্ব্বৰা ভূমিত সুন্দৰ বীজ সিঁচিলেও সি আপোনা-আপুনি নষ্ট হয়।

মহাৰাজ অজই অকালতে প্ৰিয় পত্নীক হেৰুৱাই অস্থিৰ হৈ পৰিল। কুলগুৰু বশিষ্ঠই এই সংবাদ পালে, কিন্তু তেওঁ নিজে শোক-সন্তপ্ত অজক সান্ত্বনা দিবলৈ ৰাজধানীলৈ নগ'ল; কিয়নো অজৰ অন্তৰ শোকেৰে পৰিপূৰ্ণ। শোকাচ্ছন্ন অন্তৰেৰে যথাৰ্থ জ্ঞান লাভ কৰা কঠিন। শ্ৰুতিয়ে কৈছে—"নাশান্তমনসো ৱাপি প্ৰজ্ঞানে-নৈনমাপ্নুযাৎ"। বিক্ষিপ্ত বা অস্থিৰ চিত্তত আত্মজ্ঞানৰ আলোক-পাত নহয। মলিন দৰ্পণত মুখৰ প্ৰতিবিম্ব স্পষ্ট হৈ নুঠে। মহৰ্ষিয়ে ৰজাক বৰ্ত্তমানে আত্মা-অনাত্মা, জন্ম-মৃত্যু আদিৰ যথাৰ্থ জ্ঞান গ্ৰহণৰ অধিকাৰী বুলি নাভাবি নিজে নগৈ শিষ্যক তেওঁৰ ওচৰলৈ পঠিয়ালে।

এইদৰে কবিয়ে এফালে যিদৰে ভাৰতীয় কৃষ্টিৰ সত্য ৰক্ষা কৰিলে আনপিনে সেইদৰে মহৰ্ষি বশিষ্ঠৰ সম্মানো অক্ষুণ্ণ ৰাখিলে, আকৌ মহাৰাজ অজৰ সম্মানো অটুট থাকিল।

দ্বিতীয়তে, আত্ম-সাক্ষাৎ কৰিবলৈ হলে আত্ম-বিষয়ৰ বিচাৰৰ প্ৰযোজন। এই বিচাৰ মননাত্মক হোৱাৰ প্ৰয়োজন। মননাত্মক বিচাৰৰ কাৰণে চিত্তৰ শুদ্ধি আৰু একাগ্ৰতাৰ আৱশ্যক। চিত্তৰ একাগ্ৰতা সাধিবলৈ আত্মসংযমৰ বিশেষ প্ৰয়োজন। আত্মসংযমীৰ চিত্তৰ একাগ্ৰতা ভঙ্গ কৰিব পৰা শক্তি নাই। কবিয়ে কৈছেঃ

আত্মেশ্বৰাণাং ন হি জাতু ৱিঘ্নাঃ সমধিভেদপ্ৰৱৰো ভৱন্তি।[১]

যোগসাধন কৰিবলৈ যোগানুষ্ঠানৰ প্ৰয়োজন। এই সম্বন্ধে হিন্দুদৰ্শন আৰু কালিদাস শীৰ্ষক প্ৰবন্ধত আলোচনা কৰা হৈছে। সমাহিত চিত্তৰ বলেৰে জীৱই দুঃখৰ আশ্ৰয়ৰূপ শৰীৰৰ লগত সম্বন্ধ ত্যাগ কৰিব পাৰে। দেহেৰে সৈতে আত্মাৰ পুনৰ সংযোগৰ অভাৱেই

১ কুমাৰসম্ভৱ ৩।৪০

হ'ল মুক্তি বা নিঃশ্ৰেয়স্। এই নিঃশ্ৰেয়সেই জীৱৰ পৰম শান্তি-নিকেতন। এই ভাৱে জীৱই পৰম শান্তি লাভ কৰি সেই শান্তিধামৰ-পৰা পুনৰ ত্ৰিতাপপূৰ্ণ সংসাৰলৈ উভতি নাহে। শ্ৰুতিয়ে কৈছে ঃ

ন স পুনৰাবৰ্ত্ততে ন স পুনৰাবৰ্ত্ততে।
ইমং মানৱম্ আৱৰ্ত্তং নাৱৰ্ত্ততে নাৱৰ্ত্ততে।

## তিনি

কালিদাসৰ দেহাত্ম বিচাৰ, জন্ম-মৃত্যুৰ ৰহস্য আৰু সুখ-দুঃখৰ লীলা সম্পৰ্কে দাৰ্শনিক দৃষ্টি-ভঙ্গীৰপৰা অলপ আলোচনা কৰা হ'ল। সম্প্ৰতি প্ৰাক্তন-সংস্কাৰ সম্বন্ধে কবিৰ মত আলোচনা কৰা যাওক। হিন্দু সংস্কৃতিত প্ৰাক্তন-সংস্কাৰ আৰু জন্মান্তৰবাদ চিৰ-প্ৰসিদ্ধ।

প্ৰাক্তন-সংস্কাৰ কি ?

প্ৰাগুক্ত কালিদাসে আত্মা যে দেহৰ অতিৰিক্ত পদাৰ্থ তাক স্পষ্ট-ভাৱে প্ৰকাশ কৰিছে। দেহেৰে সৈতে আত্মাৰ সংযোগ আৰু বিয়োগেই জন্ম আৰু মৃত্যুৰ স্বৰূপ বুলিও নিৰ্দ্দেশ কৰিছে। এই কথা আগেয়ে উল্লেখ কৰা হৈছে। আত্মা নিত্য। যি নিত্য তাৰ বিনাশ নাই। দেহ অনিত্য গতিকে বিনাশী। আত্মা দেহৰ অতিৰিক্ত পদাৰ্থ। দেহেৰে সৈতে আত্মাৰ সংযোগৰ কাৰণ অভুক্ত বা ভোগ কৰিবলৈ বাকী থকা কৰ্ম্মৰ ভোগ। পূৰ্ব্বজন্মৰ কৰ্ম্মই দেহ আৰু আত্মাৰ সংযোগৰ কাৰণ। এই মত সৰ্ব্ববাদিসম্মত। প্ৰাণীমাত্ৰৰে জন্মৰ পিছৰপৰাই ভোগ আৰম্ভ হয়। সুখ-দুঃখৰ অনুভূতিয়েই ভোগ নামে পৰিচিত। এই ভোগ বিনা কাৰণে উপস্থিত নহয়। কাৰ্য্যমাত্ৰেই কাৰণৰ অধীন। শ্ৰুতিয়ে কৈছে— "পুণ্যো বৈ পুণ্যেন কৰ্ম্মণা ভৱতি পাপঃ পাপেন", অৰ্থাৎ পুণ্য কৰ্ম্মৰপৰা সুখভোগ আৰু পাপ-কৰ্ম্মৰপৰা দুঃখভোগ হয়। সৎকৰ্ম্ম

কৰিলে মানুহ সুখী আৰু অসৎ কৰ্ম্ম কৰিলে দুখী হয়। জগতত ইয়াৰ বহু দৃষ্টান্ত আছে, গতিকে সুখ-দুঃখ নিজৰ কৰ্ম্ম অনুসাৰে লাভ হয। এই সুখ-দুঃখ ভোগৰ কাৰণে পৰলোকগামী আত্মাই ভিন্ন ভিন্ন দেহ ধাৰণ কৰে। ভিন্ন ভিন্ন দেহৰ মাজেৰে ভিন্ন ভিন্ন কৰ্ম্মফল ভোগ হয। মহাকবিয়ে এই সম্বন্ধে কৈছে—"পৰলোকজুষাং স্বকৰ্ম্ম-ভিৰ্গতযো ভিন্নপথা হি দেহিনাম্।"[১]

পৰলোকত স্বকৰ্ম্মানুৰূপ অৰ্থাৎ নিজৰ কৰ্ম্ম অনুযায়ী ফলভোগ কৰিব লগা হয়, সেই কাৰণে আত্মাই ভিন্ন ভিন্ন দেহ লাভ কৰে। প্ৰিযা-বিৰহত দগ্ধ মহাৰাজ অজক বশিষ্ঠৰ শিষ্যই এই তত্ত্ব দৰ্শাইছে। শোক-সন্তপ্ত অজই এই মুহূৰ্ত্তত প্ৰাণ ত্যাগ কৰিলেও প্ৰিয়তমাক লাভ কৰিব নোৱাৰে, কাৰণ প্ৰিযতমাৰ নিজ কৰ্ম্ম অনুসাৰে ভিন দেহ প্ৰাপ্তি হৈছে; অজই নিজৰ কৰ্ম্ম অনুসাৰে অন্য শৰীৰ পৰি-গ্ৰহণ কৰিব লাগিব, এনে ক্ষেত্ৰত পুনৰ উভয়ৰ মিলন সম্ভৱ নহয। গতিকে বিগত আত্মাৰ কাৰণে শোক কৰি একো লাভ নাই। এইটোও স্পষ্ট যে নিজ কৰ্ম্ম অনুসাৰে আত্মাই বিভিন্ন দেহ ধাৰণ কৰে আৰু পূৰ্ব্বৰ কৰ্ম্ম অনুসাৰেই ভিন্ ভিন্ ফল ভোগ কৰে।

নৱজাত শিশুৰো এই সুখ-দুঃখৰ অনুভৱ দেখা যায়; এই সুখ-দুঃখৰ অনুভৱ যে পূৰ্ব্বজন্মৰ সংস্কাৰ বা কৰ্ম্মৰপৰাই হৈছে তাৰ অনুমান স্বাভাৱিক, কিয়নো নৱজাত শিশুৰ পক্ষে সেই সময়ত কোনো শুভ বা অশুভ কৰ্ম্ম কৰা সম্ভৱ নহয়, গতিকে শিশুৱে জন্মান্তৰীয় কৰ্ম্মানুসাৰেই সুখ-দুঃখ ভোগ কৰে, এইটো অৱশ্যে স্বীকাৰ্য্য। আত্মা যে নিত্য ইয়াৰপৰাই বুজা যায়। মানুহমাত্ৰেই নিজে অভিলাষ কৰা বস্তু পালে মনত আনন্দ পায় আৰু নাপালে বেজাৰ কৰে। মানুহমাত্ৰৰে এই অনুভৱ থকা স্বাভাৱিক। নৱজাত শিশুৱেও যেতিয়া অভিলাষ কৰা বস্তু পায় তেতিয়া তাৰ মনত হৰ্ষ লাগে আৰু সেই হৰ্ষ-ভাৱ তাৰ মুখৰ হাঁহিৰে ফুটি উঠে আৰু

১ ৰঘুবংশ ৮।৮৫

অভিলাষ কৰা বস্তুটো যেতিয়া নাপায় তেতিয়া তাৰ মনত দুঃখ উপস্থিত হয় আৰু সেই দুঃখ তাৰ কান্দোনেৰে প্ৰকাশ পায়। কিন্তু জন্মৰ এনে বয়সতে এনেকুৱা বোধ হোৱা সম্ভৱ নহয়, গতিকে নৱ-জাত শিশুৰ এইটো জন্মান্তৰীয় সংস্কাৰ। ইয়াৰপৰাও আত্মা নিত্য বুলি প্ৰমাণিত হয়। পূৰ্ব্বজন্মৰ সংস্কাৰৰ কাৰণে শিশুৱে এইভাৱে হৰ্ষ বা শোক অনুভৱ কৰে, এই সংস্কাৰ আছে বুলিয়েই অভিলষিত বস্তুৰ প্ৰতি আগ্ৰহান্বিত হয আৰু অনভিলষিত বস্তুৰ প্ৰতি বিদ্বেষৰ ভাব পোষণ কৰে। শিশুৱে কোলাৰপৰা পৰাৰ ভয়ত মাকৰ কাপোৰত খামোচ মাৰি ধৰি ৰক্ষা পাবলৈ বিচাৰে। মাটিত পৰিলে দুঃখ পাব—এই অনুভৱ নাথাকিলে শিশুৰ এনে চেষ্টা অমূলক। পতনৰ দুঃখ মানুহমাত্ৰৰে আছে। এই দুঃখবোধ আছে বুলিযেই পতনৰপৰা ৰক্ষা পৰিবলৈ সকলোৱে যথাসাধ্য চেষ্টা কৰে। নৱজাত শিশুৰ এই চেষ্টাৰপৰাও আত্মা যে নিত্য তাক বুজা যায়। পূৰ্ব্বজন্মৰ পতনৰ দুঃখ আত্মাত সংস্কাৰৰূপে আছে বুলিয়েই শিশুৱে এই জন্মতো মাতৃৰ কোলাৰপৰা পৰি কষ্ট অনুভৱৰপৰা নিষ্কৃতি বিচাৰে।

প্ৰাক্তন-সংস্কাৰ নাথাকিলে এই নৱজাত শিশুৰ মাতৃৰ স্তনৰপৰা আহাৰ সংগ্ৰহৰ চেষ্টাও হব নোৱাৰে, কিয়নো মানুহমাত্ৰেই উপকাৰী বস্তুৰ প্ৰতি প্ৰবৃত্ত হয়। নৱজাত শিশুৰ মাতৃৰ স্তন্যপান তাৰ পক্ষে হিতসাধক বা উপকাৰী—এই অনুভূতি নাথাকিলে শিশুৰ এই প্ৰবৃত্তি অকাৰণ হৈ পৰে। প্ৰাক্তন-সংস্কাৰ নাথাকিলে জীৱমাত্ৰৰে আহাৰ গ্ৰহণত অনুৰাগ জন্মা অসম্ভৱ, সেইদৰে বিদ্যা-বিশেষৰ অনুৰাগো প্ৰাক্তন সংস্কাৰৰ ফল বুলি কব পাৰি। পূৰ্ব্ব-জন্মৰ কৰ্ম্মৰ তাৰতম্য অনুসাৰে সুখ-দুঃখৰ যিদৰে এই জন্মত তাৰতম্য হয় সেইদৰে জ্ঞানৰো তাৰতম্য হোৱা স্বাভাৱিক; সেই কাৰণে বহু ক্ষেত্ৰত সমান সুযোগ সুবিধা পালেও সকলো মানুহ একে বিষয়তে সমানভাৱে পাৰ্গত হব নোৱাৰে। একো একো জনে একো একোটা

বিষয় অতি সোনকালে আয়ত্ত কৰিব পাৰে, অথচ আন এজনৰ সেইখিনি আয়ত্ত কৰিবলৈ যথেষ্ট সময় লাগে। বিভিন্ন ৰুচি অনুসাৰে মানুহ বিভিন্ন ক্ষেত্রত পাৰ্গত হয়। এই ভিন্ন ৰুচিৰ মূলত প্ৰাক্তন-সংস্কাৰৰ বাহিৰে আন একো নাই। প্ৰাক্তন-সংস্কাৰৰ বলত সামান্য উপদেশ পোৱামাত্রে কোনোজন কোনো বিষয়ত বিশেষ পাৰ্গত হৈ উঠে। প্ৰাক্তন-সংস্কাৰ উদ্‌বুদ্ধ হলে বিশেষ উপদেশ নোহোৱাকৈয়ে বিদ্যাৰ অধিকাৰী হব পাৰে। মহাকবি কালিদাসে কুমাৰসম্ভৱত পাৰ্ব্বতীৰ বিদ্যা বৰ্ণনা প্ৰসঙ্গত ভাৰতীয় সংস্কৃতিৰ এই সত্য ঘোষণা কৰিছে :

তাং হংসমালাঃ শৰদীৱ গঙ্গাং মহৌষধিং নক্তমিৱাত্মভাসঃ।
স্থিৰোপদেশামুপদেশকালে প্ৰপেদিৰে প্ৰাক্তনজন্মবিদ্যাঃ ॥[১]

যিদৰে শৰৎকাল উপস্থিত হলে হংসশ্ৰেণী গঙ্গা নদীলৈ আহে আৰু ৰাত্ৰিকাল উপস্থিত হলে নিজ নিজ প্ৰভাসমূহ বনত থকা মহৌষধিবোৰত উপস্থিত হয়, সেইদৰে পাৰ্ব্বতীৰ বিদ্যাশিক্ষাৰ কাল উপস্থিত হ'লত তেওঁৰ প্ৰাক্তন-জন্মৰ সমস্ত বিদ্যাই তেওঁৰ উপস্থিত হ'ল। অৰ্থাৎ পাৰ্ব্বতীয়ে প্ৰাক্তন-সংস্কাৰৰ বলতেই কৃতবিদ্য হৈ উঠিল ; কোনো আচাৰ্য্যৰ উপদেশলৈ অপেক্ষা কৰিব লগা নহ'ল।

প্ৰাক্তন-সংস্কাৰক তাৰ ফলৰ দ্বাৰা অনুমান কৰিব পাৰি। এই সিদ্ধান্ত ভাৰতবৰ্ষত অতি প্ৰাচীন কালৰেপৰাই সুপ্ৰসিদ্ধ। কালিদাসে ৰঘুবংশৰ প্ৰথম-সৰ্গত দিলীপৰ ৰাজোচিত গুণ বৰ্ণনা প্ৰসঙ্গত এই সুপ্ৰসিদ্ধ সিদ্ধান্ত দাঙি ধৰিছে :

তস্য সংবৃতমন্ত্ৰস্য গূঢ়াকাৰেঙ্গিতস্য চ।
ফলানুমেযাঃ প্ৰাৰম্ভাঃ সংস্কাৰাঃ প্ৰাক্তনা ইৱ ॥[২]

তেওঁৰ মন্ত্ৰণা অতি গোপন ; তেওঁৰ বাহিৰৰ ৰূপ দেখি অন্তৰৰ ভাৱ সহজে বুজিব নোৱাৰি। পূৰ্ব্বজন্মৰ সংস্কাৰৰ দৰে তেওঁৰ

১ কুমাৰসম্ভৱ ১।৩০
২ ৰঘুবংশ ১।২০

কাৰ্য্যাৱলী, ফলৰ দ্বাৰায়হে অনুমান কৰিব পৰা গৈছিল। সংস্কাৰৰ দৰে কেৱল ফলৰ দ্বাৰাযহে তেওঁৰ বিচাৰ-বিবেচনাৰ স্বৰূপ অনুমান কৰিব পৰা গৈছিল। কবিয়ে এই শ্লোকৰ মাজেৰে প্ৰাক্তন সংস্কাৰৰ বিশেষ পৰিচয় দাঙি ধৰিছে।

## চাৰি

প্ৰাক্তন-সংস্কাৰবাদ স্বীকাৰ কৰিলে জন্মান্তৰবাদ অনায়াসেই প্ৰতিপাদিত হয। গতিকে জন্মান্তৰবাদ বিশেষভাৱে প্ৰতিপাদন কৰাৰ প্ৰযোজন নাই। এই উভযবাদেই আত্মাৰ নিত্যত্বৰ ওপৰত প্ৰতিষ্ঠিত। প্ৰাক্তন-সংস্কাৰ স্বীকাৰ কৰিলেই স্বাভাৱিকতে মনত নানা প্ৰশ্নৰ উদয় হয়। সেয়ে হৈছে, প্ৰাক্তন সংস্কাৰৰ হেতু পূৰ্ব্ব জন্মত আমি কি আছিলো, কত জন্মিছিলো, কি কৰিছিলো ইত্যাদি কথাবোৰ আমি স্মৰণ কৰিব নোৱাৰোঁ কিয়? এই প্ৰশ্নৰ উত্তৰত কব পাৰি যে এই জন্মতো মানুহে ল'ৰাকালৰপৰা বুঢ়া অৱস্থালৈকে বহু সংস্কাৰ লাভ কৰে। কিন্তু বাল্যকালৰ সংস্কাৰ বৃদ্ধ অৱস্থালৈ সমানভাৱে স্মৰণ থাকে কেইজনৰ? সাধাৰণতে প্ৰধান প্ৰধান সংস্কাৰসমূহৰ স্মৰণ হয়। এই কথাত প্ৰতিবাদ কৰিব লগীয়া একো নাই। যদি বাস্তৱিকপক্ষে এই জন্মৰ সমগ্ৰ কথাকে মানুহে স্মৰণ ৰাখিব নোৱাৰে তেন্তে জন্মান্তৰৰ সংস্কাৰসমূহ এই জন্মত স্মৰণ কৰিব নোৱৰাটো অতি স্বাভাৱিক। আৰু এটা কথা, বাল্য অৱস্থাৰপৰা ওপজা সংস্কাৰ বৃদ্ধ অৱস্থালৈ স্পষ্টভাৱে স্মৰণ নাথাকিলেও সময়-বিশেষে কোনো উদ্‌বোধকৰ সহায়ত কোনো কোনো সংস্কাৰৰ স্মৰণ হয়। এই কথা অনুমানৰ দ্বাৰা প্ৰতিপাদিত। গতিকে এই জন্মতো জন্মান্তৰীয় যিবোৰ বিষয়ৰ প্ৰাক্তন-সংস্কাৰৰ উদ্‌বোধ হয়, মাত্ৰ সেইবোৰ বিষয়ৰেই স্মৰণ হয়। আত্মাই শৰীৰ

পৰিত্যাগ কৰাৰ সময়ত যি কঠোৰ যন্ত্ৰণা ভোগ কৰে সেই যন্ত্ৰণাৰ নিষ্পেষণত তাৰ বহু সংস্কাৰ নষ্ট হৈ যায়; মাথোন যিবোৰ বিষয়ৰ দৃঢ় সংস্কাৰ আছিল সেইবোৰ আত্মাত লীন হৈ থাকে। জন্মান্তৰত এই লীন সংস্কাৰক জগাই তুলিবলৈ উদ্‌বোধক বা জাগৰণ সামগ্ৰীৰ প্ৰয়োজন। এই জন্মতো বহুবিষয়ৰ সংস্কাৰ থাকিলেও মানুহে উপযুক্ত উদ্‌বোধকৰ অভাৱত তাক স্মৰণ কৰিব নোৱাৰে, অথচ সমুচিত উদ্‌বোধকৰ সহায়ত পূৰ্ব্বে অনুভৱ কৰা বিষয়ৰ স্মৰণ কৰিব পাৰে। গতিকে প্ৰাক্তন-সংস্কাৰ যে কোনো এটি বিশেষ সময়ত কোনো বিশেষ উদ্‌বোধকৰ সহায়ত জাগৰিত হয় সেই কথা অৱশ্য-স্বীকাৰ্য্য। এই সত্যৰ সন্ধান কালিদাসে তেওঁৰ অমৰ নাটক 'অভিজ্ঞানশকুন্তলম'ত বিৰহবিধুৰ ৰজা দুষ্যন্তৰ মুখেৰে ব্যক্ত কৰিছে:

ৰম্যাণি বীক্ষ্য মধুৰাংশ্চ নিশম্য শব্দান্
পৰ্য্যুৎসুকো ভৱতি যৎসুখিতোঽপি জন্তুঃ।
তচ্চেতসা স্মৰতি নূনমবোধপূৰ্ব্বং
ভাৱস্থিৰাণি জননান্তৰসৌহৃদানি ॥[১]

মানুহ সকলো প্ৰকাৰে সুখী হৈও যে মনোমোহা দৃশ্য দেখি অথবা শ্ৰুতিসুখকৰ সুমধুৰ শব্দ শুনি ব্যাকুল হয়, নিশ্চয় সি তাৰ অন্তৰত লীন হৈ থকা জন্মান্তৰীয় সম্বন্ধৰ কথা অজ্ঞাতসাৰে স্মৰণ কৰে। জন্মান্তৰীয় সম্বন্ধৰ স্মাৰক মনোমোহা দৃশ্য বা মধুৰ শব্দ।

কালিদাসৰ এই উদাহৰণ উপলক্ষ্যক মাত্ৰ, পৰিসমাপ্তক নহয়। মানুহে যে জন্মান্তৰীয় সংস্কাৰ লাভ কৰিব পাৰে সেই কথা প্ৰাচীন আচাৰ্য্যসকলেও স্বীকাৰ কৰে। এই বিষয়ে ভগৱান মনুৱে অভিমত প্ৰকাশ কৰিছে:

ৱেদাভ্যাসেন সততং শৌচেন তপসৈৱ চ।
অদ্ৰোহেণ চ ভূতানাং জাতিং স্মৰতি পৌৰ্ব্বিকীম্ ॥

১ শকুন্তলা ৫।২

অৰ্থাৎ সৰ্ব্বদা বেদ অধ্যয়ন, পৱিত্ৰতা আৰু তপস্যাৰ আচৰণ আৰু সকলো প্ৰাণীৰ প্ৰতি অহিংসাৰ ভাৱ পোষণ কৰিলে মানুহে পূৰ্ব্ব-জন্মৰ কথা স্মৰণ কৰিব পাৰে।

পূৰ্ব্বজন্মৰ কথা কব পৰা সকলক জাতিস্মৰ বোলে। পুৰাণত জড়ভৰত আদি বহু জাতিস্মৰৰ উপাখ্যান আছে। ভগৱান পতঞ্জলিৰ যোগ দৰ্শনত এই জাতিস্মৰৰ কথা স্পষ্টভাৱে উল্লেখ আছে। ভগৱান বুদ্ধদেৱে সমাধি লাভ কৰি তেওঁৰ বহু পূৰ্ব্বজন্মৰ কথা স্মৰণ কৰিছিল। সেই কথা বৌদ্ধ-জাতক গ্ৰন্থত বৰ্ণোৱা হৈছে। দীৰ্ঘকাল সাধনাৰ পিচত যে পূৰ্ব্বজন্মৰ সংস্কাৰ লাভ কৰিব পাৰি এই বিষয়ে সন্দেহ নাই।

কালিদাসে তেওঁৰ মহাকাব্য ৰঘুবংশত ইন্দুমতীৰ স্বয়ম্বৰ বৰ্ণনা প্ৰসঙ্গত জন্মান্তৰবাদৰ বিশেষভাৱে উল্লেখ কৰিছে। ইন্দুমতীৰ স্বয়ম্বৰত ৰাজ্যৰ অগণন যুৱৰাজ উপস্থিত হৈছিল; এই সকলো যুৱৰাজক অতিক্ৰম কৰি ইন্দুমতীয়ে যেতিয়া শ্ৰীমান্ অজক দেখা পালে তেতিয়া তেওঁৰ যেন জন্মান্তৰত অজৰে সৈতে থকা সম্বন্ধৰ সুপ্তসংস্কাৰ উদ্‌বোধিত হৈ উঠিল। ইন্দুমতীয়ে অজক স্বামীৰূপে বৰণ কৰিলে। মহাকবি কালিদাসে ইন্দুমতীৰ এই কাৰ্য্য সমৰ্থন কৰিলে:

মনো হি জন্মান্তৰ-সঙ্গতিজ্ঞম্।[১]

অৰ্থাৎ মনেই জন্মান্তৰৰ সম্বন্ধ বুজি পায়।

কবিয়ে পুনৰ ৰামৰাজ্যৰ চিৰসুখী প্ৰজাবৰ্গৰ মনৰ কামনা পূৰ্ণ কৰিবলৈ অগ্নি-পৰিশুদ্ধা হৈও স্বামীৰ দ্বাৰা পৰিত্যক্তা জননী সীতাদেৱীৰ মুখেৰে এই সত্য সমৰ্থন কৰিছে:

মমৈৱ জন্মান্তৰ-পাতকানাম্।[২]

নিজৰ ভাগ্য-বিপৰ্য্যয়ৰ কাৰণে অযোধ্যাৰ কাকো অপৰাধী নকৰি

১ ৰঘুবংশ ৭।১৫

২ ৰঘুবংশ ১৪।৬২

সতী, সাধ্বী, পতিব্ৰতা সীতাদেৱীয়ে নিজৰেই জন্মান্তৰীয় পাপৰ প্ৰায়শ্চিত্তৰূপে বনবাস স্বীকাৰ কৰি ললে। মহাকবি কালিদাসে সীতাদেৱীৰ বৰ্ত্তমান জন্মৰ কোনো অধৰ্ম্ম বা দুষ্কৃতিৰ প্ৰভাব স্বীকাৰ কৰা নাই, কিন্তু তেওঁৰ ভাগ্যবিপৰ্য্যয়ৰ কাৰণে জন্মান্তৰীয় কৰ্ম্মকেই সম্পূৰ্ণ দায়ী কৰিছে। স্বামী-পৰিত্যক্তা ৰমণীৰ আবেগ-পূৰ্ণ বাণী কবিয়ে পুনৰ সীতাৰ মুখেৰে প্ৰকাশ কৰাইছে :

ভূযো যথা মে জননান্তৰেঽপি ত্বমেব ভৰ্ত্তা ন চ বিপ্ৰযোগঃ।[১]

সীতাই প্ৰকাশ কৰিলে যে, তেওঁ এনেভাৱে তপস্যা কৰিব যেন জন্মান্তৰত শ্ৰীৰামচন্দ্ৰকেই পতিৰূপে পায় আৰু যেন তেওঁলোকৰ বিৰহ নহয়।

কুমাৰসম্ভৱ মহাকাব্যত কবিয়ে পাৰ্ব্বতীৰ পূৰ্ব্বজন্মৰ বিষয়ে উল্লেখ কৰি জন্মান্তৰবাদকেই প্ৰতিপন্ন কৰিছে :

অথাৱমানেন পিতুঃ প্ৰযুক্তা দক্ষস্য কন্যা ভৱপূৰ্ব্বপত্নী।
সতী সতী যোগবিসৃষ্টদেহা তাং জন্মনে শৈলবধূং প্ৰপেদে॥[২]

দক্ষকন্যা সতী প্ৰথমতে মহাদেৱৰ পৰম পতিভক্তা পত্নী আছিল, সেই সময়ত তেওঁ (সতী) যোগবলেৰে শৰীৰ ত্যাগ কৰে; পিচত সতীয়ে পুনৰ জন্ম গ্ৰহণ কৰিবলৈ হিমালয়ৰ পত্নী মেনকাক আশ্ৰয় কৰে।

কবিয়ে আকৌ সতীৰ পূৰ্ব্বজন্মৰ কথা স্বীকাৰ কৰি কৈছে :

যদৈব পূৰ্ব্বে জননে শৰীৰং সা দক্ষৰোষাৎসুদতী সসৰ্জ্জ।
তদা প্ৰভৃত্যেব বিমুক্তসঙ্গঃ পতিঃ পশূনামপৰিগ্ৰহোঽভূৎ॥[৩]

পূৰ্ব্বজন্মত যেতিয়া দক্ষৰ প্ৰতি ক্ৰোধান্বিত হৈ সেই সুন্দৰ দাঁতযুক্ত সতীয়ে শৰীৰ ত্যাগ কৰে, সেই অবধি পশুপতি মহাদেৱে

১ ৰঘুবংশ ১৪।৬৬
২ কুমাৰসম্ভৱ ১।২১
৩ কুমাৰসম্ভৱ ১।৫৩

বিষয়ভোগৰ বাসনা ত্যাগ কৰি আন পত্নী গ্ৰহণ কৰিবলৈ অভিলাষ নকৰিলে।

ইয়াৰপৰাও কালিদাসে জন্মান্তৰবাদ বিশ্বাস কৰা বুলি সহজে ধাৰণা কৰিব পাৰি।

## পাঁচ

কালিদাস আৰু অধ্যাত্মবিদ্যাৰ সামৰণিত ইয়াকে কব পাৰি যে, অধ্যাত্মবিদ্যাত অগ্ৰসৰ হবলৈ মানুহৰ আত্মসংযমৰ একান্ত প্ৰয়োজন। চিত্তশুদ্ধি নহলে অধ্যাত্মবিদ্যা গ্ৰহণ কৰা অসম্ভৱ। আত্মসংযমী মানুহৰে চিত্ত শুদ্ধ হোৱা সম্ভৱ। চিত্তশুদ্ধিৰ কাৰণে যোগশাস্ত্ৰই নানাবিধ উপায়ৰ নিৰ্দ্দেশ দিছে। যোগশাস্ত্ৰ-বিহিত উপায়সমূহ যথাৰীতি পালন কৰিলে চিত্তৰ পৱিত্ৰতা লাভ হয়। পৱিত্ৰ চিত্ততে আত্মবিদ্যাৰ পোহৰ পৰে। অকল চিত্তৰ বিশুদ্ধতাৰেও জীৱই মুক্তি লাভ কৰিব পাৰে। এই প্ৰসঙ্গত কালিদাসে কয়ঃ

তত্ত্বাৱবোধেন ৱিনাপি ভূয়-
স্তনুত্যজাং নাস্তি শৰীৰবন্ধঃ।[১]

অৰ্থাৎ যিসকলে প্ৰয়াগ তীৰ্থত স্নান কৰি বিশুদ্ধ চিত্তেৰে দেহত্যাগ কৰে তেওঁলোকৰ তত্ত্বজ্ঞানৰ অভাৱ থাকিলেও পুনৰ্ব্বাৰ আৰু জন্মগ্ৰহণ কৰিব নালাগে। ইয়াৰ পৰা বুজিব পাৰি যে, চিত্তৰ বিশুদ্ধিয়েই মানুহক জন্ম-মৃত্যুৰ চক্ৰৰপৰা অব্যাহতি দিব পাৰে। গতিকে জীৱমাত্ৰেই চিত্তৰ বিশুদ্ধিৰ কাৰণে যত্ন কৰা একান্ত প্ৰয়োজন। চিত্তৰ বিশুদ্ধিৰ কাৰণে বেদান্তশাস্ত্ৰত শম-দমাদিৰ প্ৰতিপাদন কৰা হৈছে। পৰমাৰ্থতত্ত্ব লাভ কৰিবলৈ শ্ৰৱণ, মনন আৰু নিদিধ্যাসনৰ আৱশ্যকতা আমি ইতিপূৰ্ব্বেই

১ ৰঘুবংশ ১৩।৫৮

উল্লেখ কৰি আহিছোঁ। আত্মবিদ্যা বা আত্মজ্ঞানেই মুক্তিৰ একমাত্র উপায়। এই জ্ঞান জীৱৰ অন্তৰতে আছে; আন ঠাইত অন্বেষণ কৰাৰ প্ৰয়োজন নাই।

অৱিদ্যাৰ আঁৰ-কাপোৰে জ্ঞানৰ স্বৰূপ আবৃত কৰি ৰাখে। সেইকাৰণে জীৱই মোহাচ্ছন্ন হৈ নিজৰ নিত্যনিৰ্ম্মুক্ত ব্ৰহ্মভাৱ উপলব্ধি কৰিব নোৱাৰে; গতিকে জন্ম-মৃত্যুৰ কবলৰপৰাও অব্যাহতি নাপায় আৰু তাৰ ফলত অশেষ দুঃখ-কষ্ট ভোগ কৰে। এই সকলোবোৰ অনৰ্থৰ মূলত অবিদ্যা বা অজ্ঞান। অজ্ঞান দূৰ কৰিবলৈ জ্ঞানৰ প্ৰয়োজন। অন্ধকাৰ নাশ কৰিবলৈ পোহৰৰ দৰ্কাৰ। আত্মবিষয়ক অজ্ঞান দূৰ কৰিবলৈ আত্মবিষয়ক জ্ঞানৰ আৱশ্যক। আত্মজ্ঞান লাভ কৰিবলৈ মানুহৰ সাধনাৰ প্ৰয়োজন। সাধনাৰ দ্বাৰা মানুহ বিষয়বাসনাৰ আসক্তিৰপৰা মুক্ত হব পাৰে। আসক্তি বা বাসনাই জীৱৰ পুনঃ পুনঃ জন্মৰ কাৰণ। জন্ম-মৃত্যুৰ ভোগচক্ৰৰপৰা নিষ্কৃতি পাবলৈ বৈৰাগ্যৰ দৰ্কাৰ। বৈৰাগ্য একেদিনেই উপস্থিত হোৱা বস্তু নহয়। বহু সাধনাৰ বলতহে মানুহ বিৰাগী হব পাৰে। বৈৰাগ্য আনিবলৈ আত্মসংযম অৱলম্বন কৰিব লাগে। চিত্তৰ অসংযত অৱস্থাই সকলো অনৰ্থৰ মূল আৰু চিত্তসংযমেই শ্ৰেয় বা মঙ্গল সাধনৰ প্ৰকৃষ্ট উপায়। গতিকে দেখা যায় সংসাৰত দুটা পথ আছে—এটা ভোগৰ আৰু আনটো বৈৰাগ্য বা ত্যাগৰ। ভোগৰ পথটোৰ নামেই হ'ল প্ৰেয়স্ আৰু ত্যাগৰ পথটোৰ নামেই হ'ল শ্ৰেয়স্। উপনিষদ, বেদান্ত প্ৰভৃতি সকলো শাস্ত্ৰই প্ৰেয়স্ পথ ত্যাগ কৰি শ্ৰেয়স্ পথ অনুসৰণ কৰিবলৈ নিৰ্দ্দেশ দিছে। কঠোপনিষদত উল্লেখ আছে:

শ্ৰেয়শ্চ প্ৰেয়শ্চ মনুষ্যমেতস্তৌ সম্পৰীত্য ৱিৱিনক্তি ধীৰঃ।
শ্ৰেয়ো হি ধীৰোঽভিপ্ৰেয়সো বৃণীতে প্ৰেয়ো মন্দো যোগক্ষেমাদ্
বৃণীতে।[১]

---

১ কঠোপনিষৎ ১।২।২

শ্ৰেয় আৰু প্ৰেয় উভয়ে মানুহক আশ্ৰয় কৰে। জ্ঞানীসকলে উভয়কে ভালদৰে পৰীক্ষা কৰি পৃথক কৰি লয়। যিজন ধীৰ তেওঁ প্ৰেয়তকৈ শ্ৰেয়ক উত্তম বুলি জানি তাকেই গ্ৰহণ কৰে আৰু বুদ্ধিহীনজনে শৰীৰ বৃদ্ধি আৰু ৰক্ষাৰ কাৰণে প্ৰিয় পশু, পুত্ৰ আদিক বৰণ কৰে।

শ্ৰেয়স্ পথ অনুসৰণ কৰা জীৱয়ে পৰমাৰ্থ-সত্য উপলব্ধি কৰি পৰম আনন্দ লাভ কৰিব পাৰে।

অমৰ কবি কালিদাসে এই শ্ৰেয়স্ আৰু প্ৰেয়সৰ চিত্ৰ অতি উজ্জ্বলভাৱে তেওঁৰ মহাকাব্য ৰংঘুবংশত আঁকিছে।

বৃদ্ধ ৰঘু কুলোচিত ধৰ্ম্মানুসাৰে নিজ পুত্ৰ অজৰ হাতত ৰাজ্যভাৰ সমৰ্পণ কৰি ঋষিব্ৰত অৱলম্বন কৰিবলৈ প্ৰস্তুত হ'ল। যুৱৰাজ অজই বৃদ্ধ পিতৃ ৰঘুৰ বিৰহ-যন্ত্ৰণা সহ্য কৰিব নোৱাৰি বানপ্ৰস্থাশ্ৰমবাস পৰিত্যাগ কৰি নিজ ৰাজ্যত থাকিবলৈ ৰঘুক আবেদন জনালে। পুত্ৰবৎসল ৰঘুৱে শোকাকুল পুত্ৰৰ আবেদন অন্যথা কৰিব নোৱাৰি কিছুদিন ৰাজ্যত থাকিবলৈ সম্মত হ'ল, কিন্তু এবাৰ পৰিত্যাগ কৰা ৰাজসিংহাসন পুনঃ গ্ৰহণ নকৰিলে। অযোধ্যাৰ ৰাজ-আকাশত শান্তমাৰ্গাৱলম্বী ৰঘু আৰু অভ্যুদয়শালী ৰজা অজ অস্ত যাব খোজা চন্দ্ৰ আৰু উদয়কামী সূৰ্য্যৰ দৰে বিৰাজ কৰিলে। সেই চিত্ৰ মহাকবি কালিদাসে তলৰ শ্লোকত প্ৰকাশ কৰিছে :

যতিপাৰ্থিৱলিঙ্গধাৰিণৌ দদৃশাতে ৰঘুৰাঘৱৌ জনৈঃ।
অপৱৰ্গমহোদয়াৰ্থয়োৰ্ভুৱমংশাৱিৱ ধৰ্ম্ময়োৰ্গতৌ ॥
অজিতাধিগমায় মন্ত্ৰিভিৰ্যুযুজে নীতিৱিশাৰদৈৰজঃ।
অনপায়িপদোপলব্ধয়ে ৰঘুৰাপ্তৈঃ সমিয়ায় যোগিভিঃ ॥
নৃপতিঃ প্ৰকৃতীৰৱেক্ষিতুং ব্যৱহাৰাসনমাদদে যুৱা।
পৰিচেতুমুপাংশু ধাৰণাং কুশপূতং প্ৰৱয়াস্তু বিষ্টৰম্ ॥
অনয়ৎ প্ৰভুশক্তিসম্পদা ৱশমেকো নৃপতীননন্তৰান্।
অপৰঃ প্ৰণিধানযোগ্যয়া মৰুতঃ পঞ্চ শৰীৰগোচৰান্ ॥

অকৰোদচিৰেশ্বৰঃ ক্ষিতৌ দ্বিষদাৰম্ভফলানি ভস্মসাৎ।
ইতৰো দহনে স্বকৰ্ম্মণাং ববৃতে জ্ঞানময়েন ৱহ্নিনা॥
পণবন্ধমুখান্ গুণানজঃ ষডুপাযুঙ্‌ক্ত সমীক্ষ্য তৎফলম্।
ৰঘুৰপ্যজয়দ্‌গুণত্ৰয়ং প্ৰকৃতিস্থং সমলোষ্টকাঞ্চনঃ॥
ন নৱঃ প্ৰভুৰা ফলোদয়াৎস্থিৰকৰ্ম্মা ৱিৰৰাম কৰ্ম্মণঃ।
ন চ যোগৱিধের্নৱেতৰঃ স্থিৰধীৰা পৰমাত্মদৰ্শনাৎ॥
ইতি শত্ৰুষু চেন্দ্ৰিয়েষু চ প্ৰতিষিদ্ধপ্ৰসৰেষু জাগ্ৰতৌ।
প্ৰসিতাবুদযাপৱৰ্গয়োৰুভয়ীং সিদ্ধিমুভাৱৱাপতুঃ॥
অথ কাশ্চিদজৱ্যপেক্ষযা গময়িত্বা সমদৰ্শনঃ সমাঃ।
তমসঃ পৰমাপদৱ্যযং পুৰুষং যোগসমাধিনা ৰঘুঃ॥[১]

সেই সময়ত অযোধ্যাৰ প্ৰজাসকলে সন্ন্যাসীৰ বেশধাৰী ৰঘু আৰু ৰাজ-বেশধাৰী ৰঘুতনয় অজক পৃথিৱীত অৱতীৰ্ণ হোৱা মোক্ষ আৰু অভ্যুদয় সাধনকাৰী নিবৃত্তি আৰু প্ৰবৃত্তিৰূপ ধৰ্ম্মদ্বয়ৰ অংশৰ দৰে দৰ্শন কৰিলে।

অজ জয় নকৰা ৰাজ্যলাভ কৰিবলৈ নীতিবিশাৰদ মন্ত্ৰীসকলেৰে সৈতে আৰু ৰঘু মুক্তিপদ লাভ কৰিবলৈ তত্ত্বদৰ্শী যোগীসকলেৰে সৈতে মিলিত হ'ল।

যুৱৰাজ অজই প্ৰজাশাসন কৰিবলৈ বিচাৰাচলৰ ধৰ্ম্মাসন গ্ৰহণ কৰিলে; বৃদ্ধ ৰজা ৰঘুৱে চিত্তৰ একাগ্ৰতা অভ্যাস কৰিবলৈ নিৰ্জ্জন স্থানত পৱিত্ৰ কুশাসন পৰিগ্ৰহ কৰিলে।

এজন (অজ) প্ৰভুশক্তিৰ বলেৰে ওচৰত থকা ৰজাসকলক বশীভূত কৰিবলৈ প্ৰবৃত্ত হ'ল আৰু আনজনে (ৰঘুৱে) যোগ অভ্যাসৰ দ্বাৰা শৰীৰত থকা পঞ্চবায়ুক আয়ত্ত কৰিলে।

তৰুণ নৃপতিয়ে পৃথিৱীৰ শত্ৰুসমূহৰ সমস্ত কৰ্ম্মফল নিষ্ফল কৰিলে; স্থৱিৰ ভূপতিয়ে তত্ত্বজ্ঞানময় বহ্নিৰ দ্বাৰা স্বকীয় কৰ্ম্মফল ভস্মীভূত কৰিবলৈ আৰম্ভ কৰিলে।

১ ৰঘুৱংশ ৮।১৬-২৪

নৱ নৰপতি অজই ফল বিবেচনা কৰি ( দেশ-কাল-পাত্ৰ বিচাৰ কৰি ) সন্ধি-বিগ্ৰহ প্ৰভৃতি ছটা গুণ প্ৰয়োগ কৰিবলৈ ধৰিলে; প্ৰাচীন মহীপতি ৰঘুৱে লো আৰু সোণৰ প্ৰতি সমদৰ্শী হৈ সত্ত্ব, ৰজ আৰু তম এই গুণত্ৰয়ক জয় কৰিবলৈ অগ্ৰসৰ হ'ল।

স্থিৰকৰ্ম্মী নতুন ৰজা অজ কোনো কাৰ্য্যত প্ৰবৃত্ত হৈ ফল-সিদ্ধি নোহোৱালৈকে আৰম্ভ কৰা কাৰ্য্যৰপৰা বিৰত হোৱা নাছিল; সুস্থিৰ-চিত্ত বৃদ্ধ ৰঘুও পৰমাত্মাৰ দৰ্শন লাভ নোহোৱালৈকে যোগ-সাধনৰপৰা নিবৃত্ত নহৈছিল।

এইদৰে তেওঁলোক উভয়ে শত্ৰু আৰু ইন্দ্ৰিয়সমূহৰ স্বাৰ্থ আৰু প্ৰবৃত্তি নিবাৰণ কৰি যথাক্ৰমে অভ্যুদয় আৰু মুক্তিৰ কাৰণে নিতান্ত ব্যগ্ৰ হ'ল আৰু উভয়ে সিদ্ধিলাভ কৰিলে।

অৱশেষত ৰঘুৱে সকলো প্ৰাণীৰ প্ৰতি সমদৰ্শী হৈ, পুত্ৰ অজৰ অনুৰোধত কিছু বছৰ অতিবাহিত কৰি, যোগবলেৰে—সমাধিৰে সেই অবিনাশী, মায়াৰ অতীত, সনাতন পৰমপুৰুষ পৰমাত্মাক লাভ কৰিলে।

পৃথিৱী অথবা স্বৰ্গত প্ৰকৃত সুখ নাপায়; ইয়াত যি সুখ লাভ হয় সি চিৰস্থায়ীও নহয়; যি চিৰস্থায়ী নহয় তাৰ কাৰণে মানুহ ব্যগ্ৰ হব নালাগে। সেই কথাকেই মহাকবি কালিদাসে ইয়াত স্পষ্টভাৱে নিৰ্দ্দেশ কৰিছে। ব্ৰহ্মানন্দ বা পাৰমাৰ্থিক সুখৰ কাৰণেই মানুহ যত্নবান হোৱা উচিত। মানুহ এই পৃথিৱীত জন্ম লৈ নিজৰ অভীষ্ট সিদ্ধিৰ চেষ্টাত ৰত থাকে। ঐহিক অভীষ্ট সিদ্ধিৰ পিছত পাৰমাৰ্থিক শান্তিৰ প্ৰতি যত্ন কৰা উচিত। কালিদাসে ৰঘুৰ কৰ্ম্মময় জীৱনৰ শেষ অৱস্থাত শান্তিৰ পথ দেখুৱালে। এয়ে আধ্যাত্মিক মাৰ্গ। এই সত্য প্ৰতিষ্ঠাৰ কাৰণেই কবিয়ে 'অভিজ্ঞান-শকুন্তলম' নাটকৰ শেষত কৈছে :

মমাপি চ ক্ষপযতু নীললোহিতঃ
পুনৰ্ভৱং পৰিগতশক্তিৰাত্মভূঃ।[১]

১ শকুন্তলা ৭।৩৫

অশেষ শক্তিসম্পন্ন স্বয়ম্ভু মহাদেৱে মোৰ পুনৰ্জ্জন্ম নাশ কৰক। এয়ে আধ্যাত্মিক মাৰ্গৰ চৰম লক্ষ্য।

অমৰ কবি কালিদাসে ৰঘুৰ চৰিত্ৰৰ মাজেৰে দাঙি ধৰা চিত্ৰ শ্ৰীমদ্ভগৱদ্‌গীতাৰ উক্তিৰ লগত ৰিজাব পাৰি :

কবিং পুৰাণমনুশাসিতাৰমণোৰণীয়াংসমনুস্মৰেদ্ যঃ।
সৰ্ব্বস্য ধাতাৰমচিন্ত্যৰূপমাদিত্যবৰ্ণং তমসঃ পৰস্তাৎ॥
প্ৰযাণকালে মনসাঽচলেন ভক্ত্যা যুক্তো যোগবলেন চৈৱ।
ভ্ৰুৱোৰ্ম্মধ্যে প্ৰাণমাৱেশ্য সম্যক্ স তং পৰং পুৰুষমুপৈতি দিব্যম্॥[১]

সৰ্ব্বজ্ঞ, অনাদিসিদ্ধ, বিশ্বনিয়ন্তা, সূক্ষ্মতকৈও সূক্ষ্ম, সকলোৰে বিধাতা, অচিন্ত্যৰূপ, আদিত্যৰ দৰে স্বপ্ৰকাশ, অজ্ঞান অন্ধকাৰৰ সিপাৰে বিৰাজমান, দিব্য, পৰমপুৰুষক মৃত্যুকালত অবিচলিত মনেৰে ভক্তিসহকাৰে আৰু যোগবলৰ দ্বাৰা ভ্ৰুযুগলৰ মাজত প্ৰাণ-বায়ুৰ সমাবেশ কৰি যি জনে স্মৰণ কৰে তেওঁৱেই সেই দিব্য পৰম পুৰুষক লাভ কৰে।

অধ্যাত্মবাদী কালিদাসে মানুহৰ আত্মপ্ৰকাশৰ পথ নিৰ্দ্দেশ কৰি বাহিৰৰ প্ৰতিবন্ধকতকৈ অন্তৰৰ প্ৰসাদ যে কিমান মধুৰ তাৰ চিত্ৰ দাঙি ধৰিছে। মুক্তিকামীয়ে শ্ৰেয়স্ পথ অনুসৰণ কৰাই একমাত্ৰ বাঞ্ছনীয়। শ্ৰেয়স্ পথেৰে অগ্ৰসৰ হবলৈ মানুহৰ আত্ম-সংযম, বিৰাগ আৰু বিশুদ্ধচিত্তৰ একান্ত প্ৰয়োজন। বৃদ্ধ ৰঘু আৰু যুবা অজৰ চৰিত্ৰৰ মাজেৰে কবিয়ে তাকেই দেখুৱাইছে। এইদৰে অমৰ কবি কালিদাসে অপূৰ্ব্ব কাব্য-মাধুৰিমাৰে আধ্যাত্মিক ৰস পৰিৱেশন কৰি গৈছে। কালিদাস পৰমানন্দৰ দূত, আত্মাৰ মুক্তিৰ দূত, জীৱন-দৰ্শনৰ দূতৰূপে বিশ্ববন্দিত।

১ শ্ৰীমদ্ভগৱদ্গীতা ৮।৯।১০

# কালিদাস আৰু সৌন্দৰ্য্য

মানুহ সৌন্দৰ্য্য-প্ৰিয়। সৌন্দৰ্য্য উপলব্ধিৰ কাৰণে মানুহমাত্ৰেই ব্যাকুল আৰু সেই কাৰণেই মানুহে সৌন্দৰ্য্য অন্বেষণ কৰে; কম-বেছি পৰিমাণে সকলোৱে সৌন্দৰ্য্য উপভোগো কৰে। অথচ সৌন্দৰ্য্য-পিপাসুৱে সৌন্দৰ্য্য ক'ৰপৰা উৎপত্তি হয়, ইয়াৰ অভিপ্ৰায় কি, ইয়াৰ সাৰ্থকতাই বা ক'ত, এইবোৰ বিবেচনা সাধাৰণতে নকৰে। ই কেৱল সৌন্দৰ্য্য-তত্ত্বান্বেষীসকলৰহে আলোচনাৰ বিষয়।

মানুহে সুন্দৰ বস্তু দেখে, সুন্দৰ গান শুনে, সুন্দৰ ৰূপ দৰ্শন কৰে, তথাপি সকলো মানুহে, সকলো বস্তুতে, সকলো অৱস্থাতে সমানভাৱে সৌন্দৰ্য্য উপভোগ কৰিব নোৱাৰে। মানুহমাত্ৰৰে ৰুচি ভিন্ন, অনুভৱ পৃথক্ আৰু সংস্কাৰ নানাবিধৰ; গতিকে ৰুচি, অনুভৱ আৰু সংস্কাৰভেদে সৌন্দৰ্য্য উপলব্ধিও পৃথক হয়। সেইদৰে সৌন্দৰ্য্য-সৃষ্টি, সৌন্দৰ্য্য উপলব্ধি, সৌন্দৰ্য্য বিচাৰৰো পাৰ্থক্য ঘটে। সকলো মানুহৰ বুদ্ধি, অনুভূতি, আকাঙ্ক্ষা আৰু অভিজ্ঞতা সমান নহয়। একে বসন্ত ঋতুৱে ভিন্ ভিন্ শিল্পীক ভিন্ ভিন্‌ভাৱে উপাদান যোগায়। শিল্পীয়ে নিজৰ বুদ্ধি, অনুভূতি আৰু অভিজ্ঞতাৰে বসন্তক ন ন ৰূপত ৰূপায়িত কৰে আৰু সেই একে বসন্তয়ে বিবিধ ৰূপেৰে মানুহৰ চিত্ত আকৰ্ষণ কৰে।

দেখি ভাল লগায়ে জানো সৌন্দৰ্য্যৰ অন্যতম ধৰ্ম্ম? সৌন্দৰ্য্য জানো কোনো সামঞ্জস্যমূলক জ্ঞানবিশেষ? সৌন্দৰ্য্য জানো কোনো অনিৰ্ব্বচনীয় মায়াবী পদাৰ্থ? অন্তৰৰ বিশুদ্ধ স্বভাৱেৰে পৰমসুন্দৰৰ অন্বেষণতেই সৌন্দৰ্য্যৰ সাৰ্থকতা নে? সৌন্দৰ্য্য আদৰ্শবাদতেই পৰিসমাপ্ত নে? নতুবা ইয়াৰ কিবা স্বতন্ত্ৰ ৰূপো আছে নে কি?

এইদৰে সৌন্দৰ্য্য সম্বন্ধীয় নানাবিধ প্ৰশ্ন যুগে যুগে প্ৰহেলিকাৰ দৰে উত্থাপিত হৈ আহিছে। প্ৰতি যুগতে চিন্তাশীল সাহিত্য-সমালোচকসকলে এই প্ৰশ্নসমূহৰ সমিধানৰ চেষ্টা কৰিছে আৰু সৌন্দৰ্য্যৰ মানদণ্ডও নিৰ্দ্ধাৰিত কৰিছে। সাহিত্য-সমালোচক অন্ধ অনুসৰণকাৰী নহয়।

সমসাময়িক সাহিত্যৰ ধাৰা বা প্ৰকৃতিক লক্ষ্য কৰি অতীত সমালোচকৰ ৰীতিৰ লগত যথাসম্ভৱ সামঞ্জস্য ৰাখি তেওঁলোকে সাহিত্যৰ নতুন তত্ত্ব আৱিষ্কাৰ কৰে।

ইউৰোপীয় সাহিত্যত Aristotle-অৰপৰা আৰম্ভ কৰি Horace, Dante, Coleridge, Bradley, Croce প্ৰভৃতি মনীষীসকলে ভিন ভিন যুগত সৌন্দৰ্য্যৰ স্বৰূপ ভিন ভিনভাৱে নিৰ্দ্ধাৰিত কৰি গৈছে।

সেইদৰে ভাৰতবৰ্ষতো নাট্য-শাস্ত্ৰ প্ৰণেতা ভৰতমুনিৰপৰা আৰম্ভ কৰি মম্মটাচাৰ্য্যলৈকে মহা-মনীষীসকলে নিজ নিজ অসাধাৰণ প্ৰতিভাৰে সাহিত্য-সমালোচনাৰ মানদণ্ড নিৰ্ণয় কৰিছে। সেই সকলোবোৰ আলোচনা কৰা এই প্ৰবন্ধৰ উদ্দেশ্য নহয়।

সৌন্দৰ্য্য সম্বন্ধে নানা মুনিৰ নানা মত থাকিলেও সৌন্দৰ্য্যই যে চিৰদিন মানৱ হৃদয়ত বিশেষভাৱে প্ৰভাৱ বিস্তাৰ কৰি আহিছে, সেই কথা অৱশ্যে স্বীকাৰ কৰিব লগীয়া। এক নিত্য শাশ্বত সৌন্দৰ্য্যই অনন্ত বৈচিত্ৰ্যৰ মাজতো দেশ-কালৰ ব্যৱধান দূৰ কৰি মানুহক মুগ্ধ আৰু অনুপ্ৰাণিত কৰিছে। প্ৰত্যেক চিন্তাশীল মানুহৰ হৃদয়ত সৌন্দৰ্য্যই ভিন ভিন ৰূপে প্ৰতিফলিত হৈ নিত্যনবীন ৰূপ লৈ, নিত্য-নতুন আনন্দ দান কৰি আহিছে। এই স্বভাৱক লক্ষ্য কৰিয়েই ভাৰতীয় আলঙ্কাৰিকসকলে সৌন্দৰ্য্যক ৰমণীয়তা নাইবা চাৰুতা নামে অভিহিত কৰিছে। প্ৰত্যেক মুহূৰ্ত্ততে যি গুণে বস্তুক নিত্য নবীন ৰূপ দিয়ে আৰু সহৃদয় লোকক নিত্য নতুন আনন্দ দিয়ে, সিয়ে ৰমণীয় পদাৰ্থৰ বিশেষত্ব। কবিবৰ মাঘৰ ভাষাত কবলৈ গলে :

ক্ষণে ক্ষণে যন্নৱতামুপৈতি তদেৱ ৰূপং ৰমণীয়তায়াঃ।

এই সম্পৰ্কে কবি কালিদাসৰ 'মালৱিকাগ্নিমিত্ৰম্' নাটকত মহাৰাজ অগ্নিমিত্ৰক কোৱা গণদাসৰ উক্তিও উল্লেখযোগ্য :

ন চ ন পৰিচেতো ন চাপ্যগম্যশ্চকিতমুপৈমি তথাপি পাৰ্শ্বমস্য
সলিলনিধিৰিৱ প্ৰতিক্ষণং মে ভৱতি স এৱ নৱো নৱোঽয়মক্ষ্ণোঃ ॥
( ১ম অঙ্ক—১১ শ্লোক )

মহাৰাজৰ কি মহিমা। এই ৰজা সকলোৰেই বিশেষভাৱে পৰিচিত, মহাৰাজক দেখিলেই সকলোৰে মন-প্ৰাণ জুৰ পৰে; তথাপি তেওঁৰ ওচৰ চাপিলে মোৰ অন্তৰাত্মা কঁপি উঠে। সুনীল সমুদ্ৰক সকলো মুহূৰ্ত্ততে নতুন নতুন ৰূপত দেখি; সি কোনো কালে পুৰণি নহয়। সেইদৰে এই মহাৰাজকো যিমানেই নেদেখোঁ তেওঁ মোৰ চকুত নিত্যনতুন।

অভিধানৰ পিনৰপৰা চালে সৌন্দৰ্য্যক ব্যাপক অৰ্থতে ব্যৱহাৰ কৰা দেখি। ভাৰতৰ সুপ্ৰসিদ্ধ কোষকাৰ অমৰসিংহই তেওঁৰ অভিধানত সৌন্দৰ্য্যৰ প্ৰতিশব্দ দিছে :

সুষমা পৰমা শোভা, শোভা কান্তিৰ্দ্যুতিচ্ছবিঃ। অমৰকোষ ১।২।১৮
সুন্দৰং ৰুচিৰং চাৰু সুষমং সাধু শোভনম্
কান্তং মনোৰমং ৰুচ্যং মনোজ্ঞং মঞ্জু মঞ্জুলম্
ৰম্যং মনোহৰং সৌম্যং · অমৰকোষ ৩।১।৫২-৫৩

Monier-Williamsএ Sanskrit-English Dictionaryত সৌন্দৰ্য্যৰ প্ৰতিশব্দ প্ৰয়োগ কৰিছে—Beauty, loveliness, gracefulness, elegance, noble conduct, splendour, brilliance, lustre, grace ইত্যাদি।

Websterৰ New International Dictionary of the English Languageত সৌন্দৰ্য্যৰ তলত দিয়া লক্ষণ পোৱা যায়;

An assemblage of graces or properties, or some one of them satisfying the eye, the ear, the intellect, the aesthetic faculty or the moral sense; also the abstract quality characteristic of such properties; the beautiful. In aesthetic, beauty

broadly comprises the sublime, tragic, cosmic, etc. as well as the sensuous qualities which characterize beauty in the narrower sense.

অভিধানৰপৰা বাহ্য আৰু আভ্যন্তৰভেদে সৌন্দৰ্য্যত দুটা ৰূপৰে সমাৱেশ দেখা যায়। ব্যাকৰণে অৱশ্যে সুন্দৰৰ ভাৱকেই সৌন্দৰ্য্য বুলি অভিহিত কৰিছে। সুন্দৰ এই বিশেষণ পদৰ পিছত ভাৱ অৰ্থত ষ্যঞ্ প্ৰত্যয় যোগ হৈ সৌন্দৰ্য্য পদটো নিষ্পন্ন হৈছে; এয়ে সৌন্দৰ্য্য পদৰ ব্যুৎপত্তিগত অৰ্থ। আকৌ সুন্দৰ পদটো সু-উপসৰ্গেৰে সৈতে উন্দ্ ধাতুৰ পিছত অৰণ্ প্ৰত্যয় যোগ হোৱাত সুন্দৰ পদৰ সাধন হয়। ইয়াত 'সু' উপসৰ্গৰ অৰ্থ সুষ্ঠু বা সম্যক্, 'উন্দ্' ধাতুৰ অৰ্থ আৰ্দ্ৰ কৰা আৰু 'অৰণ্', এই প্ৰত্যয়ে কৰ্ত্তাকে ব্যক্ত কৰে; গতিকে সুন্দৰ পদৰ ব্যাকৰণগত অৰ্থ হ'ল যিহে মানুহক সম্যকভাবে আৰ্দ্ৰ বা সৰস কৰে তাকেই সুন্দৰ বোলে। গতিকে সৌন্দৰ্য্যক ৰসানুভূতিৰ প্ৰসঙ্গতে ব্যৱহাৰ কৰা হয়। কিয়নো সৌন্দৰ্য্য অতি সূক্ষ্ম ভাৱৰ শব্দ আৰু ৰসানুভূতিৰে সৈতে ইয়াৰ ঘনিষ্ঠ সম্বন্ধ। অগ্নিৰপৰা যেনেকৈ তাৰ দাহিকা-শক্তিক বা চেনিৰপৰা তাৰ মধুৰতাক আঁতৰ কৰিব নোৱাৰি, সেইদৰে সুন্দৰৰপৰা সৌন্দৰ্য্যক পৃথক কৰিব নোৱাৰি। শব্দতত্ত্বৰ পিনৰপৰা বিশ্লেষণ কৰিলে পোৱা যায় সুষ্ঠু নৰ=সু-নৰ> সুনৰ> সুন্দৰ। সুনৰ শব্দৰ প্ৰয়োগ ঋক্ বেদতো পোৱা যায়। বেদ ভাষ্যকাৰ সায়নাচাৰ্য্যই সুনৰ শব্দৰ ব্যাখ্যা সুষ্ঠু নেতা হিছাপে নিৰ্দ্দেশ কৰিছে ( ঋ. বে ১—৪৮—৮ ); ঘাইকৈ মানৱীয় সৌন্দৰ্য্যকে লক্ষ্য কৰি সুন্দৰ শব্দৰ প্ৰয়োগ; কিন্তু সুন্দৰ শব্দক মানুহ আৰু মানুহৰ বাহিৰে আন বস্তুৰ সৌন্দৰ্য্যকো বুজাবলৈ প্ৰয়োগ কৰা হয়। সেইকাৰণে মনোহৰ, মনোৰম, মধুৰ, মনোজ্ঞ, চাৰু, শোভন, মঞ্জু, অভিৰাম প্ৰভৃতি নানা প্ৰতিশব্দেৰে সৌন্দৰ্য্যৰ পৰিসৰ বৃদ্ধি কৰা হৈছে। সাধাৰণভাৱে চালে সৌন্দৰ্য্য

পৰিবৰ্ত্তনশীল যদিও তাৰ এটা শাশ্বত নিত্য নতুন ৰূপ আছে। এই ৰূপ কেৱল অনুভূতিশীল অন্তৰতে প্ৰতিভাত হয়। সৌন্দৰ্য্য অনুভূতিৰে উপাসনা, সেইকাৰণে সৌন্দৰ্য্য মূলতঃ অনুভৱৰ বিষয়। বৈজ্ঞানিক প্ৰণালীৰে নতুবা যৌগিক প্ৰক্ৰিয়াৰে সৌন্দৰ্য্যৰ মাধুৰ্য্য উপলব্ধি নহয়।

সৌন্দৰ্য্য অনুভৱসাপেক্ষ বিশিষ্ট জ্ঞানবিশেষ; কোনো লক্ষণৰ দ্বাৰাও সৌন্দৰ্য্যৰ স্বৰূপ নিৰ্ণয় কৰা টান। সুগন্ধ কি, নাইবা সুস্বাদু কি—এইবোৰক কোনো লক্ষণ বা পৰিভাষাৰে বুজাব নোৱাৰি; কিয়নো গোলাপৰ গোন্ধ, কেতেকীৰ সৌৰভ, পদুমৰ সুঘ্ৰাণ পৰস্পৰ ভিন্ন। এই প্ৰত্যেক গোন্ধৰে একোটা নিজস্ব বৈশিষ্ট্য আছে; এই বৈশিষ্ট্যৰ হেতুকে এইবিলাক প্ৰত্যেকৰে সম্বন্ধে বেলেগ বেলেগ জ্ঞান হয় আৰু সেইকাৰণে প্ৰত্যেককে বিশেষ বিশেষভাৱে জনা যায়। এই বিশেষৰ কোনো সামান্য বা সাধাৰণ ধৰ্ম্ম নাই। বিভিন্ন পদাৰ্থৰ মাজত সামান্য ধৰ্ম্ম নাথাকিলে সেইবিলাকক বুজাবলৈ সাধাৰণ লক্ষণ প্ৰযোগ কৰিব নোৱাৰি। সেইদৰে সৌন্দৰ্য্য কি, তাকো লক্ষণ বা পৰিভাষাৰে নিৰ্দ্দেশ কৰা কঠিন, কাৰণ মানুহৰ সৌন্দৰ্য্য, প্ৰাকৃতিক সৌন্দৰ্য্য, চিত্ৰ-ভাস্কৰ্য্যৰ সৌন্দৰ্য্য, ললিতকলাৰ সৌন্দৰ্য্য পৰস্পৰ ভিন্ন। এই তত্ত্বসমূহৰ স্বৰূপ অকল পাৰিপাৰ্শ্বিক অৱস্থাৰ বৰ্ণনাৰ মাজেদিহে সম্ভৱ। ভগৱান শ্ৰীকৃষ্ণক শ্ৰীমদ্‌ভগৱদ্‌গীতাত যেতিয়া অৰ্জ্জুনে স্থিতপ্ৰজ্ঞৰ লক্ষণ সম্বন্ধীয় প্ৰশ্ন কৰিছিল, তেতিয়া ভগৱান শ্ৰীকৃষ্ণই স্থিতপ্ৰজ্ঞৰ কোনো লক্ষণ বা পৰিভাষা দিয়াৰ চেষ্টা নকৰি অকল পাৰিপাৰ্শ্বিক অৱস্থাৰ বৰ্ণনাৰেই স্থিতপ্ৰজ্ঞৰ পৰিচয় দিছিল অৰ্থাৎ তৰ্কশাস্ত্ৰৰ Definition নিদি Descriptions দিছিল। প্ৰকৃতপক্ষে তত্ত্ব সম্বন্ধীয় কথাসমূহৰ পাৰিভাষিক লক্ষণ বা সংজ্ঞাতকৈ পাৰিপাৰ্শ্বিক বৰ্ণনা বা ব্যাখ্যাই যে সহজ উপায়, সেই কথা এই দৃষ্টান্তৰপৰাই বুজা যায়। সৌন্দৰ্য্যৰ স্বৰূপ নিৰ্দ্দেশনত জাৰ্ম্মান দেশীয় মহামনীষী গেটেই কৈছিল:

Beauty is inexplicable ; it is a hovering, floating and glittering shadow, whose outline eludes the grasp of definition.

সৌন্দৰ্য্যক কোনো লক্ষণ বা পৰিভাষাৰে বুজাব নোৱাৰিলেও ইয়াক প্ৰধানকৈ চাৰি প্ৰকাৰে অনুমান কৰিব পাৰি ; সেয়ে হৈছে —মানৱীয় সৌন্দৰ্য্য, নৈসৰ্গিক বা প্ৰাকৃতিক সৌন্দৰ্য্য, বস্তুগত সৌন্দৰ্য্য আৰু কলাগত সৌন্দৰ্য্য। ইয়াৰ প্ৰথম তিনিবিধ সৌন্দৰ্য্য প্ৰকৃতিত অধিষ্ঠিত, আৰু শেষ প্ৰকাৰ সৌন্দৰ্য্যৰ আধাৰ মানসিক কল্পনা। কবি বা শিল্পীৰ ৰসপিপাসু মনে কল্পনাৰ মাধ্যমেৰে উক্ত তিনি বিধ সৌন্দৰ্য্যৰ যেতিয়া কাব্য বা কলাত ৰূপায়ণ ঘটায় তেতিয়া সিয়ে কলাগত সৌন্দৰ্য্যৰূপে পৰিচিত হয়। মানৱ আৰু নৈসৰ্গিক সৌন্দৰ্য্যৰ মধুৰ সামঞ্জস্যই কলাগত সৌন্দৰ্য্যৰ বৈশিষ্ট্য।

মানৱ-সৌন্দৰ্য্য আৰু নৈসৰ্গিক সৌন্দৰ্য্য ঘনিষ্ঠভাৱে জড়িত হলেও মানৱ-সৌন্দৰ্য্য নৈসৰ্গিক সৌন্দৰ্য্যৰ ওচৰত কিছু পৰিমাণে ঋণী। কবি বা শিল্পীৰ মানৱীয় সৌন্দৰ্য্য বৰ্ণনাত প্ৰাকৃতিক সৌন্দৰ্য্যই এক বিশেষ স্থান অধিকাৰ কৰি আছে, মানুহৰ প্ৰাকৃতিক সৌন্দৰ্য্যৰ অনুকৰণপ্ৰিয়তাৰপৰা বিশেষকৈ এই কথা অনুমান কৰিব পাৰি। আদিম যুগৰপৰাই মানুহ তাৰকামণ্ডিত শুভ্ৰ জোৎস্না-ৰঞ্জিত আকাশৰ সৌন্দৰ্য্যত মুগ্ধ। লতা-পল্লৱ আৰু ফল-ফুলেৰে সুশোভিত উদ্যানৰ মনোৰম দৃশ্যই মানুহক যুগে যুগে আকৰ্ষণ কৰি আহিছে। তুষাৰধৱল গিৰিশৃঙ্গৰপৰা একাবেঁকা গতিৰে বৈ থকা স্ৰোতস্বিনীৰ অবিশ্ৰান্ত কুলু কুলু ৰৱ চিৰদিনেই শ্ৰুতি-সুখকৰ। সুজলা-সুফলা-শস্য-শ্যামলা দিগন্তব্যাপিনী ধৰিত্ৰীয়ে মানুহক সুখ-দুঃখৰপৰা আঁতৰাই নি বিমল আনন্দ প্ৰদান কৰি আহিছে।

আকৌ অতীজৰেপৰা মানুহে প্ৰকৃতিৰ সামগ্ৰীৰে অলঙ্কৃত হৈ বিশেষ আনন্দ উপভোগ কৰি আহিছে। নিজে প্ৰস্তুত কৰা নিত্য-ব্যৱহাৰৰ সাজ-সৰঁজুলিতো প্ৰকৃতিৰ সৌন্দৰ্য্যক স্থান দি মানুহে নতুন আনন্দ অনুভৱ কৰে।

কবিয়ে কাব্যকলাক উপমা, উৎপ্ৰেক্ষা, ৰূপক প্ৰভৃতি অলঙ্কাৰেৰে মনোৰম কৰিবলৈ প্ৰকৃতিৰ সামগ্ৰীকে অধিকভাৱে গ্ৰহণ কৰে। মানৱীয় সৌন্দৰ্য্যকো পৰিস্ফুট কৰিবলৈ কবিয়ে প্ৰকৃতিৰে আশ্ৰয় লয়। প্ৰাকৃতিক সৌন্দৰ্য্যই কবিৰ প্ৰথম অৱলম্বন আৰু প্ৰধান উদ্দীপনা। অন্য কি, মানুহৰ সুখ-দুঃখৰ লগত সমভাগী কৰাই কবিয়ে প্ৰাকৃতিক ব্যক্তিত্বৰ মৰ্য্যাদা দি মানৱীয় সৌন্দৰ্য্যৰে উৎকৰ্ষ সাধন কৰে। লগে লগে প্ৰকৃতিৰ স্থূল সৌন্দৰ্য্যক অতিক্ৰম কৰি ক্ৰমে মানুহক কোনো বিশিষ্ট সৌন্দৰ্য্যৰ অনিৰ্ব্বচনীয় আনন্দ-লোকত উপনীত কৰিছে।

মানৱীয় সৌন্দৰ্য্যৰ আধাৰ শৰীৰ; পুৰুষ আৰু নাৰীৰ সৌন্দৰ্য্য-ভেদে ই দুবিধ। কোনো কোনোৰ মতে অঙ্গ-প্ৰত্যঙ্গৰ যথোচিত সন্নিৱেশেই সৌন্দৰ্য্য। ৰূপ গোস্বামীৰ 'উজ্জ্বল-নীলমণি'ত এইদৰে পোৱা যায়:

অঙ্গপ্ৰত্যঙ্গকানাং যঃ সন্নিৱেশো যথোচিতম্।
সুশ্লিষ্টসন্ধিবন্ধঃ স্যাৎ তৎসৌন্দৰ্য্যমিতীৰ্যতে ॥[১]

শৰীৰৰ অঙ্গ-প্ৰত্যঙ্গৰ যথোচিত আৰু মনোজ্ঞ সন্নিৱেশেই নৰ-নাৰীক আকৰ্ষণ কৰে। এই আকৰ্ষক ধৰ্ম্মই সৌন্দৰ্য্যৰ আন এটা বিশেষ গুণ। বাহ্যিক সৌন্দৰ্য্যতকৈও অন্তৰৰ সৌন্দৰ্য্যই পৰস্পৰক আকৰ্ষণ কৰিলে সৌন্দৰ্য্য-পূৰ্ণাঙ্গৰূপে প্ৰকাশ পায়।

মানৱীয় সৌন্দৰ্য্য সম্বন্ধে ব্যক্তি আৰু দেশভেদে বিভিন্ন মতভেদ আছে। কিন্তু অনাদিকালৰপৰাই দেশ-কাল আৰু ব্যক্তিৰ ব্যৱধান দূৰ কৰি প্ৰাকৃতিক সৌন্দৰ্য্যই মানুহক বিমল আনন্দ যোগাই আহিছে। মানৱীয়-সৌন্দৰ্য্য অস্থায়ী; কিন্তু প্ৰাকৃতিক সৌন্দৰ্য্য অপেক্ষাকৃত স্থায়ী। প্ৰকৃতি নিত্য-নতুন ৰূপৰে চিৰ-বিৰাজমান।

---

১ উঃ নীলমণি, পৃ ২৭৪, উদ্দীপন-প্ৰকৰণ।২৯ নিৰ্ণয়সাগৰ সং

প্ৰকৃতিৰ সৌন্দৰ্য্যক অন্তৰত উপলব্ধি কৰাই সৌন্দৰ্য্যানুভৱৰ প্ৰথম স্তৰ। অন্তৰতে এই অনুভূতিৰ জন্ম। সৌন্দৰ্য্য-অনুভৱ বাহ্যিক পদাৰ্থ নহয়; ই সম্পূৰ্ণ আন্তৰিক। আন্তৰিক পদাৰ্থমাত্ৰে অকল অনুভৱেৰেই সিদ্ধ। এই অনুভৱৰ মূলত হৈছে বিচাৰবুদ্ধি আৰু চিন্তাধাৰাৰ আবেগ।

সৌন্দৰ্য্য অন্তৰতে জন্মে, অথচ সেই কথা আমি গভীৰভাৱে ভাবি নাচাওঁ। কোনো বস্তু দেখি সুন্দৰ লাগিলেই সৌন্দৰ্য্যক আমি সেই বস্তুটোত আৰোপ কৰোঁ। সুন্দৰৰপৰা সৌন্দৰ্য্য পৃথক নহয়। Humeঅৰ ভাষাত কবলৈ গলে:

Beauty is not the quality in things themselves; it exists merely in the mind which contemplates them

সুন্দৰ বস্তু দেখিলে সি প্ৰথমেই অন্তৰত প্ৰৱেশ কৰি মনক সম্পূৰ্ণভাৱে অধিকাৰ কৰে। সুন্দৰ বস্তুৰ চিন্তাত মন আৰু চিত্তই সেই সুন্দৰ বস্তুৰেই আকাৰ লয় আৰু সেই সুন্দৰ ৰূপৰ আকাৰ লোৱা চিত্তেৰে সৈতে আত্মাই সৌন্দৰ্য্য অনুভৱ কৰে। অনুভৱ কৰা সুন্দৰৰ বহিৰ্বিকাশেই সৌন্দৰ্য্যৰূপে প্ৰতীয়মান হয়। সৌন্দৰ্য্যৰ এনেকুৱা ধৰ্ম্মকে বস্তুগত সৌন্দৰ্য্য ( Objective Beauty ) নামে অভিহিত কৰিব পাৰি। প্ৰকৃতপক্ষে মানুহৰ বৈজ্ঞানিক মন আৰু আবিষ্কৃত বুদ্ধিৰ সহায়েৰে প্ৰস্তুত কৰা বস্তুৰপৰাই বস্তুগত সৌন্দৰ্য্যৰ উৎপত্তি। মানৱ-সৌন্দৰ্য্য নতুবা প্ৰাকৃতিক সৌন্দৰ্য্যৰপৰা ই পৃথক হলেও ইয়াত উভয়ৰে সামঞ্জস্য সন্নিবিষ্ট। শিল্পীয়ে নিত্য উপযোগী বস্তু নাইবা চিত্ৰ, ভাস্কৰ্য্যৰ মাজেৰে সৌন্দৰ্য্য বিকাশ কৰে; কবি বা সাহিত্যিকে কাব্যকলাৰ মাধ্যমেৰে সেই সৌন্দৰ্য্যৰে সন্ধান দিয়ে। কবি বা সাহিত্যিকৰ এই সৌন্দৰ্য্য সন্ধানেই প্ৰকৃত কলাগত সৌন্দৰ্য্য। চিত্ৰ, ভাস্কৰ্য্য প্ৰভৃতি শুদ্ধকলাই কেৱল ইন্দ্ৰিয়ৰ তৃপ্তিকেই দিয়ে; তাজমহলৰ ৰূপ অকল নয়নৰে বিষয়। কিন্তু কাব্যকলাই সেই তাজমহলৰ ৰূপৰ অনুভূতিৰ মাধ্যমেৰে আনন্দ

দিয়ে। তাজমহলৰ বাহ্যিক ৰূপৰপৰা পোৱা আনন্দ ইন্দ্ৰিয়গ্ৰাহ্য আনন্দ। উপমা, ৰূপক, উৎপেক্ষা আদি বাহ্যিক ৰূপতকৈও ৰসানুভূতিয়ে কাব্যৰ প্ৰকৃষ্ট সৌন্দৰ্য্য পৰিবহন কৰে। সেইদৰে সঙ্গীতেও স্বৰ, লয়, মূৰ্চ্ছনা প্ৰভৃতি বাহ্যিক উপাদানৰ আনন্দক অতিক্ৰম কৰি আন এবিধ আনন্দ দিয়ে; সেই আনন্দও কেৱল অনুভূতিৰ মাজেৰেই সম্ভৱ।

বাহ্যিকৰূপে অকল ইন্দ্ৰিয় সুখকেই দিয়ে, আত্মাৰ তৃপ্তি সাধন নকৰে। অনুভূতিমূলক সৌন্দৰ্য্যই আত্মাক ৰমণীয় কৰে। ৰমণীয় আত্মাত পৱিত্ৰ ভাৱৰ উদয় হয়। সৌন্দৰ্য্যৰ পৱিত্ৰতা গুণেই আত্মাক পৰিশুদ্ধ কৰে। সুৰভিযুক্ত সুকুমাৰ বাহ্যজগতৰ ৰূপ-ৰঙক অতিক্ৰম কৰি কবিয়ে ৰূপ-ৰং বিৱৰ্জ্জিত পৰম সুন্দৰৰ যি সন্ধান দিয়ে, সিয়ে মানস-জগতক ৰমণীয় কৰি তোলে। এই ৰমণীয়তাই সৌন্দৰ্য্যৰ প্ৰকৃত স্বৰূপ। এই স্বৰূপৰ উপলব্ধি কৰিবলৈ বিচাৰবুদ্ধিৰ প্ৰয়োজন।

বিচাৰবুদ্ধিৰ মাজত এটা বিশ্লেষণাত্মক ধৰ্ম্ম নিহিত আছে; এই বিশ্লেষণাত্মক কথাটোৰ মাজতে এটা দাৰ্শনিক চিন্তাধাৰাৰ বীজ লুকাই থাকে, গতিকে সৌন্দৰ্য্য বিশ্লেষণকো সুকীয়া দৰ্শন-ধাৰা হিচাপে নিৰ্ণয় কৰা হৈছে। গতিকে সৌন্দৰ্য্যদৰ্শন সম্বন্ধে ৰসজ্ঞসকলৰ মাজত মতানৈক্যই দেখা দিছে।

কোনো কাব্য পাঠ কৰি সকলো মানুহে একে ধৰণৰ সৌন্দৰ্য্যৰ স্বাদ অনুভৱ নকৰে; সেইকাৰণে সৌন্দৰ্য্যবোধৰ তাৰতম্য ঘটে। সৌন্দৰ্য্যবোধৰ তাৰতম্য স্বীকাৰ কৰিলে সৌন্দৰ্য্য-দৰ্শনৰ সিদ্ধান্ত-সমূহতো যে মতভেদ আছে সেইকথা সহজে অনুমান কৰিব পাৰি। ইউৰোপীয় সাহিত্যত যিদৰে প্লেটোৰপৰা আৰম্ভ কৰি ক্ৰোচেলৈ প্ৰত্যেক সমালোচকে নিজৰ মত অনুসাৰে সৌন্দৰ্য্যতত্ত্ব আৰু সাহিত্যৰ বিশ্লেষণ কৰিছে, সেইদৰে ভাৰতীয় সাহিত্যতো আনন্দ-বৰ্দ্ধন, অভিনৱগুপ্ত, ভট্টনায়ক প্ৰভৃতি সাহিত্য-সমালোচকসকলে নিজ নিজ দৃষ্টিভঙ্গীৰপৰা সমালোচনাৰ মান নিৰূপণ কৰিছে।

প্ৰকৃত সমালোচকে যিদৰে সাহিত্যৰ সৌন্দৰ্য্য বিশ্লেষণ কৰিবলৈ চেষ্টা কৰে, কবি নিজেও সাহিত্যত সৌন্দৰ্য্য সৃষ্টিৰ প্ৰতি বিশ্লেষণাত্মক হয়।

সৌন্দৰ্য্যতত্ত্ব সম্বন্ধে মহাকবি কালিদাস যে সম্পূৰ্ণ বিশ্লেষণধৰ্ম্মী সেইকথা তেওঁৰ শকুন্তলা নাটকত ভ্ৰমৰৰ দ্বাৰা ব্যাকুল হোৱা শকুন্তলাৰ গতিবিধি লক্ষ্য কৰি দুষ্মন্তই প্ৰকাশ কৰা তলৰ শ্লোকৰ-পৰা অনুমান কৰিব পাৰি:

চলাপাঙ্গাং দৃষ্টিং স্পৃশসি বহুশো বেপথুমতীং
ৰহস্যাখ্যায়ীৱ স্বনসি মৃদু কৰ্ণান্তিকচৰঃ।
কৰৌ ব্যাধুন্বত্যাঃ পিবসি ৰতিসৰ্ব্বস্বমধৰং
ৱয়ং তত্ত্বান্বেষণান্মধুকৰ হতাস্ত্বং খলু কৃতী।[১]

তুমি (ভ্ৰমৰ) যে বাৰে বাৰে তেওঁৰ (শকুন্তলাৰ) বিলোল-দৃষ্টি সম্পন্ন নয়নযুৰিক স্পৰ্শ কৰি আছা গোপন আলাপীৰ দৰে, কাণৰ কাষত উৰি উৰি সুমধুৰ শব্দেৰে নিজৰ সুগোপন ভাৱক গুণ গুণ কৰি ব্যক্ত কৰিছা, তেওঁৰ হাতৰ নিষেধক ভ্ৰূক্ষেপ নকৰি প্ৰেমসৰ্ব্বস্বসাৰ ওঁঠ দুটিক অনায়াসে পান কৰি আছা, হে মধুকৰ, তত্ত্বান্বেষণৰ প্ৰতি মন নিদি অকল আনন্দকেই অনুভৱ কৰি যোৱা তুমিয়েই ধন্য আৰু আমি খবৰ বিচাৰি বিচাৰি কেৱল হা-হুমুনিয়াহকে কাঢ়িছোঁ।

কবিৰ কাব্য সৃষ্টিতো এটা বিশ্লেষণ-ধৰ্ম্ম অথবা গভীৰ অনুভূতি আছে। কবিৰ সেই অনুভূতিৰ অন্তৰালত নানাবিধ যুক্তি-তৰ্কৰ আৰু আবেগ আকাঙ্ক্ষাৰ ঢৌ উঠে, সেই আবেগ আকাঙ্ক্ষা-সমূহৰ যথাৰ্থতা বিচাৰ কৰি নাইবা তাৰ সামঞ্জস্য ৰক্ষা কৰি কবিয়ে তাক ভাষা, ছন্দ, অলঙ্কাৰ আৰু ৰসৰ মাজেৰে প্ৰকাশ কৰাৰ চেষ্টা কৰে। সেই প্ৰকাশৰ মাজেৰেই কবিৰ মনোৰাজ্যৰ অস্ফুট ভাৱৰাশিৰ স্ফুটৰূপ দেখিবলৈ পোৱা যায় অৰ্থাৎ কবিৰ

---

১ শকুন্তলা ১।২১

ভাবৰাশিৰ ছায়া কায়াত পৰিণত হয়। বাহ্যজগতৰ ৰূপ, ৰস, গন্ধ আদিয়ে কবিৰ ৰসপিপাসু মনত সৌন্দৰ্য্য সৃষ্টিৰ, আৰ্ট সৃষ্টিৰ সমল যোগায় অৰ্থাৎ কবিৰ মনত প্ৰপঞ্চ জগতৰ কায়াৰ ছায়া প্ৰতিভাত হয়। কবিৰ অপূৰ্ব্ব কল্পনাৰ যোগেদি সেই ছায়াই আকৌ কায়া গ্ৰহণ কৰি সাহিত্য বা ললিত-কলাত আত্মপ্ৰকাশ কৰে; সেই কায়াৰ বাস্তৱ সত্তা পৃথিৱীত বিচাৰিলে পোৱা নাযায়, সেই কায়াৰ জননী হ'ল কবিৰ স্বৰ্গীয় কল্পনা। **Will Durant**এ কয়:

All genius like all beauty all art derives its power ultimately from that same reservoir of creative energy which renews the rays perpetually and achieves the immortality of life ১

সেই কায়াৰ মাজেৰে ছায়াৰ সম্ভেদ পালেই পূৰ্ণ আনন্দ বিকশিত হয। সেই আনন্দ কেৱল অনুভৱৰেই বস্তু। ললিত-কলাৰ আনন্দদাযক গুণৰ নামেই সৌন্দৰ্য্য। সৌন্দৰ্য্যমূলক আনন্দ যে অন্বেষণজনিত, তাকো ইয়াৰপৰা অনুমান কৰিব পাৰি, সেইকাৰণে সৌন্দৰ্য্যক পৰিচয়মূলক জ্ঞানবিশেষ বুলিও ক'ব পাৰি। জ্ঞানমাত্ৰেই অনুভৱ সাপেক্ষ। অনুভৱৰ মাজত সদায় এটা অন্বেষণৰ বীজ নিহিত থাকে। এইদৰে বিচাৰ কৰিলে সৌন্দৰ্য্যক অন্বেষণমূলক জ্ঞানবিশেষ বুলিলেও অত্যুক্তি কৰা নহয়।

মহাকবি কালিদাসৰ পূৰ্ব্বোদ্ধৃত শ্লোকৰপৰা সৌন্দৰ্য্যমূলক আনন্দ যে অন্বেষণজনিত তাকো সুস্পষ্টভাৱে বুজা যায়। অনুসন্ধানশীল আত্মাতেই সৌন্দৰ্য্যৰ প্ৰকৃত ৰূপ প্ৰতিভাত হয়।

সৌন্দৰ্য্যবোধ সাধাৰণ জ্ঞানৰপৰা সম্পূৰ্ণ পৃথক। বৈজ্ঞানিক প্ৰণালীৰে যি সত্য বা জ্ঞান লাভ হয়, ঐতিহাসিক ঘটনাৰপৰা যি সত্য উদ্‌ঘাটন হয়, তাক যথাৰ্থ জ্ঞান বুলিব পাৰি; কিন্তু সৌন্দৰ্য্যবোধৰপৰা যি জ্ঞান জন্মে তাত কাৰ্য্যকৰী সত্যতা নাথাকিবও

১ The Mansions of Philosophy, p. 299.

পাৰে। সেইকাৰণে সৌন্দৰ্য্যক কোনো প্ৰয়োজন সাধন কৰা বুলি ক'ব নোৱাৰি, সেই দেখি কোনো কোনোৱে নিষ্প্ৰয়োজনৰ আনন্দকেই সৌন্দৰ্য্য বুলি অভিহিত কৰিছে। **Kant**অৰ মতে:

That is beautiful which pleases, which pleases all, which pleases without interest and without a concept and pleases necessarily. [১]

কিন্তু সাধাৰণ জ্ঞান যিদৰে অনুভৱৰপৰাই জন্মে, সৌন্দৰ্য্যবোধো সেইদৰে অনুভৱৰপৰাই অঙ্কুৰিত হয়।

সৌন্দৰ্য্যবোধ অহৈতুক নহয়, ইয়াৰ উৎপত্তিৰ বিশেষ কাৰণ আছে; সেই কাৰণ উপস্থিত হলেহে সৌন্দৰ্য্যবোধ জন্মে। অন্তৰৰ বাসনাৰ উদ্‌বোধ সৌন্দৰ্য্যবোধৰ অন্যতম কাৰণ। বাসনাৰ উদ্‌বোধ নহলে সৌন্দৰ্য্যৰ স্বাদ অনুভৱ কৰিব নোৱাৰি। সংস্কাৰৰ আন নাম হ'ল বাসনা। জন্মান্তৰীয সংস্কাৰৰ বলতেই মানুহে সৌন্দৰ্য্যৰ সৰ্ব্বোত্তম ৰূপ দেখে। বাসনাৰ অশৰীৰী ৰূপেই যেন ৰূপৰ মাজেৰে অভিব্যক্ত হৈ উঠে। মহাকবি কালিদাসে সৌন্দৰ্য্যোপলব্ধিত সংস্কাৰক এটা বিশেষ কাৰণ বুলি স্বীকাৰ কৰিছে; তেওঁৰ শকুন্তলা নাটকত আছে:

ৰম্যাণি বীক্ষ্য মধুৰাংশ্চ নিশম্য শব্দান্
পর্য্যুৎসুকো ভৱতি যৎসুখিতোঽপি জন্তুঃ।
তচ্চেতসা স্মৰতি নূনমবোধপূৰ্ব্বং
ভাৱস্থিৰাণি জননান্তৰসৌহৃদানি॥[২]

সুন্দৰ বস্তু দেখি নাইবা মধুৰ শব্দ শুনি সকলো প্ৰকাৰে সুখী হৈও মানুহ কেতিয়াবা হঠাতে ব্যাকুল হৈ পৰে, তাৰ কাৰণ প্ৰকাশ নোহোৱাকৈ থকা জন্মান্তৰীয় সৌহাৰ্দ্দ্য তেওঁৰ স্মৃতিপথত উপস্থিত হয়, এয়ে ব্যাকুলতাৰ কাৰণ।

---

১ What is Art—Tolstoy, p. 97.

২ শকুন্তলা ৫।২

সুন্দৰ বস্তু দৰ্শন আৰু সুমধুৰ গীত শ্ৰৱণেই অন্তৰৰ বাসনাৰ উদ্‌বোধৰ কাৰণ। এই উদ্‌বোধক-সামগ্ৰীক লক্ষ্য কৰি বাসনাত্মক আত্মাৰ যি পৰিচয় ঘটে, তাকেই সৌন্দৰ্য্য বুলি অভিহিত কৰিব পাৰি। গতিকে সৌন্দৰ্য্যানুভৱৰ প্ৰতি কিছুমান পুৰণি সংস্কাৰৰ প্ৰয়োজন স্বীকাৰ্য্য। সেই সংস্কাৰৰ উদ্‌বোধ হলে আমাৰ অনুসন্ধানাত্মক আত্মাত আনন্দৰ জন্ম হয়।

সৌন্দৰ্য্য প্ৰকৃতিৰ সত্যভূমিতে প্ৰতিষ্ঠিত বুলি পূৰ্ব্বেই উল্লেখ কৰি অহা হৈছে। প্ৰকৃতিক সত্য বুলি স্বীকাৰ নকৰিলে সৌন্দৰ্য্য সৃষ্টি অসাধ্য বা অসম্ভৱ। প্ৰকৃতিৰ অস্তিত্ব নাইবা প্ৰকৃতিৰ সৌন্দৰ্য্য সম্বন্ধে আন দেশৰ মনীষীসকলৰ মাজত মতভেদ থাকিলেও ভাৰতীয় দৃষ্টিত প্ৰকৃতি চিৰ-সত্য আৰু চিৰ-সুন্দৰ। এই বিশ্ব-প্ৰপঞ্চ প্ৰকৃতিৰে অংশ বিশেষ। ভগৱানৰ স্বপ্ৰকাশ চিৎ সত্তা বিশ্ব প্ৰকৃতিৰ অন্তৰে-বাহিৰে ওতপ্ৰোতভাৱে পৰিব্যাপ্ত আৰু সমভাৱে বিৰাজমান। এই ভগৱৎসত্তাই বিশ্ব প্ৰকৃতিৰ নিয়ন্তা। সেই এক অদ্বিতীয় ভগৱানৰ ইচ্ছাতে জগৎ প্ৰপঞ্চৰ আবিৰ্ভাৱ। শ্ৰুতিয়ে কৈছে—"যতো ৱা ইমানি ভূতানি জায়ন্তে, যেন জাতানি জীৱন্তি, যৎ প্ৰযন্ত্যভিসংৱিশন্তি, তদ্ ৱিজিজ্ঞাসস্ব, তদ্ ব্ৰহ্ম।"[১] অৰ্থাৎ যাৰপৰা এই সমুদায় জীৱজগৎ জন্মিছে, যাক আশ্ৰয় কৰি সকলো জীয়াই আছে আৰু অৱশেষত য'ত সকলো বিলীন হৈছে তেৱেঁই ব্ৰহ্ম। সেই কাৰণে বৈচিত্ৰ্যৰ মাজতো প্ৰকৃতিত এটা একত্ব প্ৰকাশৰ আকাঙ্ক্ষা চিৰ-প্ৰৱহমান।

ভগৱানৰ সন্ধান পাবলৈ হলে তেওঁৰ সত্তা সকলো বস্তুতে অনুভৱ কৰাৰ প্ৰয়োজন; সেই কাৰণে বিশ্ব-সৃষ্টিৰ সকলো বস্তুতে আপোন ভাব স্থাপন কৰিব নোৱাৰিলে সৌন্দৰ্য্যানুভৱ সম্ভৱপৰ নহয়। প্ৰকৃতিক বাদ দিলে মানুহৰ অন্তৰ্দ্দৃষ্টিৰ অভিব্যক্তি হোৱা সম্ভৱ নহয়। মানুহেৰে সৈতে বহিৰ্জগতৰ মিলনতেই সৌন্দৰ্য্যৰ

১ তৈত্তিৰীয়োপনিষৎ—৩।১।১

বিকাশ। অন্তৰৰ এই মিলনেই কবি বা শিল্পীক প্ৰেৰণা যোগায়। সেই প্ৰেৰণা যিমানেই প্ৰাণময় হৈ পৰিস্ফুট হয় সিমানেই কবিৰ কৃতিত্ব। অন্তৰৰ প্ৰেৰণাই সৌন্দৰ্য্য সৃষ্টিৰ মূল উৎস। যি অসত্য, প্ৰকৃতিত যাৰ প্ৰকাশ সম্ভৱ নহয়—সেই উপাদানেৰে কোনো দিনে কোনো শিল্পীৰে সৌন্দৰ্য্য সৃষ্টি সম্ভৱ নহয়। কবি বা শিল্পীয়ে এই বিশ্ব-প্ৰকৃতিক কোনো এক মহাশিল্পীৰ ৰচনা বুলি উপলব্ধি কৰে আৰু প্ৰকৃতিক তেওঁৰ মহিমান্বিত সৌন্দৰ্য্যৰ লীলাৰে পৰিব্যাপ্ত হৈ থকা দেখা পায়। এই প্ৰসঙ্গত Hegel-অৰ মত সম্বন্ধে Tolstoy-অৰ উক্তি উল্লেখযোগ্য:

According to Hegel, God manifests Himself in nature and in art in the form of beauty · God expresses Himself in two ways . in the objects and in the subjects in nature and in spirit. Beauty is the shining of the idea through matter Only the soul and what pertains to it is truly beautiful, and therefore the beauty of nature is only the reflection of the natural beauty of the spirit—the beautiful has only a spiritual content. But the spiritual must appear in sensuous form.[১]

সত্যদ্ৰষ্টা কবিয়ে প্ৰকৃতিৰ সৌন্দৰ্য্যক প্ৰাণত উপলব্ধি কৰে আৰু অন্তৰৰ অনুভূতিৰে তাক প্ৰকাশ কৰি সৌন্দৰ্য্যৰ প্ৰকৃষ্ট ৰূপ পাঠকৰ সম্মুখত দাঙি ধৰে। প্ৰকৃত পক্ষে কবিয়ে যি সৃষ্টি কৰে সি সেই এক অদ্বিতীয় মহাশিল্পীৰেই অন্যতম সৃষ্টি। সেই অন্তৰ্য্যামী পুৰুষেই যেন কবিৰ সৃষ্টিৰ মাধ্যমেৰে নিজৰ স্বৰূপ প্ৰকাশ কৰে। কবি সেই সৃষ্টিৰ নিমিত্ত মাথোন। অইন কি, কবিৰ ভাষা, ছন্দ, সুৰ, সঙ্গীতৰ ওপৰতো যেন নিজৰ কোনো অধিকাৰ নাই। সেই পৰম পুৰুষে যিভাবে অভিব্যক্তি বিচাৰে সেইভাৱেই যেন কবিৰ ভাবৰ ৰূপায়ণ ঘটে।

কবিৰ ভাব আৰু ভাষা স্বতঃপ্ৰণোদিত অনাহূত ৰূপতে যেন

১ What is Art—Tolstoy, p. 10.

দেখা দিয়ে আৰু এই অনাহূত ৰূপত কবি আপোন-পাহৰা হয়। সেই কাৰণে গেটেই আত্মপ্ৰকাশকেই সৌন্দৰ্য্য বুলি বৰ্ণনা কৰিছে।

ভগৱান প্ৰকৃতিৰ নিয়ন্তা আৰু অধিষ্ঠাতা। কবি আৰু শিল্পীৰ কলাক্ষেত্ৰ প্ৰকৃতি, গতিকে তেওঁলোকে প্ৰকৃতিক অতিক্ৰম কৰা অসম্ভৱ। ইয়াৰপৰা সত্য-স্বৰূপ ভগৱানেই যে তেওঁলোকৰ কলাৰ কেন্দ্ৰ সেই কথা বুজা যায়। ভগৱানৰ সত্তাক কবি বা শিল্পীয়ে কেতিয়াও উপেক্ষা কৰিব নোৱাৰে। সসীমৰ মাজেৰে অসীমৰ প্ৰকাশেই তেওঁলোকৰ পৰম লক্ষ্য। শিল্পী প্ৰকৃতিৰ ভাষ্যকাৰ।

**Shairp**-এ কয়:

The true end is to awaken men to the divine side of things, to bear witness to the beauty that clothes the outer world, the nobility that lies hidden, often obscured, in human souls, to call forth sympathy for neglected truths, for noble but oppressed persons, for downtrodden causes, and to make men feel that, through all outward beauty and all pure inward affection, God Himself is addressing to them. [১]

এই সম্বন্ধে Croce-এ কয়:

The beautiful is not a physical fact, beauty does not belong to things, it belongs to the human aesthetic activity, and this is a mental or spiritual fact [২]

আত্মগত দৃষ্টিকোণৰপৰাই এনেকুৱা সৌন্দৰ্য্যবোধৰ উৎপত্তি। সমস্ত দৃশ্যজগতত আধ্যাত্মিক সত্তাৰ প্ৰকাশেই ইয়াৰ প্ৰধান কাৰণ। সেই আধ্যাত্মিক-সত্তাৰ অনুভৱ নহলে সৌন্দৰ্য্যবোধ নহয়। মনেই হ'ল সেই অনুভৱৰ মূল; গতিকে মনৰ ভিতৰত সৌন্দৰ্য্যৰ স্থিতি; সৌন্দৰ্য্য কেৱল মানসিক বৃত্তি মাথোন।

---

১ Aspects of Poetry, p. 15.

২ Wildon Carr—Philosophy of Croce, p. 164.

ভগৱান যিদৰে সত্যৰ স্বৰূপ সেইদৰে তেওঁ মঙ্গলবো স্বৰূপ। ভগৱানৰ সত্যৰূপ প্ৰকৃতিত যিদৰে বিৰাজমান সেইদৰে তেওঁৰ মঙ্গল বা আনন্দৰূপো প্ৰকৃষ্টভাৱে প্ৰকৃতিত প্ৰতিফলিত। ভগৱানৰ সত্য-শিৱ-সুন্দৰ মূৰ্ত্তিয়েই কলাৰ প্ৰাণ। তেৱেঁই মানৱ জীৱনৰ পৰম আদৰ্শ। ভাৰতীয় সৌন্দৰ্য্যশাস্ত্ৰৰ বৈশিষ্ট্য সত্য-শিৱ-সুন্দৰক অভিন্নৰূপে দৰ্শন কৰা।

Ananda Coomaraswamy-এ কয়:

The lovers of God identify these absolute with Him (or It) and maintains that He can only be known as perfect Beauty, Love and Truth [১]

ভাৰতীয় দৃষ্টিত সৌন্দৰ্য্যবোধ সামঞ্জস্য-মূলক-বোধ হোৱাৰ ই অন্যতম কাৰণ। গ্ৰীক সাহিত্যতো অনুৰূপ দৃষ্টি দেখা যায়। Socratesৰ মতে Whatever is beautiful is for the same reason good.

Plato-এ কয়:

He who would proceed aright in this matter should begin to visit beautiful forms : soon he will perceive that the beauty of one form is akin to the beauty of another, and then, if beauty of form in general is his pursuit, how foolish would he be not to recognise that the beauty in every form is one and the same And, when he perceives this, he will become a lover of all beautiful forms, and next he will consider that the beauty of the mind is more honourable than the beauty of things onwards.

এই সম্বন্ধে Plotinus-এ কয়:

That which sees must be kindred and similar to its object, before it can see it. The eye never have beheld the sun, had

১ The Dance of Siva, p. 63.

it not become sun-like. The mind could never have perceived the beautiful, had it not first become beautiful itself. Every one must partake of the divine nature before he can discern the divinely beautiful

বিশ্বখনিকৰে তেওঁৰ সুন্দৰ মূৰ্ত্তিক প্ৰকৃতিৰ কেউপিনে প্ৰকাশ কৰি আছে; কবি আৰু শিল্পীয়ে সেই কথা গভীৰভাৱে অনুভৱ কৰি নিজৰ ৰচনাত এই সত্য প্ৰকাশ কৰিবলৈ বিচাৰে। কবিয়ে নিজে ভগৱানৰ সেই সত্য-শিৱ-সুন্দৰ মূৰ্ত্তিৰ উপলব্ধি কৰি জগৎ-বাসীক সেই সত্যৰ সন্ধান দিবলৈ প্ৰযাস কৰে সৌন্দৰ্য্যোপভোগৰ মাজেৰে। কবিৰ মনত বাহিৰৰ ৰূপ আৰু ভিতৰৰ আত্মা এক সত্যৰে দুটা অভিব্যক্ত ৰূপ। কবিয়ে বাহিৰ আৰু ভিতৰ দুয়োকে একে দেখে আৰু তাক পূৰ্ণভাৱেই দেখে। বাহ্যিক ৰূপক ঈশ্বৰীয় প্ৰকাশেৰে আলোকিত যেন অনুভৱ কৰে; কবিৰ দিব্য অনুভূতিয়ে বাহ্য আৰু অভ্যন্তৰ উভয়কে সমানভাৱে সজীৱ আৰু পুলকিত কৰি তোলে। সেই কাৰণে বাহ্য ৰূপ ইমান সুন্দৰ। সুন্দৰৰ অভিব্যক্তিয়েই শিল্পীৰ আনন্দ; সেই আনন্দ বিশুদ্ধ আৰু বিমুক্ত। কবিৰ উদ্দেশ্য পাঠক-হৃদয়ত নিৰৱচ্ছিন্ন, অনৱদ্য আনন্দ বিতৰণ কৰা। সেই পৱিত্ৰ আনন্দ জাগতিক বিষয়জনিত আনন্দতকৈ ওখ থাপৰ।

ভাৰতীয় দৰ্শন শাস্ত্ৰত আনন্দৰ যি স্থান সৌন্দৰ্য্য বা অলঙ্কাৰ-শাস্ত্ৰতো আনন্দৰ একে স্থান। শ্ৰুতিয়ে কৈছে, "আনন্দো ব্ৰহ্মেতি ব্যজনাৎ। আনন্দাদ্ধ্যেৱ খলু ইমানি ভূতানি জায়ন্তে। আনন্দেন জাতানি জীৱন্তি। আনন্দং প্ৰযন্ত্যভিসংৱিশন্তি।"[১]

আনন্দই ব্ৰহ্ম, কাৰণ আনন্দৰপৰাই এই সমুদায় প্ৰাণীবৰ্গৰ উৎপত্তি হয়; উৎপন্ন হৈ আনন্দেৰেই বৰ্দ্ধিত হয় আৰু বিনাশ কালত আনন্দৰ অভিমুখে গমন কৰি আনন্দতেই বিলীন হয়।

---

১ তৈত্তিৰীয়োপনিষৎ ৩।৬।১

ভগৱানৰ আনন্দৰূপ প্ৰকৃতিৰ মাজত সম্পূৰ্ণভাৱে পৰিস্ফুট। এই আনন্দ-তত্ত্বৰ অনুসন্ধানেই সৌন্দৰ্য্য-দৰ্শনৰ এটা বিশেষ অভিপ্ৰায়। আনন্দৰ মাজেৰেই নিৰৱচ্ছিন্ন সুখ উপস্থিত হয়। মঙ্গল ভাৱৰ উদয় নহলে নিৰৱচ্ছিন্ন সুখ উদয় হব নোৱাৰে। কবিৰ উদ্দেশ্য জগতত মঙ্গলভাৱ প্ৰতিষ্ঠা কৰা। হেগেলে কয়, মঙ্গলৰ সুখময় অভিব্যক্তিযেই সৌন্দৰ্য্য। জগতক উন্নতিৰ পথত আগ বঢ়াবলৈ হলে মঙ্গলভাৱৰ একান্ত প্ৰয়োজন। বিশ্বকবি ৰবীন্দ্ৰনাথে কৈছে ঃ

মঙ্গলের সঙ্গেই সৌন্দর্যের, বিষ্ণুর সঙ্গেই লক্ষ্মীর মিলন পূর্ণ। সকল সভ্যতার মধ্যেই এই ভাবটি প্রচ্ছন্ন আছে।[১]

কবিয়ে আকৌ কৈছে ঃ

যথার্থ যে মঙ্গল তাহা আমাদের প্রয়োজন সাধন করে এবং তাহা সুন্দর ···কবিরা মঙ্গলকে তাহার অনির্বচনীয় সৌন্দর্য-মূর্তিত লোকের কাছে প্রকাশ করিয়া থাকেন।[২]

সৌন্দৰ্য্য আৰু আনন্দৰ সম্বন্ধ অতি ঘনিষ্ঠ। এই আনন্দ সাধাৰণ প্ৰযোজন সিদ্ধিৰ আনন্দতকৈ পৃথক্। কিয়নো প্ৰয়োজন নোহোৱাকৈয়ে সৌন্দৰ্য্যৰপৰা আনন্দ জন্মে। এই আনন্দৰ ভিতৰত চোৱাৰ কোনো তৃপ্তি নাই, আছে কেৱল উপলব্ধিৰ আনন্দ। মানুহে সুন্দৰ বস্তু সুন্দৰ চিত্ৰ চাবলৈ অভিলাস কৰে, সুন্দৰ গান শুনিবলৈ হাবিলাষ কৰে, সুন্দৰ স্বাদ লবলৈ আকাঙ্ক্ষা কৰে; মানুহৰ এই সাধাৰণ কামনা সৌন্দৰ্য্যৰ বহিৰঙ্গ মাথোন। কিয়নো এই সাধাৰণ দেখা বা শুনাই কেৱল তৃপ্তিকেই দিয়ে; কিন্তু এই তৃপ্তিদায়ক সৌন্দৰ্য্য দৰ্শনেই ক্ৰমে ক্ৰমে পূৰ্ণ আনন্দৰ ৰূপ লয়। চিত্ৰ ভাস্কৰ্য্যই চকুৰ আনন্দ দিয়ে, সঙ্গীতে কাণৰ আনন্দ দিয়ে, কবিতাই হৃদয়ৰ আনন্দ বহন কৰে। চিত্ৰ ভাস্কৰ্য্যৰ

১ সাহিত্য পৃঃ—৪৯

২ সাহিত্য পৃঃ—৪২-৪৩

আনন্দৰূপৰ কবিতাৰ আনন্দক পৃথক কৰিবলৈ কবিতাক বাহন দিয়া হৈছে শব্দৰ। এই শব্দাত্মক বাহনৰ মাধ্যমেৰেই যুগ-যুগান্তৰৰ কবিৰ বাণীয়ে চিৰ জাগ্ৰত হৈ মানৱ হৃদয়ক অপাৰ আনন্দত নিমগ্ন কৰি ৰাখিছে।

Basil Worsfold-এ কয়:

Poetry, then, of all the arts has the least material basis But the mental aspect of the facts of the life and the scenes of external nature, which are thus presented by the ideas, or combination of ideas, of which these words are the symbols, is all important Poetry speaks directly to the mind . for ideas, or mental pictures, are the rough material of the poet, and no medium is so powerful to affect the imagination as language.

ভাৰতৰ প্ৰাচীন আলঙ্কাৰিক দণ্ডীয়ে শব্দকেই কাব্যৰ শৰীৰ বুলি কৈছে "শৰীৰং তাৱদিষ্টাৰ্থব্যৱচ্ছিন্না পদাৱলী"। শব্দক বাদ দিলে অৰূপী আত্মাৰ দৰে কবিতা চিৰ-অপৰিচিতা হ'লহেঁতেন। শব্দৰ মাজেৰেই কবিত্ব শক্তিৰ প্ৰকাশ, কবি-হৃদয়ৰ পৰিচয়, আলঙ্কাৰিক স্বভাৱতকৈও প্ৰকাশ-ধৰ্ম্মই শব্দৰ শ্ৰেষ্ঠ সম্পদ্।

Croce-এ কৈছে:

Thought, musical fancy, pictorial image, did not indeed exist without expression, they did not exist at all, previous to the formation of this expressive state of the spirit. To believe in their pre-existence is simplicity, if it be simple to have faith in those impotent poet, painters, musicians, who always have their heads full of poetic, pictorial, and musical creation, and only fail to translate them into external form, either because, as they say, they are impatient of expression, or because technique is not sufficiently advanced to afford sufficient means for their expression.

---

১ Judgment in Literature, p. 10.

প্ৰকাশৰ অৰ্থই হৈছে আনৰ আগত ব্যক্ত কৰা। ব্যক্তিগত ভাৱৰ প্ৰকাশে আনক মুগ্ধ কৰিব নোৱাৰে। সাৰ্ব্বজনীন ভাৱেই ৰসাৰ্থী পাঠকৰ মন আকৰ্ষণ কৰে আৰু প্ৰকাশ-ভঙ্গীৰ ওপৰতে শিল্পীৰ মৌলিকতা ফুটি উঠে।

কোনো শিল্পীয়ে এগৰাকী তিৰোতা আৰু এটা শিশুৰ চিত্ৰ আঁকি 'সীতাই পুতেকক মৰম কৰিছে' বুলি তলত লিখি দিলে সেই চিত্ৰই আমাৰ মন সমধিকভাৱে মুগ্ধ কৰিব নোৱাৰিব; কিয়নো সি মাথোন ব্যক্তিগত স্নেহৰ চিত্ৰ। আনহাতে সেই চিত্ৰখনৰ তলত 'স্নেহময়ী জননী মূৰ্ত্তি' বুলি লিখি দিলে সেই চিত্ৰই আমাক বিশেষভাৱে মুগ্ধ কৰিব কিয়নো সেই ক্ষেত্ৰত সেই প্ৰতিকৃতিয়ে ব্যক্তিগত ভাবক অতিক্ৰম কৰি সাৰ্ব্বজনীন ভাৱৰ ৰূপ লৈছে; আৰু সেই কাৰণে আমি সকলোৱে সেই জননী মূৰ্ত্তিৰ অন্তৰৰ সৌন্দৰ্য্যত মুগ্ধ হওঁ। তাত স্নেহভাৱৰ ঠাইত বাৎসল্য ৰসৰ উদ্ৰেক হৈছে।

এই ৰসেই হ'ল সৌন্দৰ্য্য শাস্ত্ৰৰ আন এটি উল্লেখযোগ্য তত্ত্ব। ভাৰতীয় দৰ্শন-শাস্ত্ৰত আনন্দ আৰু ৰসৰ স্বৰূপ উপলব্ধিৰ যি বিচাৰ বিশ্লেষণ দেখা যায়, সেইদৰে সৌন্দৰ্য্য-শাস্ত্ৰতো আনন্দ আৰু ৰসৰ স্বৰূপ উপলব্ধিৰ কাৰণে সমান পৰ্য্যালোচনা পৰিলক্ষিত হয়। দৰ্শন-শাস্ত্ৰত আনন্দ আৰু ৰসৰ যি স্থান আৰু আদৰ, সৌন্দৰ্য্য-শাস্ত্ৰতো উভয়ৰে সমান স্থান আৰু সমান সমাদৰ। গতিকে ভাৰতত আনন্দ আৰু ৰসৰ উপলব্ধি যে অকল দাৰ্শনিক দৃষ্টিভঙ্গীৰপৰাই অনুষ্ঠিত হৈছে এনে নহয়, সৌন্দৰ্য্যানুভৱৰ মাজেৰেও সেই আনন্দ আৰু ৰসৰ উপলব্ধি সুগম আৰু সুলভ হৈ উঠিছে।

ভাৰতীয় কলাকৃতিত সাহিত্যৰ সাধনাক চতুৰ্ব্বৰ্গ-ফলপ্ৰদায়িনী বুলি কোৱা হৈছে। বেদ-বেদান্তৰ পথ দুৰ্গম আৰু দুষ্কৰ; সাহিত্যৰ পথ সুগম আৰু সহজ। তপস্যাৰ পথ কঠোৰ; সাহিত্যৰ পথ

সৌন্দৰ্য্যমণ্ডিত। পুৰাণ শাস্ত্ৰত কাব্যালাপক বিষ্ণুৰ অংশ বুলি সাহিত্যক মহিমান্বিত কৰা হৈছে।[1]

শ্ৰুতিত আছে :

তদ্ যথা প্ৰিয়য়া স্ত্ৰিয়া সংপৰিষ্বক্তো ন বাহ্যং
কিঞ্চন বেদ নান্তৰম,
এৱমেৱায়ং পুৰুষঃ প্ৰাজ্ঞেনাত্মনা সংপৰিষ্বক্তো
ন বাহ্যং কিঞ্চন বেদ নান্তৰং
তদ্বা অস্যৈতদাপ্তকামমাত্মকামমকামং ৰূপং শোকান্তৰম্।[2]

প্ৰিয়পত্নীৰ আলিঙ্গনত পুৰুষে যি দৰে বাহিৰ বা ভিতৰত কোনো বিষয় জানিব নোৱাৰে, ঠিক সেইদৰে এই আত্মায়ো পৰমাত্মাৰে সৈতে মিলিত হৈ বাহিৰ বা ভিতৰৰ কোনো বিষয়কেই জানিব নোৱাৰে।

এই একান্বিত তত্ত্বই আন্তৰ বাহ্য ভেদ কৰি পৰম সুন্দৰৰ ৰূপতেই সৌন্দৰ্য্যক প্ৰতিষ্ঠা কৰিছে। দৰ্শন-শাস্ত্ৰত আত্মতত্ত্ব উপলব্ধিৰ কাৰণে যিদৰে মতভেদ হৈছে ৰসতত্ত্ব উপলব্ধিৰ কাৰণেও সেইদৰে বিভিন্ন মতৰ সৃষ্টি হৈছে। ভাৰতীয় অলঙ্কাৰ-শাস্ত্ৰত সৰ্ব্বপ্ৰথম ৰসাচাৰ্য্য ভৰত মুনিয়ে ৰসৰ বিষয়ে আলোচনা কৰে।

"ৱিভাৱানুভাৱৱ্যভিচাৰি-সংযোগাদ্ৰসনিষ্পত্তিঃ"—এয়ে ৰসাচাৰ্য্য ভৰতৰ ৰসসূত্ৰ। কিন্তু এই সূত্ৰৰ 'সংযোগ' আৰু 'নিষ্পত্তি' এই দুটা পদৰ ব্যাখ্যালৈ ৰস সম্বন্ধে নানা মতৰ সৃষ্টি হৈছে। সংযোগ শব্দই কি বুজায় আৰু নিষ্পত্তি শব্দৰেই বা অভিপ্ৰায় কি এই দুটাতে ঘাইকৈ মতভেদ। সেই বিষয়ে বিস্তৃত সমালোচনা কৰা

---

১ "চতুৰ্বৰ্গফলপ্ৰাপ্তিঃ সুখাদল্পধিয়ামপি।
কাব্যাদেৱ ..........." সাহিত্যদৰ্পণ।
"কাব্যালাপাশ্চ যে কেচিদ্গীতকান্যখিলানি চ।
শব্দমূৰ্ত্তিধৰস্যৈতে ৱিষ্ণোৰংশা মহাত্মনঃ॥"—বিষ্ণুপুৰাণ

২ বৃহদাৰণ্যকোপনিষৎ ৪।৩।২১

ইয়াত সম্ভৱপৰ নহয়। কিন্তু এইখিনি কব পাৰি যে বিভাৱ[১], অনুভাৱ[২] আৰু ব্যভিচাৰী ভাৱ[৩] ইয়াৰ কোনোটোৱেই ৰস নহয়।

কিন্তু এইবোৰ নহলে ৰসৰ সৃষ্টিও নহয়; এই সামগ্ৰীৰ সহায়ত হে ৰসৰ আবিৰ্ভাৱ বা অভিব্যক্তি হয় যেনেকৈ এগিলাচ পানীত পৰিমিতভাৱে চেনি, মিছিৰি, নেমু আৰু নিমখ দি যদি এগিলাচ ছৰবৎ তৈয়াৰ কৰি খোৱা যায় তেতিয়া আমাৰ এই ছৰবতৰ এটা অখণ্ড স্বাদ অনুভৱ হয়। ছৰবত খাই এইখিনি চেনিৰ স্বাদ, এইখিনি মিছিৰিৰ স্বাদ, এইখিনি নেমুৰ স্বাদ, এইদৰে পৃথক্ পৃথক্-ভাৱে অনুভৱ কৰিব নোৱাৰি, কিন্তু এইবোৰৰ এটা সামূহিক বা সমষ্টিগত স্বাদহে পোৱা যায়। ইয়াত বস্তুতঃ চেনিও ছৰবত নহয়, মিছিৰিও ছৰবত নহয়, নেমুও নহয়, এইবোৰ ছৰবতৰ উপাদান মাথোন। এইবোৰ নহলে এনেধৰণৰ ছৰবৎ তৈয়াৰ নহয়। সেইদৰে বিভাৱ, অনুভাৱ বা ব্যভিচাৰী ভাৱ ইয়াৰ কোনোটোৱেই ৰস

---

১ লৌকিক জগতত যি ৰতি প্ৰভৃতি ভাৱৰ উদ্বোধক, আলঙ্কাৰিক দৃষ্টিভঙ্গীত অথবা কাব্য নাইবা নাটকত তাক বিভাব বোলা হয়। "ৰত্যাদ্যুদ্বোধকা লোকে, ৱিভাৱাঃ কাব্যনাট্যযোঃ।"

২ মনত ভাৱ উদ্বুদ্ধ হলে, যিবিলাক স্বাভাৱিক বিকাৰ আৰু উপাযেৰে সি বাহিৰত প্ৰকাশ হয়, ভাৱৰূপ কাৰণৰ সেই সকলো লৌকিক কাৰ্য্যকে কাব্য বা নাটকত অনুভাৱ বোলা হয।

উদ্বুদ্ধং কাৰণৈঃ স্বৈঃ স্বৈৰ্বহিৰ্ভাৱং প্ৰকাশয়ন্।
লোকে যঃ কাৰ্য্যৰূপঃ সোঽনুভাৱঃ কাব্যনাট্যযোঃ।

৩ আলঙ্কাৰিকসকলৰ মতে এই সকলো ভাৱে মনত সতন্ত্ৰভাৱে অৱস্থান নকৰে, কোনো নহয় কোনো স্থায়ী ভাৱৰ সম্পৰ্কতেই মনত যাতায়াত কৰে আৰু সেই স্থায়ী ভাৱৰ পিনে মনক চালিত কৰে। এই কাৰণে এইবিলাকৰ নাম ব্যভিচাৰীভাৱ।

স্থিৰতয়া ৱৰ্ত্তমানে হি ৰত্যাদৌ নিৰ্ব্বেদাদয়ঃ প্ৰাদুৰ্ভাৱতিৰোভাৱা-ভ্যামাভিমুখ্যেন চৰণাদ্ব্যভিচাৰিণঃ কথ্যন্তে।

নহয়; তথাপি ইয়াৰ কোনো এটাৰ অভাৱত ৰসৰ আবিৰ্ভাৱো নহয়। এইটো মন কৰিব লগীয়া কথা যে ছৰবতৰ আস্বাদ বিশ্লেষণ কৰিবলৈ গলে যিদৰে ছৰবতৰ স্বাদ নাইকিয়া হয় সেইদৰে কবিতাৰ ৰস উন্মুক্ত কৰিবলৈ বিচাৰিলে সেই ৰসে কবিতাৰ অলঙ্কাৰত আত্মগোপন কৰে।

আস্বাদনমাত্ৰেই অনুভূতিৰ বস্তু। অনুভূতি মাত্ৰেই অন্তৰিন্দ্ৰিয়-গ্ৰাহ্য নাইবা মানসিক ক্ৰিয়াবিশেষ। ৰসাস্বাদ অনুভূতিমূলক হোৱাত ইয়াক অন্তৰিন্দ্ৰিয়ৰ দ্বাৰা হে গ্ৰহণ কৰিব পাৰি আৰু সেই কাৰণেই ই কেৱল অন্তৰ বা হৃদয়ৰ আনন্দকেই পৰিৱহন কৰে। ছৰবতৰ যি আস্বাদন সি বহিৰিন্দ্ৰিয়মূলক; কিয়নো, ই প্ৰধানকৈ ৰসনাৰ অৰ্থাৎ জিভাৰ আনন্দকেই দিয়ে; গতিকে এই ৰস স্থূল। প্ৰকৃতপক্ষে ৰস অতীন্দ্ৰিয় পদাৰ্থ; গতিকে ৰসানুভূতি সূক্ষ্ম আৰু এই ৰসানুভূতিৰপৰা ওপজা আনন্দ আৰু সূক্ষ্ম। গতিকে শিল্প-কলাৰ মাজেৰে যি ৰসানুভূতি জন্মে সেই ৰসানুভূতিয়েই প্ৰকৃষ্ট আনন্দ দিয়ে। এই আনন্দানুভৱেই জীৱনক নতুন পোহৰেৰে উদ্দীপ্ত কৰি তোলে। আনন্দবৰ্দ্ধনে কৈছে:

দৃষ্টপূৰ্ব্বা অপি হ্যৰ্থাঃ কাব্যে ৰসপৰিগ্ৰহাৎ।
সৰ্ব্বে নৱা ইৱাভান্তি মধুমাস ইৱ দ্ৰুমাঃ।[১]

পুৰণিকলীয়া গছ বসন্তত নতুন মনোহৰ আৰু সেউজীয়া পাতেৰে স্নিগ্ধ হৈ উঠাৰ দৰে পুৰণি পৰিচিত বস্তুও কাব্যৰসৰ পৰশত সুষমামণ্ডিত হৈ উঠে।

ৰস অনুভূতিৰ বস্তু, সেই কাৰণে ৰস আস্বাদন কৰিব নোৱাৰি; কিন্তু এই আস্বাদনেই ৰস। ৰসৰ আস্বাদন এইদৰে ব্যৱহাৰ কৰা সময়ত ৰস আৰু আস্বাদনৰ মাজত এটা কাল্পনিক ভেদ স্বীকাৰ কৰা হয় (ৰসঃ স্বাদ্যতে ইতি কাল্পনিকঃ ভেদঃ—সাহিত্যদৰ্পণ)। অভিনৱগুপ্তৰ মতে ৰসৰ অভিব্যক্তি হে সম্ভৱ। সাধাৰণতে যদিও

১ ধ্বন্যালোক ৪।৪

ভাত পাক হৈছে বুলি কোৱা হয় তথাপি পাকৰ যি ফল তাৰেই নাম হৈছে ভাত ( ওদনং পচতীতিৱদ্ব্যৱহাৰঃ প্ৰতীয়মান এৱ হি ৰসঃ—অভিনৱগুপ্ত )।

পূৰ্ব্বেই উল্লেখ কৰি অহা হৈছে যে ৰস এটা মানসিক ক্ৰিয়া। ৰসৰ মানসিক উপাদান হৈছে মনৰ ভাৱ। মনৰ এই ভাৱসমূহ অৰূপী অৱস্থাত অন্তৰত লীন হৈ থাকে। মনোৰাজ্যৰ এই অৰূপী ভাৱকেই কবি বা শিল্পীয়ে বহিৰ্জগতৰ সামগ্ৰীৰ আলম লৈ ৰূপ দিয়ে। ৰস নিষ্পত্তিৰ কাৰণে বাহ্যিক অবলম্বন অপৰিহাৰ্য্য। বাহ্যিক উপাদানৰ সহায়ত মনৰ ভাৱ ৰূপান্তৰিত হৈ ৰসত পৰিণত হয়। অকল ভাৱেই ৰস নহয়, আৰু মানুহৰ মনত যি এই ভাৱৰ জন্ম দিয়ে সিও কাব্য নহয়। একমাত্ৰ সন্তান হেৰুৱাই আৰ্ত্তনাদ কৰিলেও বিধৱাৰ সেই 'শোক' সেই বিধৱাৰ ওচৰত কৰুণ ৰস ৰূপে আবিৰ্ভাৱ নহয়; নাইবা সন্তানৰ মৃত্যুৱেই কাব্য নহয়। কিন্তু সাহিত্যিকে অলৌকিক প্ৰতিভাৰে যেতিয়া সেই লৌকিক শোক আৰু তাৰ লৌকিক কাৰণৰ এটি অলৌকিক চিত্ৰ সহৃদয় পাঠকৰ সন্মুখত দাঙি ধৰে তেতিয়াই পাঠকৰ মনত ৰসৰ সঞ্চাৰ হয়। এই ৰসৰ নামেই কৰুণ ৰস। সহৃদয়ৰ অন্তৰত ৰস সঞ্চাৰেই কবি-প্ৰতিভাৰ অলৌকিকত্বৰ মূল উৎস। এই সম্বন্ধে Clive Bellএ কয়:

I have no right to consider anything a work of art to which I cannot react emotionally, .... The critic can affect my aesthetic theories only by affecting my aesthetic experience. All system of aesthetics must be based on personal experience, that is to say, they must be subjective.

Art ,.p. 9

আকৌ:

It must be replied that any system of aesthetics which

pretends to be based on some objective truth is so palpably ridiculous as not to be worth discussing.

Art , p. 8

এই প্ৰসঙ্গত W. Knightৰ উক্তিও উল্লেখযোগ্য:

It is in this act of universalising our experience that we transcend the subject and phenomenal sphere. At first all is subjective and phenomenal.

Philosophy of the Beautiful, p. 59

মানৱ হৃদয় অনন্ত ভাৱ-প্ৰৱাহেৰে ভৰপূৰ হলেও আলঙ্কাৰিকে ইয়াৰ ভিতৰত ঘাইকৈ নটা ভাৱকেই স্বীকাৰ কৰিছে। এই নটা ভাৱ হৈছে—ৰতি, হাস্য, শোক, ক্ৰোধ, উৎসাহ, ভয়, জুগুপ্সা, বিস্ময় আৰু শম। অলঙ্কাৰ শাস্ত্ৰত এই নটা ভাৱ স্থায়ী ভাৱ নামে পৰিচিত। এই স্থায়ী ভাৱসমূহেই ৰসানুভূতিৰ আন্তৰ উপাদান। এই ভাৱসমূহ বাসনা বা সংস্কাৰৰূপে মানুহৰ অন্তৰত থাকে। বাসনাহীন হৈ এই জগতত কোনোৱে জন্ম গ্ৰহণ নকৰে। বাসনা বা সংস্কাৰ কি এই সম্বন্ধে কালিদাস আৰু আধ্যাত্মিক চিন্তা বিষয়ক প্ৰবন্ধত বিশেষভাৱে আলোচনা কৰা হৈছে।

ন-বিধ স্থায়ী ভাৱৰ অনুৰূপ শৃঙ্গাৰ, হাস্য, করুণ, ৰৌদ্ৰ, বীৰ, ভয়ানক, বীভৎস, অদ্ভুত আৰু শান্ত এই ন প্ৰকাৰ ৰসবোধ হয়।

ৰসোপলব্ধিৰ কাৰণে বিভাৱ আৰু অনুভাৱ বাহ্য উপাদান আৰু ব্যভিচাৰী আৰু স্থায়ীভাৱ আন্তৰ উপাদান। এই আটাইবোৰ ভাৱেই সহৃদয়ৰ অন্তৰকে আশ্ৰয় কৰি থাকে, কিয়নো সহৃদয় ব্যক্তিয়েহে ৰস অনুভৱ কৰে। বিভাৱাদিৰ সহায়ত অন্তৰত বাসনাৰূপে অৱস্থান কৰা স্থায়ী ভাৱৰ উদ্ৰেক হয়। স্থায়ী ভাৱৰ উদ্ৰেক হলেই সহৃদয়ৰ অন্তৰত ৰসানুভৱ হয়। গতিকে কোনো বিশেষ ৰসানুভৱৰ প্ৰতি সেই ৰসৰ পৰিপোষক স্থায়ী ভাৱৰ উদ্ৰেকৰ প্ৰয়োজন। সহৃদয়ৰ অন্তৰত ৰতিভাৱ সংস্কাৰৰূপে আছে বুলিয়েই নায়ক-নায়িকাৰ প্ৰেমালিঙ্গন বা মধুৰ ভাষণে তেওঁলোকৰ

মনত শৃঙ্গাৰ ৰসৰ সঞ্চাৰ কৰিব পাৰে। অভিনয় দৰ্শন অথবা কাব্য পাঠ কৰিলে বিভাৱাদি বাহ্য আৰু স্থায়ী প্ৰভৃতি আন্তৰ কাৰণ সমূহৰ এটা ৰাসায়নিক সম্মিলন হয়; সেই সম্মিলিতভাৱৰ-পৰাই ৰসৰ অভিব্যক্তি হয়। ৰঙ্গমঞ্চৰ অভিনয়ে যিদৰে সহৃদয়ৰ অন্তৰত ৰস সঞ্চাৰ কৰে সেইদৰে অকল কাব্য পাঠেও সমানভাৱে ৰসাভিব্যক্তি কৰে; কিন্তু পাৰ্থক্য এই যে অভিনয়ত চাক্ষুষ-প্ৰত্যক্ষ হয়, কিন্তু কাব্য পাঠত শব্দ প্ৰত্যক্ষ হয়। সহৃদয় ব্যক্তিয়ে ৰঙ্গমঞ্চত অভিনয় দৰ্শন নকৰি অকল নাটক পাঠ কৰিও অভিনীত বিষয়ৰ মানস-প্ৰত্যক্ষ কৰিব পাৰে; কিয়নো তেওঁলোকৰ চিত্ত-ৰঙ্গমঞ্চত অভিনীত বিষয়সমূহ শব্দৰ মাধ্যমেৰে উদ্ভাসিত হয়। শব্দৰ এই মাহাত্ম্যক লক্ষ্য কৰি দাৰ্শনিক ব্যাকৰণাচাৰ্য্যই কৈছে:

শব্দোপহিতৰূপাংস্তান্ বুদ্ধেৰ্বিষয়তাং গতান্।
প্ৰত্যক্ষানিব কংসাদীন্ সাধনত্বেন মন্যতে॥

'কংসবধ' নাটকৰ অভিনয় চাই যিদৰে কংসবধৰ চাক্ষুষ-প্ৰত্যক্ষ হয় সেইদৰে কংসবধ নাটকখন পঢ়িলেও কংস প্ৰভৃতি শব্দই নিজ নিজ অলৌকিক মহিমাৰ দ্বাৰা অভিনয় বা ৰঙ্গমঞ্চৰ আলম নোলোৱাকৈয়ে সহৃদয়ৰ চিত্তত নিজ নিজ অৰ্থৰ প্ৰতিবিম্ব প্ৰতি-ফলিত কৰে। কংসবধ নাটক পাঠ কৰাৰ লগে লগে পাঠকৰ মানস পটত এটাৰ পিছত আন এটা চিত্ৰ উদ্ভাসিত হৈ উঠে তাৰ কাৰণ মূলতঃ শব্দই। ইয়াৰপৰা অনুমান কৰিব পাৰি যে ৰসবোধৰ প্ৰতি বিভাৱ আৰু অনুভাৱক যে বাহ্য কাৰণ হিচাপে ধৰা হৈছে প্ৰকৃতপক্ষে দাৰ্শনিক দৃষ্টি-ভঙ্গীৰপৰা চালে সেই-বিলাক বাহ্য উপকৰণ নহয়; এই সকলোবোৰেই সহৃদয় কৱিৰ শব্দজালেৰে সৃষ্ট মানস পদাৰ্থ মাত্ৰ। সেই কাৰণেই ৰস কেৱল মানস অনুভূতিতেই পৰিসমাপ্ত; 'সহৃদয়হৃদয়সংবাদী' ৰসিক মনৰ বাহিৰে আনে ৰসৰ অমৃতময় লোকত প্ৰৱেশ কৰিব নোৱাৰে।

বিভাৱাদিৰ যদি বাহ্য অস্তিত্ব স্বীকাৰ কৰা নহয়, আৰু সেইবোৰ

যদি সঁচাকৈয়ে অন্তৰবেই ধৰ্ম্ম, তেনেহলে কিয় আমি সকলোৱে, সকলো সময়তে, সকলো অৱস্থাতে ৰস অনুভৱ কৰিব নোৱাৰোঁ? অৱশ্যে এই সন্দেহ জন্মা স্বাভাৱিক; কিন্তু ইয়াৰ উত্তৰত কব লাগিব যে যেতিয়ালৈকে আমাৰ অন্তৰৰ অজ্ঞান আৱৰণ আঁতৰ নহয় তেতিয়ালৈকে আমাৰ ৰসানুভূতি নহয়। অন্তৰৰ ভাৱসমূহ বাসনা বা সংস্কাৰৰূপে নিহিত থাকিলেও সেইবোৰ অজ্ঞানৰ দ্বাৰা আবৃত হৈ থাকে। তুঁহৰ ছাইৰ তলত জুই থাকিলেও সহজে নেদেখি; কিন্তু বতাহে সেই ছাই আঁতৰ কৰিলে জুয়ে দেখা দিয়ে। জুইৰ আৱৰণ ছাই আঁতৰ কৰিলেই জুই দেখি। মানুহৰ সংস্কাৰসমূহো অজ্ঞানৰ আৱৰণেৰে আবৃত থাকে। এই অজ্ঞানৰ কাৰণেই আমি আমাৰ আনন্দস্বৰূপ, সুখস্বৰূপ নাইবা ৰসস্বৰূপ আত্মাৰ উপলব্ধি কৰিব নোৱাৰোঁ। অজ্ঞান আৱৰণ দূৰ হলে আত্মাৰ স্বৰূপ প্ৰকাশ হয়। ৰস-গঙ্গাধৰত জগন্নাথ পণ্ডিতে কয়:

ভগ্নাৱৰণচিদ্বিশিষ্টো ৰত্যাদি স্থায়িভাৱো ৰসঃ।
ৰত্যাদৱচ্ছিন্না ভগ্নাৱৰণা চিদেৱ ৰসঃ॥

ৰস চৈতন্যৰ জ্যোতিৰ্ম্ময় প্ৰকাশ আৰু এই প্ৰকাশৰ আৱৰণ আঁতৰ হলে ৰতি প্ৰভৃতি ভাৱৰ মাজেৰে চৈতন্যৰ আনন্দস্বৰূপ প্ৰকাশ হয়। আন কথাৰে কবলৈ গলে আত্মচৈতন্যৰ স্ফুৰণ হলে অন্তৰত লীন হৈ থকা ৰতি প্ৰভৃতি স্থায়ীভাৱ প্ৰকাশিত হৈ ৰসত পৰিণত হয়।

জাগতিক দুঃখ-দৈন্য, ঘাত-প্ৰতিঘাতে আত্মাৰ এই সচ্চিদানন্দ ৰূপ আবৃত কৰি ৰাখে। ৰসানুভূতিৰ সামগ্ৰীয়ে আনন্দাৱৰণ ভঙ্গ কৰে। তেতিয়া চৈতন্যৰ জ্যোতিৰ্ম্ময় প্ৰকাশে সহৃদয়ৰ অন্তৰত আনন্দৰ ৰেঙণি পেলায়। মানুহৰ অন্তৰত ৰস পল্লৱৰূপে চিৰবিৰাজমান আৰু সামগ্ৰীৰ সহায়ত ই শতদল পদ্মৰ দৰে বিকশিত হয়। গতিকে ৰসানুভৱজনিত আনন্দ দুঃখ-দৈন্যৰ কালিমাৰে বঞ্চিত বিষয়-জনিত আনন্দতকৈ শ্ৰেষ্ঠ, পৱিত্ৰ আৰু ৰমণীয়।

ৰসানুভূতিয়ে আত্মাক পৰিশুদ্ধ কৰে। পৰিশোধিত আত্মাতেই পৰমানন্দৰ প্ৰতিবিম্ব প্ৰতিফলিত হয়। পৰমানন্দেৰে প্ৰতিবিম্বিত আত্মা পৰম আনন্দময় ভগৱানৰ লগত এক হ'বলৈ সমৰ্থ হয়। এই আনন্দত কোনো ব্যক্তিগত স্বাৰ্থ নাই, আছে কেৱল পৱিত্ৰ জ্ঞানৰ উন্মেষ, আত্ম-বিস্মৃতিৰ আহ্লাদ। সেই কাৰণে ভট্টনায়ক, বিশ্বনাথ, আনন্দবৰ্দ্ধন প্ৰভৃতি আলঙ্কাৰিকসকলে ৰসানুভূতিক "ব্ৰহ্মাস্বাদ-সহোদৰঃ" অথবা "পৰব্ৰহ্মাস্বাদ-সচিৱঃ" বুলি অভিহিত কৰিছে।

ৰসানুভৱ হলে সচ্চিদানন্দৰ প্ৰতিবিম্ব সহৃদয়ৰ অন্তৰত প্ৰতিফলিত হয় আৰু অপূৰ্ব্ব আনন্দানুভৱ হয় গতিকে ৰসানুভূতিজনিত আনন্দক প্ৰতিবিম্বিতানন্দ বুলি অভিহিত কৰিব পাৰি।

ব্ৰহ্মস্বৰূপ ৰসেই শিল্পকলাৰ আত্মা। ভগৱানৰ সেই ৰস বা আনন্দময় ৰূপৰ লগত এক হ'ব পৰাই মানৱ জীৱনৰ একমাত্ৰ লক্ষ্য। অলঙ্কাৰ শাস্ত্ৰৰ তাৎপৰ্য্যই হৈছে পাৰ্থিৱ সৌন্দৰ্য্য অতিক্ৰম কৰি পৰম প্ৰেমময় ভগৱানৰ সৌন্দৰ্য্য-সম্পদক পৰিপূৰ্ণভাৱে অভিব্যক্ত কৰা। সেই অভিব্যক্তিয়েই হৈছে ৰসৰ অভিব্যক্তি। সেই কাৰণে কবি বা শিল্পীয়ে তেওঁৰ ভাৱালুতাক সদায় ৰসসিক্ত আৰু কুসুমিত দেখা পায় আৰু তাৰ সৌৰভ বিস্তাৰ কৰিবলৈ কবি বা শিল্পী চিৰ-অভিলাষী, সেই ৰসাভিব্যক্তিৰ লগত সম্বন্ধ ঘটিলে মানুহৰ জাগতিক দুঃখ-দৈন্য আঁতৰি পৰিপূৰ্ণ আনন্দ ওপজে। এই ৰসানুভৱ-জনিত আনন্দই অমৃতৰ সন্ধান মিলায়। শ্ৰুতিয়ে কৈছে:

ৰসো বৈ সঃ। ৰসং হ্যেবায়ং লব্ধ্বানন্দীভৱতি।

সাহিত্য-দৰ্পণত বিশ্বনাথে কৈছে:

সত্ত্বোদ্ৰেকাদখণ্ডস্বপ্ৰকাশানন্দচিন্ময়ঃ।
বেদ্যান্তৰস্পৰ্শশূন্যো ব্ৰহ্মাস্বাদ-সহোদৰঃ॥
লোকোত্তৰ-চমৎকাৰপ্ৰাণঃ কৈশ্চিৎপ্ৰমাতৃভিঃ।
স্বাকাৰৱদভিন্নত্বেনায়মাস্বাদ্যতে ৰসঃ।
ৰজস্তমোভ্যামস্পৃষ্টং মনঃ সত্ত্বমিহোচ্যতে॥

ইয়াৰ অৰ্থ, যেতিয়ালৈকে ৰজ আৰু তমোগুণৰ সম্পৰ্কহীন সত্বগুণৰ উদ্ৰেক নহয় তেতিয়ালৈকে ৰসাভিব্যক্তি নহয়। সত্বগুণৰ উদ্ৰেক হলে অখণ্ড আনন্দ চিন্ময়ৰ জ্যোতিৰ্ম্ময় প্ৰকাশত যি ৰস পৰিস্ফুট হৈ উঠে, সেই ৰস ব্ৰহ্মাস্বাদৰ সমান। সেই কাৰণে এই আনন্দ লৌকিক আনন্দতকৈ উচ্চ আৰু উন্নত। ভাৰতীয় দৰ্শন-শাস্ত্ৰৰ মতে অন্তৰৰ পৱিত্ৰতা আনিবলৈ সত্বগুণৰ উদ্ৰেক একান্ত প্ৰয়োজন। সৌন্দৰ্য্য-সৃষ্টি বা উপলব্ধিৰ কাৰণেও সত্বগুণৰ উদ্ৰেক অপৰিহাৰ্য্য।

উদিত সত্বগুণৰ চিত্তেৰে যি ৰসানুভৱ জন্মে, সেই ৰসানুভৱে নিজক আনেৰে সৈতে একে সূত্ৰত গাঁথি পেলায়। নিজক আনৰ লগত অভিন্ন কৰিব পৰাই ৰসৰ মহিমা বা স্বাভাৱিক ধৰ্ম্ম। কবি আৰু সহৃদয়ৰ অন্তঃসত্তাৰ অভিন্ন মিলনকেই কাব্যত 'সাধাৰণীকৃতি' নামে জনা যায়। সাধাৰণীকৃতি অৱস্থাত সহৃদয়ৰ ব্যক্তিগত সুখ-দুঃখ বা প্ৰয়োজন জলাঞ্জলি দি কবিৰ সুখ-দুঃখৰ ওচৰত আত্ম-সমৰ্পণ কৰে। এই আত্ম-সমৰ্পণৰ মাজেৰেই ফুটি উঠে এটি অলৌকিক আনন্দৰ প্ৰতিবিম্ব। এই প্ৰতিবিম্বিত আনন্দই ৰস-সৃষ্টিৰ পৰাকাষ্ঠা। সেই কাৰণে শিল্প সকলোৰে কাৰণে নহয়। যিসকল শিল্পীৰ সমভাগী তেওঁলোকেই শিল্প-তত্ত্ব অনুভৱ কৰে আৰু ৰসৰ স্বাদ পায়। উদাহৰণ স্বৰূপে কালিদাসৰ শকুন্তলাৰ পতিগৃহ যাত্ৰাৰ দৃশ্যটো উল্লেখ কৰিব পাৰি। যিসকলৰ কোনো-দিনেই নিজৰ কন্যাক পতিগৃহলৈ পঠোৱাৰ অভিজ্ঞতা হোৱা নাই তেওঁলোকে কেনেকৈ মহৰ্ষি কণ্বৰ অন্তৰৰ আবেগৰ স্ৰোত দেখা পাব! তেওঁলোকে কেৱল কাব্যকেই পাঠ কৰিব, ভাষাৰেই অৰ্থ বুজিব; কিন্তু কবিৰ ব্যথাভৰা অন্তৰৰ ৰসঘন কৰুণ আবেগেৰে সৈতে তেওঁলোকৰ সম্বন্ধ নঘটিব। এই ক্ষেত্ৰত শিল্পই সাৰ্ব্বজনীন ধৰ্ম্মকো অপেক্ষা কৰা নাই; কিন্তু সহৃদয়-হৃদয়-সংবাদীৰ ৰসপিপাসু মনৰেই অন্বেষণ কৰিছে। শিল্পীৰ আবেদন সহৃদয় ৰসাৰ্থী মনৰ ওচৰত। কবিৰ ৰসসিক্ত মনৰ প্ৰতিবিম্ব ৰসাৰ্থী মনতেই প্ৰতিফলিত হয়।

ইয়াতেই অনাবিল আনন্দৰ আবির্ভাৱ। মম্মটভট্টই এই আনন্দৰ নাম দিছে—'বিগলিত বেদ্যান্তৰানন্দ'। এই অপূর্ব্ব আৰু অলৌকিক আনন্দানুভূতিকেই ধনঞ্জয়ে স্বাদ নামে অভিহিত কৰিছে :

স্বাদঃ কাব্যার্থ সম্ভেদাদাত্মানন্দ সমুদ্ভৱঃ।

অলঙ্কাৰ শাস্ত্ৰৰ এই 'পৰ-ব্ৰহ্মাস্বাদ-সহোদৰঃ' আৰু 'আত্মানন্দ-সমুদ্ভৱঃ' ইত্যাদি কথাই সৌন্দর্য্য-দর্শনৰ মূল তাৎপর্য্যৰ লগত দর্শন-শাস্ত্ৰ যে অভিন্ন তাকেই প্রতিপাদন কৰে। তত্ত্বজ্ঞানৰ মাজেৰে যি আনন্দৰ উদ্ভৱ হয় সৌন্দর্য্য-দর্শনৰ মাজেৰেও সেই একে আনন্দকেই পোৱা যায়। আধ্যাত্মিক মার্গেৰে আনন্দময়ক লভিবলৈ যিদৰে জ্ঞানোন্মেষণৰ প্রয়োজন, সৌন্দর্য্যৰ মাধ্যমেৰে আনন্দময়ৰ লগত এক হবলৈকো কেৱল ভাৱোন্মেষণৰেই আৱশ্যক।

আনন্দই ব্ৰহ্ম। সেই ব্ৰহ্ম-সম্বন্ধী আনন্দক যিজনে জানে তেওঁ সকলো প্ৰকাৰ ভয়ৰ কাৰণৰপৰা মুক্ত হয় :

আনন্দো ব্ৰহ্মেতি ব্যজনাৎ।
আনন্দং ব্ৰহ্মণো ৱিদ্বান্ ন ৱিভেতি কুতশ্চন।

ৰসবোধৰ কাৰণে তত্ত্বজ্ঞানীসকলৰ বাহ্যিক আলম্বন নিষ্প্রয়োজন। বাহ্যিক উপাদান নাথাকিলেও ৰসানুভূতিত তেওঁলোকৰ কোনো বাধা নঘটে। ভগৱান শঙ্কৰাচার্য্যই কৈছে :

নুনং ব্ৰহ্মৈৱ ৰসস্তেষাং।
তস্মাদস্তি তেষাং আনন্দকাৰণং ৰসৱদ্ ব্ৰহ্ম।

ব্ৰহ্মই তেওঁলোকৰ ৰস। ৰসৰ স্বৰূপ ব্ৰহ্মই তেওঁলোকৰ আনন্দৰ কাৰণ।

কিন্তু সৌন্দর্য্যবোধেৰে আনন্দানুভৱ কৰিবলৈ বহিঃসামগ্ৰীৰ প্রয়োজন। বহিঃ সামগ্ৰীৰ সহায় লৈয়েই সৌন্দর্য্যই আনন্দময়ৰ লগত মিলন ঘটায়। সৌন্দর্য্যৰ পার্থিৱ সামগ্ৰীতকৈ স্বর্গীয়

সামগ্ৰীয়েই যে শ্ৰেষ্ঠ সেই কথা কবি কালিদাসে শকুন্তলাৰ সৌন্দৰ্য্য বৰ্ণনা প্ৰসঙ্গত নিৰ্দ্দেশ কৰিছে :

ন প্ৰভাতৰলং জ্যোতিৰুদেতি বসুধাতলাৎ।

স্বৰ্গীয় জ্যোতি পৃথিৱীৰপৰা উৎপন্ন হোৱা বুলি কব নোৱাৰি। জ্যোতিৰ্ম্ময়ৰ প্ৰকাশ অপাৰ্থিৱ আৰু অলৌকিক। এই অপাৰ্থিৱ আৰু অলৌকিক জ্যোতিৰ্ম্ময়ৰ অন্যতম নাম সৌন্দৰ্য্য।

## দুই

মহাকবি কালিদাসৰ সৌন্দৰ্য্যানুভূতি ফুলৰপৰা ফলৰ, স্থূলৰপৰা সূক্ষ্মৰ, পৃথিৱীৰপৰা স্বৰ্গৰ ক্ৰমোন্নতিৰে পৰিসমাপ্ত। যি কোনো বিষয়কে সৌন্দৰ্য্যৰ মাজেৰে প্ৰকাশ কৰিব লগীয়া হলে তাক পৰিৱেশৰ মাজেৰে উপস্থাপিত কৰিব লাগে—এয়ে কবিৰ সৌন্দৰ্য্যানুভূতিৰ প্ৰথম স্তৰ। সুন্দৰ বা অসুন্দৰ, গুণ বা দোষৰ পৰস্পৰ তুলনাতেই সৌন্দৰ্য্যৰ বিকাশ। সীমাবদ্ধ অনুভূতিৰে মানুহে সুন্দৰৰ পূৰ্ণ সৌন্দৰ্য্য উপলব্ধি কৰিব নোৱাৰে। গতিকে সুন্দৰক উপলব্ধি কৰিবলৈ অসুন্দৰৰ প্ৰয়োজন। অসুন্দৰৰ সংস্পৰ্শতেই সুন্দৰৰ সৌন্দৰ্য্য ফুটি উঠে। বিৰোধ ভাৱৰ দুটা বিপৰীত বস্তুৰ বা গুণৰ একেলগে সমাৱেশ বা সহ-অৱস্থান ঘটিলে পৰস্পৰ অধিক প্ৰকাশিত হয়। এই সত্য আমি নিজৰ দৈনন্দিন জীৱনতে অনুভৱ কৰোঁ। জগতত অসুন্দৰ বস্তু আছে বুলিয়েই সুন্দৰৰ সমাদৰ; দুখ আছে বুলিয়েই সুখৰ মৰ্য্যাদা; অন্ধকাৰ আছে বুলিয়েই পোহৰৰ গৌৰৱ। কবিয়ে তেওঁৰ মহাকাব্য কুমাৰ-সম্ভৱত হিমালয়ৰ বৰ্ণনা প্ৰসঙ্গত কৈছে :

অনন্তৰত্নপ্ৰভৱস্য যস্য হিমং ন সৌভাগ্যবিলোপি জাতম্।
একো হি দোষো গুণসন্নিপাতে নিমজ্জতীন্দোঃ কিৰণেষ্বিৱাঙ্কঃ॥[১]

---

১ কুমাৰসম্ভৱ ১।৩

হিমালয় অশেষ ৰত্নৰ উৎপত্তিস্থান; তাত হিম আৰু বৰফো যথেষ্ট আছে, ইয়াৰ অধিকাংশই চিৰকাল বৰফেৰে ব্যাপ্ত, তথাপি এই চিৰ-আবৃত হিমে হিমালয়ৰ সৌন্দৰ্য্যৰ হ্রাস কৰিব পৰা নাই। কিয়নো নানাগুণে বিভূষিত বস্তুৰ সামান্য দোষ লক্ষ্য কৰিব লগীয়া নহয়; চন্দ্ৰৰ জগত-জেউতি বিমল কিৰণৰাশিৰ মাজত তাৰ কলঙ্ক ৰেখাকেই বা কোনে লেখে? কবিয়ে কব খুজিছে যে অলেখ গুণৰাশিৰ মাজত অকণমান দোষো যদি থাকে তেন্তে সেই দোষে তাৰ সৌন্দৰ্য্য নিষ্প্ৰভ বা অপহৰণ কৰিব নোৱাৰে। অনন্ত-ৰত্নপ্ৰভৱ হিমালয়ত থকা হিমে তাৰ সৌন্দৰ্য্যৰাশিক নাশ কৰিব পৰা নাই। হিমালয়ৰ নয়নাভিৰাম সৌন্দৰ্য্যই আমাৰ মন সম্পূৰ্ণভাৱে আকৃষ্ট কৰাৰ হেতুকে বৰফৰ সামান্য দোষ আমাৰ চকুত নপৰে। চন্দ্ৰত থকা কলঙ্ক-ৰেখাই চন্দ্ৰৰ উজ্জ্বল কান্তিক হীনপ্ৰভ বা স্তিমিত কৰিব নোৱাৰে; বৰঞ্চ এই কালিমা ৰেখাই চন্দ্ৰৰ সৌন্দৰ্য্য বৃদ্ধি হে কৰিছে। কবিৰ মতে কালিমা ৰেখাৰ কাৰণেই চন্দ্ৰই কবিপ্ৰাণ বিশেষভাৱে আকৰ্ষণ কৰিব পাৰিছে। সুন্দৰ আৰু স্নিগ্ধ জ্যোৎস্নাৰ কান্তিক অসুন্দৰ কালিমা ৰেখাই অধিক মনোহৰ আৰু হৃদয়গ্ৰাহী কৰি তুলিছে। চন্দ্ৰৰ সৌন্দৰ্য্যত এই কলঙ্কৰেখা অপৰিহাৰ্য্য সামগ্ৰী। সুন্দৰ আৰু অসুন্দৰৰ মিলন মন্দিৰত মঙ্গলৰ প্ৰদীপ জ্বলিলেই সৌন্দৰ্য্যৰ পৰিপূৰ্ণ ৰূপ প্ৰকাশ হয়। তেতিয়া আমাৰ ভাৱৰাজ্যৰপৰা সুন্দৰ অসুন্দৰৰ শাশ্বতিক বিৰোধভাৱ তিৰোহিত হয়। সুন্দৰৰ মোহনীয় মূৰ্ত্তিতকৈ কল্যাণমূৰ্ত্তিয়ে আমাৰ হৃদয় অধিক উদ্ভাসিত কৰি তোলে। ৰবীন্দ্ৰনাথ কৈছে—

"কুমাৰসম্ভব কাব্যে ছদ্মবেশী মহাদেৱ তাপসী উমাৰ নিকট শঙ্কৰেৰ ৰূপ-গুণ-বয়স-বিভবেৰ নিন্দা কৰিলেন; তখন উমা কহিলেন, 'মমাত্ৰ ভাৱৈকৰসং মনঃ স্থিতম্'। তাহাৰ প্ৰতি আমাৰ মন একমাত্ৰ ভাবেৰ ৰসে অবস্থান কৰিতেছে। সুতৰাং আনন্দেৰ

জন্য আৰ কোনো উপকৰণেৰ প্ৰয়োজন নাই। ভাবৰসে সুন্দৰ অসুন্দৰেৰ কঠিন বিচ্ছেদ দূৰে চলিয়া যায়।"[১]

এই ৰস ভাৱৰ ৰস, গতিকে জাগতিক আন কোনো পদাৰ্থই ইয়াৰ ওপৰত প্ৰভাৱ বিস্তাৰ কৰিব নোৱাৰে। ভাৱৰাজ্যত বিচৰণ-কাৰী মনে সকলোকে জয় কৰি নিজৰ আনন্দ নিজেই সৃষ্টি কৰে।

হৰিণ-শিশুৰ পিছে পিছে লৰি গৈ মহৰ্ষি কণ্বৰ আশ্ৰমত প্ৰৱেশ কৰি নাগৰিক বেশভূষাৰ চিহ্ন নোহোৱা কেৱল গছৰ বাকলি পৰিধান কৰা আশ্ৰমকন্যা শকুন্তলাক অন্তৰালৰপৰা মৃগয়াবিহাৰী ৰজা দুষ্যন্তই দেখি মন্তব্য প্ৰকাশ কৰিলে:

সৰসিজমনুবিদ্ধং শৈৱলেনাপি ৰম্যং
মলিনমপি হিমাংশোৰ্লক্ষ্ম লক্ষ্মীং তনোতি।
ইয়মধিকমনোজ্ঞা ৱল্কলেনাপি তন্বী
কিমিৱ হি মধুৰাণাং মণ্ডনং নাকৃতীনাম্॥[২]

শৈবালেৰে সৈতে সংযুক্ত হলেও প্ৰফুল্ল কমল অধিক মনোহৰ হয়, কলঙ্ক চিহ্নিত চন্দ্ৰই অতিশয় শোভা বিস্তাৰ কৰে, বল্কল পৰিধান কৰিও সেই সৰ্ব্বাঙ্গসুন্দৰী অধিক মনোহাৰিণী হৈছে। যি স্বভাৱতে সুন্দৰ, যাৰ কৃত্ৰিম শোভাৰ প্ৰয়োজন নাই—তেওঁলোকত যি কোনো বস্তুৱেই অলঙ্কাৰৰ শোভা বৃদ্ধি কৰে।

কবিয়ে কুমাৰ-সম্ভৱৰ দৰে ইয়াতো কলঙ্ক ৰেখাৰ সংমিশ্ৰণত চন্দ্ৰৰ সৌন্দৰ্য্য লক্ষ্য কৰিলে। চন্দ্ৰৰ স্বভাৱ-সুলভ সৌন্দৰ্য্যৰ দ্বাৰা অসুন্দৰ কলঙ্ক ৰেখাই সুন্দৰ ৰূপ লৈছে; আৰু সেই কল্পিত সুন্দৰ কলঙ্ক ৰেখাই স্বভাৱ-সুন্দৰ চন্দ্ৰৰ অলঙ্কাৰৰূপে অপৰূপ সৌন্দৰ্য্য প্ৰদান কৰিছে—এয়ে কবিৰ কল্পনা। আকৌ শৈৱালৰ সংস্পৰ্শতেই প্ৰফুল্ল কমলৰাজি অধিক মনোগ্ৰাহী হৈ কবিপ্ৰাণ পুলকিত কৰি তুলিছে। শৈৱালৰ সংযোগ আছে বুলিয়েই পদ্মৰ শ্ৰী অধিক

১ সাহিত্য, পৃঃ ৫০

২ শকুন্তলা ১।১৮

মনোৰম আৰু প্ৰাণস্পৰ্শী হৈ উঠিছে। শৈৱাল নোহোৱা হলে পদ্মৰ স্বাভাৱিক সৌন্দৰ্য্যয়ো পৰিপূৰ্ণ ৰূপ লাভ কৰিব নোৱাৰিলেহেঁতেন। কালিমা ৰেখাৰ হেতু চন্দ্ৰৰ সৌন্দৰ্য্য যিদৰে সমধিক সমুজ্জ্বল হৈছে সেইদৰে শৈৱালৰ সংযোগত পদ্মশ্ৰেণীৰ সৌন্দৰ্য্যও অধিক মনোগ্ৰাহী আৰু হৃদয়স্পৰ্শী হৈছে।

ইয়াৰ দ্বাৰা বুজা যায় যে যি কোনো বিষয়কে সৌন্দৰ্য্যৰ মাজেৰে প্ৰকাশ কৰাৰ অন্যতম উপায় হৈছে তাক দূৰৱৰ্ত্তী আৰু নিকটস্থ পৰিৱেশৰে সৈতে সংযোগ সূত্ৰত উপস্থাপিত কৰা। পৰিৱেশৰ ওপৰতে সৌন্দৰ্য্যৰ অভিব্যক্তি হয়। প্ৰকৃততে যি সুন্দৰ তাৰ সৌন্দৰ্য্য বঢ়াবলৈ বহিৰাভৰণৰ প্ৰয়োজন নাই। সুন্দৰ বস্তুৰ লগত সংযোগ হৈ অসুন্দৰ বস্তুও সৌন্দৰ্য্যশালী হৈ উঠে। গছৰ বাকলি পৰিধান কৰাত শকুন্তলাৰ সৌন্দৰ্য্যই পৰিপূৰ্ণ ৰূপ ললে। প্ৰকৃতপক্ষে গছৰ বাকলিৰ কোনো সৌন্দৰ্য্য নাই, শকুন্তলাৰ সুন্দৰ অৱয়বৰ লগত সংযোগ হোৱাত সি অলঙ্কাৰৰ ৰূপ ললে আৰু সৌন্দৰ্য্যশালী হ'ল, লগে লগে ই শকুন্তলাৰ সৌন্দৰ্য্যকো বৃদ্ধি কৰিলে।

কবিৰ মতে যি প্ৰকৃততে সুন্দৰ নহয় সিও সুন্দৰৰ সংযোগত ৰমণীয় হৈ উঠে। বিশ্বকবি ৰবীন্দ্ৰনাথে কৈছে:

"আমাদেৰ সৌন্দৰ্যবোধ ইন্দ্ৰিয়েৰ সুখকৰ ও অসুখকৰ, জীবনেৰ মঙ্গলকৰ ও অমঙ্গলকৰ, এই দুয়েৰ ঘৰ্ষণেৰ দ্বন্দ্বে স্ফুলিঙ্গ বিক্ষেপ কৰিতে কৰিতে একদিন যদি পূৰ্ণ জ্বলিয়া উঠে তবে তাহাৰ সমস্ত আংশিকতা ও আলোড়ন নিৰস্ত হয়, তখন কি হয়? তখন দ্বন্দ্ব ঘুচিয়া গিয়া সমস্তই সুন্দৰ হয়, তখন সত্য ও সুন্দৰ একই কথা হইয়া উঠে। তখনই বুঝিতে পাৰি, সত্যেৰ যথাৰ্থ উপলব্ধি মাত্ৰই আনন্দ, তাহাই চৰম সৌন্দৰ্য।"[১]

১ সাহিত্য, পৃষ্ঠা ৫১

# তিনি

সুন্দৰ অসুন্দৰৰ তুলনাত যিদৰে সৌন্দৰ্য্যৰ প্ৰকাশ হয় সেইদৰে দুটা সুন্দৰ বস্তুৰ পাৰস্পৰিক সম্বন্ধতো সৌন্দৰ্য্য প্ৰকাশ পায়। কবিয়ে এই তত্ত্ব কুমাৰ-সম্ভৱত পাৰ্ব্বতীৰ সৌন্দৰ্য্য বৰ্ণনাত উল্লেখ কৰিছে:

কণ্ঠস্য তস্যাঃ স্তনবন্ধুৰস্য মুক্তাকলাপস্য চ নিস্তলস্য।
অন্যোন্যশোভাজননাদ্বভূব সাধাৰণোভূষণভূষ্যভাৱঃ॥[১]

সুকুমাৰী গৌৰীয়ে স্তনোন্নত কণ্ঠত স্থূল স্থূল গোলাকাৰ মুক্তাৰ হাৰ পৰিধান কৰিছিল—তেতিয়া কোনটিয়ে কাৰ শোভা বৰ্দ্ধন কৰিছিল তাক বুজিব নোৱৰা হৈছিল—সেই নয়ন-ৰঞ্জন মুক্তাহাৰে পাৰ্ব্বতীৰ কণ্ঠৰ যেনে কান্তি বঢ়াইছিল, পাৰ্ব্বতীৰ কণ্ঠত সংলগ্ন হোৱাত সেই মুক্তাহাৰো সমধিক সমুজ্জ্বল হৈছিল।

মুক্তাহাৰে ৰমণীৰ কণ্ঠৰ শোভা বৃদ্ধি কৰা স্বাভাৱিক, কিন্তু সেই কণ্ঠহাৰ পাৰ্ব্বতীৰ লাৱণ্যৰ সংস্পৰ্শত অধিক শোভিত হ'ল। প্ৰকৃত পক্ষে কণ্ঠ আৰু কণ্ঠহাৰৰ ভিতৰত কোন অধিক সৌন্দৰ্য্যশালী কবিয়ে তাক প্ৰকাশ কৰা নাই, পৰস্পৰে পৰস্পৰৰ ভূষণ আৰু ভূষ্য হৈ কবিৰ চিত্ত আকৰ্ষণ কৰিছে। কবিৰ কল্পনাত উভয়ে সমান। কণ্ঠই কণ্ঠহাৰৰ শোভা বৃদ্ধি কৰিছে, কণ্ঠহাৰে কণ্ঠৰ শোভা বৃদ্ধি কৰিছে। যেতিয়া কণ্ঠ ভূষ্য তেতিয়া কণ্ঠহাৰ ভূষণ, আকৌ যেতিয়া কণ্ঠহাৰ ভূষ্য তেতিয়া কণ্ঠ ভূষণ।

মহাকবি কালিদাসে তেওঁৰ এই সৌন্দৰ্য্যানুভৱৰ পুষ্পক তেওঁৰ আন নাটক বিক্ৰমোৰ্ব্বশীয়ৰ নায়িকা উৰ্ব্বশীৰ ৰূপ-লাৱণ্য বৰ্ণনা প্ৰসঙ্গত প্ৰস্ফুটিত কৰিছে:

আভৰণস্যাভৰণং প্ৰসাধনবিধেঃ প্ৰসাধনবিশেষঃ।
উপমানস্যাপি সখে প্ৰত্যুপমানং ৱপুস্তস্যাঃ॥[২]

---

১ কুমাৰসম্ভৱ ১।৪২

২ বিক্ৰমোৰ্ব্বশীয় ২।৩

হে সখি, উৰ্ব্বশীৰ শৰীৰ অলঙ্কাৰৰ অলঙ্কাৰ অৰ্থাৎ অলঙ্কাৰৰো শোভাবৰ্দ্ধক, প্ৰসাধনৰ উৎকৃষ্ট প্ৰসাধন অৰ্থাৎ কোনো বেশ-বিন্যাসেই তেওঁৰ শৰীৰৰ শোভা বৃদ্ধি কৰা নাই, কিন্তু তেওঁৰ শৰীৰৰ সংস্পৰ্শত নিজেই অপূৰ্ব্ব শোভা ধাৰণ কৰিছে ; উপমানৰ প্ৰতি উপমা অৰ্থাৎ যাৰ লগত উপমা কৰা যায় তাৰ লগতেই প্ৰত্যুপমা খাটে।

অলঙ্কাৰ বা বেশভূষা শৰীৰৰ শোভাবৰ্দ্ধক ; কিন্তু নিজৰ শৰীৰৰ অপূৰ্ব্ব লাৱণ্যৰ হেতু উৰ্ব্বশীৰ অলঙ্কাৰ বা বেশ-ভূষাইহে দুগুণে শোভা লাভ কৰিছিল।

পূৰ্ব্বৰ শ্লোকত পাৰ্ব্বতীৰ ৰূপ-লাৱণ্য আৰু কণ্ঠহাৰ আদি অলঙ্কাৰ পৰস্পৰে পৰস্পৰৰ ভূষণ ; কিন্তু উৰ্ব্বশীৰ ক্ষেত্ৰত উৰ্ব্বশীৰ ৰূপ-লাৱণ্যই প্ৰকৃত অলঙ্কাৰ বুলি কবিয়ে কৈছে। হাৰ প্ৰভৃতি বাহ্য অলঙ্কাৰে তেওঁক অলঙ্কৃত কৰিব পৰা নাই, শোভা বৃদ্ধিও কৰিব পৰা নাই ; বৰঞ্চ তেওঁৰ অসামান্য ৰূপকান্তিয়ে অলঙ্কাৰসমূহৰ হে শোভা বৃদ্ধি কৰিছে।

কবি যদিও অনাদি কালৰপৰাই সৌন্দৰ্য্যৰ উপাসক, আনন্দৰ পূজাৰী, তথাপি সুন্দৰ বস্তুক যথাযথভাৱে বৰ্ণনা কৰিয়েই তেওঁ ক্ষান্ত থকা নাই। সৌন্দৰ্য্যশালী বস্তুক কবিয়ে নবীন কল্পনাৰে অধিক সৌন্দৰ্য্যসম্পন্ন কৰি তোলে। অন্য কি, জগতৰ ঘৃণ্য বা পৰিত্যজ্য বিষয়কো কবিয়ে অৱহেলাৰ ভাৱেৰে ত্যাগ নকৰি কল্পনাৰ মাধুৰীৰে কাব্যত স্থান দি পাঠকৰ চিত্ত আকৰ্ষণ কৰে। ইয়াতেই কবিৰ শ্ৰেষ্ঠ কৃতিত্ব। কবিয়ে নিজৰ প্ৰতিভাৰ বলেৰে এখন নতুন সংসাৰ সৃষ্টি কৰে ; সেই সৃষ্টিত কোনো পদাৰ্থই হেয় বা ত্যজ্য নহয়। জগতত যাক আমি পৰিমিত জ্ঞানেৰে ঘৃণনীয় বুলি ত্যাগ কৰোঁ কবিয়ে তাকো কল্পনাৰ বোল দি স্নিগ্ধ আৰু মধুৰ কৰি তোলে। ব্যৱহাৰিক জগতৰ দীনতা হীনতায়ো কবিৰ সৃষ্ট সংসাৰত সমাদৰ লাভ কৰে। কেৱল কল্পনাৰ উদ্দাম গতিৰে জগতক বিমুগ্ধ কৰাই কবিৰ উদ্দেশ্য নহয়, কবিৰ প্ৰকৃত লক্ষ্য

জগতত আনন্দ বিতৰণ কৰা, জগতত মঙ্গলভাৱৰ প্ৰতিষ্ঠা কৰা। কেৱল ঘৃণনীয় পদাৰ্থেৰে আনন্দ দানৰ চেষ্টা বৃথা অথবা বৰ্জ্জনীয়— পদাৰ্থেৰে মঙ্গল প্ৰতিষ্ঠাৰ কামনা মিছা। মঙ্গলভাৱেৰে পৰিপূৰ্ণ কবিৰ হৃদয়ত অমঙ্গল বুলি কোনো পদাৰ্থ নাই। কবি সত্যদ্ৰষ্টা, সত্য-শিৱ-সুন্দৰৰ আৰাধনাই কবিৰ ব্ৰত। সত্য-শিৱ-সুন্দৰৰ স্বৰূপ ভগৱানৰ সত্তা সকলো বস্তুতে অন্তনিৰ্হিত আছে। কবিৰ অন্তৰ্দৃষ্টিত এই সত্য উদ্ভাসিত হয়। সেইকাৰণে কবিৰ সৃষ্ট ৰাজ্যত কোনো পদাৰ্থই ঘৃণনীয় বা পৰিত্যাগৰ যোগ্য নহয়; সীমাবদ্ধ দৃষ্টিত জগৎ সুন্দৰ আৰু অসুন্দৰ বস্তুৰেই পৰিপূৰ্ণ; কিন্তু কাব্যজগতত সুন্দৰ অসুন্দৰৰ মাজতেই প্ৰকৃত সৌন্দৰ্য্যৰ প্ৰকাশ; সুন্দৰ আৰু অসুন্দৰৰ পাৰস্পৰিক সংযোগতেই সৌন্দৰ্য্যৰ অভিব্যক্তি; সুন্দৰক অধিক সুন্দৰ কৰি তোলাই সৌন্দৰ্য্য সৃষ্টিৰ পৰাকাষ্ঠা। কবি-সৃষ্ট জগৎ সৌন্দৰ্য্য আৰু আনন্দৰেই লীলা-নিকেতন। কবিৰ প্ৰধান উদ্দেশ্য সৌন্দৰ্য্যোপলব্ধিৰ মাজেৰে আনন্দ বিধান কৰা। আনন্দ উপস্থিত হলে মঙ্গলভাৱ স্বয়ং সমাগত হয়।

কালিদাসে প্ৰাকৃতিক সৌন্দৰ্য্যৰ যোগেৰে যি সৌন্দৰ্য্যানুভৱৰ সৃষ্টি কৰিছে মানৱ-সৌন্দৰ্য্য, বিশেষকৈ নাৰী-সৌন্দৰ্য্যৰ মাজেৰে তাৰ উপসংহাৰ সাধিছে। নাৰী-সৌন্দৰ্য্যই সৃষ্টিৰ পৰাকাষ্ঠা। বিশ্বকবি ৰবীন্দ্ৰনাথে চেতন আৰু অচেতন বস্তুৰ সৌন্দৰ্য্যৰ পাৰ্থক্য বিচাৰ কৰি কৈছে:

"ফুলেৰ সৌন্দৰ্যেৰ চেয়ে মানুষেৰ মুখ আমাদিগকে বেশি টানে, কেননা, মানুষেৰ মুখে শুধু আকৃতিৰ সুষমা নয়, তাহাতে চেতনাৰ দীপ্তি, বুদ্ধিৰ স্ফূৰ্তি, হৃদয়েৰ লাবণ্য আছে; তাহাৰা আমাদেৰ চৈতন্যকে, বুদ্ধিকে, হৃদয়কে দখল কৰিয়া বসে। তাহা আমাদেৰ কাছে শীঘ্ৰ ফুৰাইতে চায় না।"[১]

---

১ সাহিত্য, পৃষ্ঠা ৪২

কবিয়ে বিক্রমোৰ্ব্বশীয় নাটকত নায়িকাৰ সৌন্দৰ্য্য বৰ্ণনা প্রসঙ্গত কৈছে :

অস্যাঃ সৰ্গবিধৌ প্ৰজাপতিৰভূচ্চন্দ্ৰো নু কান্তিপ্ৰদঃ
শৃঙ্গাৰৈকৰসঃ স্বয়ং নু মদনো মাসো নু পুষ্পাকৰঃ।
বেদাভ্যাসজড়ঃ কথং নু বিষয়ব্যাবৃত্তকৌতূহলো
নিৰ্মাতুং প্ৰভবেন্মনোহৰমিদং ৰূপং পুৰাণো মুনিঃ ॥[১]

উৰ্ব্বশীক নিৰ্ম্মাণ কৰিবলৈ চন্দ্ৰই নিজে স্ৰষ্টা হৈ নিজৰ উজ্জ্বল কান্তিসমূহ বিতৰণ কৰিলেনেকি? অথবা শৃঙ্গাৰ ৰস-প্ৰধান স্বয়ং কামদেৱ নতুবা পুষ্পাকৰ বসন্ত ঋতুৱেই এই সৃষ্টিৰ প্ৰজাপতি হৈছিল-নেকি? নহলে নো বেদভ্যাসত ঐকান্তিক আসক্তি থকা বিষয় সম্ভোগৰ প্ৰতি স্পৃহা নোহোৱা জীৰ্ণ শীৰ্ণ নাৰায়ণে কেনেকৈনো এনে হৃদয়গ্ৰাহী ৰূপ সৃষ্টি কৰিব পাৰে? উৰ্ব্বশীৰ ৰূপ দেখি তপস্বীৰ স্ৰজন বুলি কোনোমতেই অনুভৱ নহয়।

কবিয়ে কব খুজিছে যে যদি বাস্তৱিক পক্ষে নাৰায়ণ এওঁৰ নিৰ্ম্মাণ-কৰ্ত্তা, তেন্তে উৰ্ব্বশীৰ সৃষ্টি নিশ্চয় আকস্মিকভাৱেই হোৱা বুলিব লাগিব। জগৎ সৃষ্টি-কৰ্ত্তাৰ পক্ষে এনে সৌন্দৰ্য্য সৃষ্টি সম্ভৱ হব নোৱাৰে। প্ৰকৃত সৌন্দৰ্য্যৰ স্ৰষ্টা, জগৎ-কৰ্ত্তাৰ-পৰা পৃথক। এই সৃষ্টি-কৰ্ত্তা হয়তো চন্দ্ৰ, অথবা কামদেৱ, নাইবা বসন্ত। প্ৰকৃততে চাবলৈ গলে এই সৌন্দৰ্য্য সৃষ্টিৰ কৰ্ত্তা কবি নিজেই। কবিৰ মতে সৌন্দৰ্য্য মনঃকল্পিত। পাৰ্থিৱ সম্পদে সৌন্দৰ্য্য নিৰ্ম্মাণ কৰিব নোৱাৰে। অপাৰ্থিৱ সম্পদেই সৌন্দৰ্য্য প্ৰণয়নৰ মূল সামগ্ৰী আৰু সৌন্দৰ্য্যৰ অপাৰ্থিৱ উপাদানেই মানুহৰ চিত্তাকৰ্ষণৰ মূল কাৰণ।

সৌন্দৰ্য্য উপলব্ধিৰ অৰ্থে আমাৰ মনক সাধাৰণ কামনা বাসনাৰ-পৰা ওপৰলৈ নিয়াৰ প্ৰয়োজন। কিয়নো এই সৌন্দৰ্য্য ইন্দ্ৰিয়-গ্ৰাহ্য বস্তু নহয়; ই অনুভৱ সাপেক্ষ; ইয়াক চকুৰে মণিব

১ বিক্রমোৰ্ব্বশীয় ১।৮

নোৱাৰি, হাতেৰে স্পৰ্শ কৰিব নোৱাৰি, নাসিকাৰে ঘ্ৰাণ লব নোৱাৰি। প্ৰকৃত সৌন্দৰ্য্য অতি সূক্ষ্ম, বাহ্য ইন্দ্ৰিয়ৰ অগোচৰ; যি সৌন্দৰ্য্য ইন্দ্ৰিয়ৰ দ্বাৰা অনুভৱযোগ্য সেই সৌন্দৰ্য্য স্থূল আৰু ক্ষণস্থায়ী।

অনুভৱৰ দ্বাৰায়হে কেৱল সৌন্দৰ্য্যতত্ত্ব উপলব্ধি কৰিব পাৰি। অনুভূতিশীল আত্মাৰ ওচৰতে সৌন্দৰ্য্যৰ স্বৰূপ বিকাশ হয়, গতিকে বহিৰিন্দ্ৰিয়গ্ৰাহ্য সৌন্দৰ্য্যয়ে কাব্য-কলাৰ মূলতত্ত্ব স্বৰূপে পৰিগণিত নহয়। এই সম্বন্ধে Prof. Shairpঅৰ মত লক্ষ্য কৰিব লগীয়া:

The first and the lowest is the mere exhilaration of the animal spirit, stimulated by fresh air, fine weather, blue sky, fine views of sea and land. This need not necessarily be more than an animal enjoyment, an excitement of the bodily nerves, unaccompanied by any fine emolition or any high thought.[১]

কাব্যকলাৰ বাহ্যিক সৌন্দৰ্য্য যিমানেই মুগ্ধকৰ নহওক তাৰ মূল লক্ষ্য মঙ্গলভাৱ; তাৰে হেতু কাব্যকলা প্ৰাণময়, জ্যোতিৰ্ম্ময় আৰু আনন্দময়। অন্তৰ্নিহিত প্ৰতিভাৰ বলত শিল্পীয়ে সৌন্দৰ্য্যৰ এই পৰমতত্ত্ব উপলব্ধি কৰে। কাব্যকলাক যিদৰে বাহ্যিক সৌন্দৰ্য্যৰ-পৰা পৃথক কৰা সম্ভৱপৰ নহয় সেইদৰে তাৰ লক্ষ্য মঙ্গল ভাৱৰ-পৰাও তাক পৃথক কৰা সুকঠিন।

কবি কালিদাসে শকুন্তলা নাটকৰ নায়িকা শকুন্তলাৰ সৌন্দৰ্য্য বৰ্ণনা প্ৰসঙ্গত এই তত্ত্ব প্ৰকাশ কৰিছে:

অনাঘ্ৰাতং পুষ্পং কিসলয়মলূনং কৰৰুহৈ-
বনাবিদ্ধং ৰত্নং মধু নৱমনাস্বাদিতৰসম্।
অখণ্ডং পুণ্যানাং ফলমিব চ তদ্ৰূপমনঘং
ন জানে ভোক্তাৰং কমিহ সমুপস্থাস্যতি বিধিঃ॥[২]

১ Aspects of Poetry, p. 72.

২ শকুন্তলা, ২।১০

শকুন্তলাৰ ৰূপ গোন্ধ-নোলোৱা ফুলি থকা ফুলৰ দৰে নিৰ্ম্মল, নখৰ আঘাত নলগোৱা নতুন পল্লৱৰ দৰে পৱিত্ৰ, ব্যৱহাৰ নকৰা নতুন ৰত্নৰ দৰে উজ্জ্বল, স্বাদ নোলোৱা নতুন মৌৰ দৰে স্পৃহনীয় দেখা গৈছে। শকুন্তলাৰ এই নিষ্পাপ সৌন্দৰ্য্য যেন জন্মান্তৰীয় পুণ্যৰাশিৰ অখণ্ড ফলৰূপেই দেখা দিছে; এই পৃথিৱীতেই বিধাতাই কোন ভাগ্যবানক যে সেই সুনিৰ্ম্মল ৰূপৰ উপভোক্তা কৰে তাক সহজে ধৰিব নোৱাৰি।

কবিৰ অভিপ্ৰায় জন্মান্তৰীয় পুণ্যৰাশিৰ ফলস্বৰূপে যি নিষ্পাপ-ৰূপ-সৌন্দৰ্য্যৰ অভিব্যক্তি হয় সেই সৌন্দৰ্য্য উপভোগ কৰিবলৈ সংযমৰ প্ৰয়োজন; কিয়নো সৌন্দৰ্য্য বিলাসৰ সামগ্ৰী নহয়; সৌন্দৰ্য্য-উপভোগ সংযম-সাপেক্ষ। বিশ্বকবি ৰবীন্দ্ৰনাথে এই সৌন্দৰ্য্য তত্ত্বটিৰ বিষয় অনবদ্য ভাষাৰে প্ৰকাশ কৰিছে:

"একপৰায়ণা সতী স্ত্ৰীই তো প্ৰেমেৰ যথাৰ্থ সৌন্দৰ্য উপলব্ধি কৰিতে পাৰে, স্বৈৰিণী তো পাৰে না। সতীত্ব সেই চাঞ্চল্যবিহীন সংযম যাহাৰ দ্বাৰা গভীৰভাবে প্ৰেমেৰ নিগূঢ় ৰস লাভ কৰা সম্ভৱ হয়। আমাদেৰ সৌন্দৰ্য-প্ৰিয়তাৰ মধ্যেও যদি সেই সতীত্বেৰ সংযম না থাকে তবে কি হয়? সে কেবলই সৌন্দৰ্যেৰ বাহিৰে বাহিৰে চঞ্চল হইয়া ঘুৰিয়া বেড়ায়; মত্ততাকেই আনন্দ বলিয়া ভুল কৰে, যাহাকে পাইলে সে একেবাৰে সব ছাড়িয়া স্থিৰ হইয়া বসিতে পাৰিত তাহাকে পায় না। যথাৰ্থ সৌন্দৰ্য সমাহিত সাধকেৰ কাছেই প্ৰত্যক্ষ, লোলুপ ভোগীৰ কাছে নহে। যে লোক পেটুক সে ভোজনেৰ ৰসজ্ঞ হইতে পাৰে না।"[১]

ইন্দ্ৰিয়ৰ বাসনা অতিক্ৰম কৰিব পাৰিলেহে সৌন্দৰ্য্যৰ পূৰ্ণ সাৰ্থকতা, পূৰ্ণৰস উপলব্ধি কৰিব পাৰি। ইন্দ্ৰিয়ৰ বশীভূত হৈ ইয়াৰ স্বাদ গ্ৰহণ কৰা অসম্ভৱ। ইন্দ্ৰিয়গ্ৰাহ্য সৌন্দৰ্য্যৰ অন্তৰালতে চিৰসুন্দৰৰ গোপন লীলা, অনন্তৰ প্ৰেমৰ আহ্বান নিহিত আছে।

১ সাহিত্য পৃঃ ৩৪

সুন্দৰ বস্তুমাত্ৰেই সেই চিৰ-সুন্দৰৰ বাহ্য প্ৰতীক। খণ্ড খণ্ড জাগতিক সৌন্দৰ্য্য চিৰ-সুন্দৰৰ অখণ্ড অতীন্দ্ৰিয় কল্যাণ ৰূপৰ অভিব্যক্তি মাথোন। সেই একৰূপ বহুৰূপে ব্যক্ত "ৰূপং ৰূপং প্ৰতিৰূপং বভূৱ।" "একং বৈ ইদং ৱি বভূৱ সৰ্ব্বম্।" নদীৰ অসংখ্য ঢৌত যিদৰে একেটি মাথোন সূৰ্য্য প্ৰতিভাত হয় সেইদৰে সেই একৰ অসীম সৌন্দৰ্য্যই সীমাৰ বুকুত প্ৰতিফলিত হৈ অনন্ত খণ্ড খণ্ড সৌন্দৰ্য্যৰ আকাৰ ধাৰণ কৰিছে। সেই চিৰ-সুন্দৰেই সত্যস্বৰূপ। সত্যই সুন্দৰ। সুন্দৰেই শিৱ। সুন্দৰ আৰু সত্য অভিন্ন। সত্য, শিৱ আৰু সৌন্দৰ্য্য অসীম অনন্তৰ প্ৰকাশৰ তিনিটা মাধ্যম মাথোন। সৌন্দৰ্য্যৰ বাহ্য স্থূল ৰূপ আৰু সূক্ষ্ম উন্নত ৰূপৰ পাৰ্থক্য ৰবীন্দ্ৰনাথে যিদৰে দেখুৱাইছে সি বিশেষভাৱে মন কৰিব লগীয়া:

সৌন্দৰ্যকে আমাদেৰ বাসনা হইতে, লোভ হইতে, স্বতন্ত্ৰ কৰিয়া না দেখিতে পাইলে তাহাকে পূৰ্ণভাবে দেখা হয় না। সেই অশিক্ষিত অসংযত অসম্পূৰ্ণ দেখায় আমৰা যাহা দেখি তাহাতে আমাদিগকে তৃপ্তি দেয় না, তৃষ্ণাই দেয়, খাদ্য দেয় না, মদ খাওয়াইয়া আহাৰেৰ স্বাস্থ্যকৰ অভিৰুচি পৰ্যন্ত নষ্ট কৰিতে থাকে।[১]

কালিদাসৰ সৌন্দৰ্য্য সৃষ্টি কেৱল কাম-গন্ধেৰে পৰিপূৰ্ণ শৃঙ্গাৰ ৰসতে পৰিসমাপ্ত নহয়; ই ইন্দ্ৰিয়-সুখকৰ পৰিতৃপ্তিতো পৰ্য্যবসিত নহয়। ই ঐশী শক্তিৰে পৰিব্যাপ্ত; সংযম আৰু ভক্তিৰ সোপান। এই সৌন্দৰ্য্য সৃষ্টিৰ মুখ্য উদ্দেশ্য বাহিৰেৰে সৈতে অন্তৰৰ মিলন ঘটোৱা, অসংযমৰপৰা সংযম, চঞ্চলতাৰপৰা স্থিৰ আৰু অপৱিত্ৰতাৰ-পৰা পৱিশুদ্ধ কৰা। Prof. Shairpঅৰ উক্তিও এই সম্বন্ধে বিশেষ উল্লেখযোগ্য:

The feeling for the beauty, by which the visible world is

১ সাহিত্য পৃঃ ৪৯

garmented, ranges through many gradations from a mere animal pleasure up to what may be called a spiritual rapture. [১]

কবিৰ সৌন্দৰ্য্যানুভূতি অতীন্দ্ৰিয় বিষয়ক। সৌন্দৰ্য্যানুভূতিৰ-পৰা যি আনন্দ পোৱা যায়, সি লৌকিক সুখৰপৰা নাইবা সাধাৰণ ভোগ বিলাসৰপৰা জন্মা সুখৰপৰা সম্পূৰ্ণ পৃথক। কবিৰ সৌন্দৰ্য্যানুভূতি অকল সুখানুভূতিতে পৰ্য্যবসিত হলে, পৰম আনন্দ (যাৰ নাম ভূমানন্দ) আৰু সাধাৰণ সুখৰ ভিতৰত কোনো পাৰ্থক্য দেখা নগ'লহেঁতেন। অনুভূতিমাত্ৰেই আত্মাৰ ধৰ্ম্ম। সৌন্দৰ্য্যানুভূতিও আত্মাৰেই ধৰ্ম্ম। আত্মাৰ কাৰ্য্যই হ'ল আত্মীয়তা কৰা; আত্মাই বিচাৰে বিশ্বপ্ৰপঞ্চৰ লগত মিলন। সৌন্দৰ্য্য সেই মিলন পথৰ পাথেয়। সত্যেৰে সৈতে আমাৰ অন্তৰৰ স্বাভাৱিক মিলন ঘটাবলৈ সৌন্দৰ্য্যোপলব্ধি আমাৰ হৃদয়ত বিকশিত হয়। স্ত্ৰী পুৰুষৰ প্ৰেম এই চিৰন্তন মিলন স্পৃহাৰে ৰূপান্তৰ মাথোন। মিলন সত্যত প্ৰতিষ্ঠিত হলে সি সুন্দৰ হয়; তেতিয়া তাৰ ফলো হয় মঙ্গলময়। সেই মিলনেই পৰম আনন্দদায়ক আৰু সৌন্দৰ্য্য তেতিয়াই চৰিতাৰ্থ হয়। সেয়েহে কুমাৰ-সম্ভৱত মহাদেৱে পাৰ্ব্বতীৰ বাহ্যিক সৌন্দৰ্য্যক প্ৰত্যাখ্যান কৰিছিল সঁচা, কিন্তু যিদিনা মঙ্গল আৰু ধৰ্ম্মৰ দৃষ্টিৰে সেই সৌন্দৰ্য্যক দেখা পালে, সি তপস্যাকৃশ আৰু আভৰণশূন্য হৈও মহাদেৱক জয় কৰিলে।

১ Aspects of Poetry, p. 42.

## চাৰি

সৌন্দৰ্য্য উপলব্ধি যেনে কঠিন, সৌন্দৰ্য্য সৃষ্টি কৰা তাতোকৈ কঠিন। সৌন্দৰ্য্য উপভোগৰ কাৰণে যিদৰে সংযমৰ প্ৰয়োজন, সৌন্দৰ্য্য সৃষ্টিতো সেইদৰে সংযমৰ আৱশ্যক। মালৱিকাগ্নিমিত্ৰ নাটকত নায়িকা মালৱিকাৰ ৰূপ-লাৱণ্য বৰ্ণনা প্ৰসঙ্গত কবিয়ে সৌন্দৰ্য্যসৃষ্টি যে সংযম-সাপেক্ষ সেই বিষয়ে অভিমত প্ৰকাশ কৰিছে ঃ

চিত্ৰগতায়ামস্যাং কান্তিৱিসংৱাদশঙ্কি মে হৃদযম্।
সম্প্ৰতি শিথিলসমাধিং মন্যে যেনেযমালিখিতা ॥[১]

ৰজাই কলে, সখি, যেতিয়া প্ৰথমে এওঁক ছবিত দেখোঁ তেতিয়া ভাবিছিলো এনে সুন্দৰ ৰূপ মানুহৰ হব নোৱাৰে। প্ৰত্যক্ষভাৱে এতিয়া এওঁক দেখাত ভাবিছো যে যিজন চিত্ৰকৰে সেই ছবিখন আঁকিছিল, হয়তো তেওঁ মনযোগেৰে এই ৰূপ দৰ্শন কৰা নাছিল নতুবা তেওঁ চিত্ৰ আঁকিবলৈও আগেয়ে শিকা নাছিল।

কবিৰ অভিপ্ৰায় প্ৰতিকৃতি প্ৰণয়নত সমাধি বা চিত্তৰ একাগ্ৰতাৰ প্ৰয়োজন। চিত্তৰ একাগ্ৰতাই সংযমৰ আন ৰূপ। অসংযত চিত্তেৰে সৌন্দৰ্য্যৰ চিত্ৰাঙ্কন সম্ভৱ নহয়। ৰাস্কিনেও কয় —সংযম ( moderation ) সৌন্দৰ্য্য সৃষ্টিৰ পক্ষে অপৰিহাৰ্য্য। শক্তিশালী ভগৱানৰ শক্তি ব্যৱহাৰৰ বেলিকা যিদৰে অসীম ধৈৰ্য্য আৰু সংযম উপলব্ধি কৰা যায়, শিল্পীৰ পক্ষেও সৌন্দৰ্য্য সৃষ্টিৰ সময়ত সেই ধৈৰ্য্য আৰু সংযমৰ একান্ত প্ৰয়োজন। শিল্পীৰ অপ্ৰতিহত শক্তি থাকিলেও যদি সংযমৰ অভাৱ হয় তেন্তে সেই শক্তিয়ে উৎকৃষ্ট সৃষ্টি কৰিব নোৱাৰে।

---

১ মালৱিকাগ্নিমিত্ৰ ২।২

প্ৰকৃতপক্ষে সৌন্দৰ্য্য মানস জগতৰ সৃষ্টি, ভাবৰাজ্যৰ বস্তু। আগেয়ে কোৱা হৈছে পাৰ্থিৱ সম্পদ সৌন্দৰ্য্য প্ৰণয়নত অপাৰগ। মনোজগতৰ অপাৰ্থিৱ সামগ্ৰীয়েই সৌন্দৰ্য্যসৃষ্টিৰ মূল উপাদান। সেই কাৰণে, কেৱল অনুভূতিশীল হৃদয়তহে সৌন্দৰ্য্যৰ স্বৰূপ স্বয়ং প্ৰকাশ পায়। এই দৃষ্টি-ভঙ্গীৰে সৌন্দৰ্য্য-সৃষ্টিৰ প্ৰতি লক্ষ্য কৰিলে কবিৰ ভাৱ-তৰঙ্গ শকুন্তলাৰ ৰূপ বৰ্ণনা প্ৰসঙ্গত উদ্বেল হৈ উঠিছে বুলি মনে ধৰে :

চিত্ৰে নিৱেশ্য পৰিকল্পিতসত্ত্বযোগা
ৰূপোচ্চয়েন মনসা ৱিধিনা কৃতা নু।
স্ত্ৰীৰত্নসৃষ্টিৰপৰা প্ৰতিভাতি সা মে
ধাতুৰ্ৱিভুত্বমনুচিন্ত্য ৱপুশ্চ তস্যাঃ ॥[১]

তেওঁৰ (শকুন্তলাৰ) শৰীৰৰ প্ৰতি লক্ষ্য কৰিলে, মনত এনে ভাৱ উদয় হয় যেন বিধাতাই প্ৰথমে চিত্ৰপটত তেওঁৰ আকৃতি চিত্ৰিত কৰি, পিছত প্ৰাণ দান কৰিছে; অথবা মনে মনে মনোমত উপকৰণ সামগ্ৰী সংগ্ৰহ কৰি, মনে মনে অঙ্গ-প্ৰত্যঙ্গসমূহক যথা-স্থানত বিন্যাস কৰি, মনে মনেই ভাবৰাজ্যত তেওঁৰ শৰীৰ নিৰ্ম্মাণ কৰিছে। বিধাতাৰ সৃষ্টি-নৈপুণ্য আৰু তেওঁৰ দৈহিক সৌন্দৰ্য্য, এই দুটাৰ প্ৰতি লক্ষ্য কৰিলে মনত এনে ভাৱ জাগে, তেওঁ যেন নাৰী সমাজৰ অদ্বিতীয় অভূতপূৰ্ব্ব স্ত্ৰীৰত্ন সৃষ্টি। অৰ্থাৎ, কবিৰ ধ্যান-সৃষ্ট ৰূপতেই প্ৰাণ প্ৰতিষ্ঠা কৰি তেওঁক নিৰ্ম্মাণ কৰা হৈছে, তেওঁ বিধাতাৰ সৃষ্ট বস্তু নহয়; সম্ভৱ কেৱল কবিৰ মানস ৰাজ্যত; কিয়নো বিধাতাৰ সৃষ্টিৰ সীমা আছে; কবিসৃষ্টি অসীম।

কবিৰ মতে এই সৌন্দৰ্য্য হাতেৰে নিৰ্ম্মাণ কৰাহেঁতেন, শৰীৰৰ এনেকুৱা কমনীয় ভাৱ আৰু ৰূপ-লাৱণ্যৰ মাধুৰ্য্য সম্ভৱপৰ নহ'লহেঁতেন। হাতেৰে নিৰ্ম্মাণ কৰা সৌন্দৰ্য্যত পূৰ্ণ শোভা প্ৰকাশ পোৱা টান, কিয়নো হাতৰ পৰশত সৌন্দৰ্য্যৰ মাধুৰী নষ্ট হোৱাৰ

১ শকুন্তলা ২।৯

সম্ভাৱনা থাকে। তুলিকাৰ সহায়ত নিৰ্ম্মাণ কৰা চিত্ৰত কালিমাৰ সম্ভাৱনা নাথাকে। তথাপি কবিয়ে চিত্ৰৰ মাধ্যমেৰে সৌন্দৰ্য্যৰ নিখুঁত চিত্ৰ অঙ্কিত কৰাৰ স্পৃহা সম্বৰণ কৰিব পৰা নাই। সেয়েহে কবিয়ে শকুন্তলাৰ ৰূপ বিধাতাৰ মানস সৃষ্টি বুলিয়েই মন্তব্য প্ৰকাশ কৰিছে। মনৰ অকল উদ্দীপ্ত কল্পনাৰেহে সৌন্দৰ্য্যৰ প্ৰকৃত সৃষ্টি সম্ভৱ। বাহিৰা সামগ্ৰীৰ দ্বাৰা সৃষ্ট সৌন্দৰ্য্য স্বয়ং-সম্পূৰ্ণ হ'ব নোৱাৰে আৰু সহৃদয় পাঠকৰ অন্তৰত প্ৰতিষ্ঠিতও হ'ব নোৱাৰে। সৌন্দৰ্য্যৰ এনে সৃষ্টিৰ কাৰণে মানসিক কল্পনাই একমাত্ৰ উপাদান। এই সম্বন্ধে Carritt-এ কৈছে:

Pure poetry is not the decoration of a preconceived and clearly defined matter : it springs from the creative impulse of a vague imaginative mass pressing for development and definition.

মনৰ দ্বাৰা সৃষ্ট সৌন্দৰ্য্যক সম্পূৰ্ণভাৱে উপলব্ধি কৰিবলৈ মানসিক অনুভূতি আৰু উচ্চাঙ্গ কল্পনাৰ একান্ত প্ৰয়োজন। এইভাৱে বিচাৰ কৰিলে কালিদাসৰ সৌন্দৰ্য্যানুভৱ অতীন্দ্ৰিয় তত্ত্বৰূপেই পৰ্য্যৱসিত হয়।

কবিৰ সৌন্দৰ্য্য সৃষ্টিৰ তত্ত্ব হিচাপে মেঘদূতৰ তলৰ শ্লোকত আন এটি ইঙ্গিত পোৱা যায়:

তন্বী শ্যামা শিখৰিদশনাং পক্কবিম্বাধৰোষ্ঠী
মধ্যে ক্ষামা চকিতহৰিণীপ্ৰেক্ষণা নিম্ননাভিঃ।
শ্ৰোণীভাৰাদলসগমনা স্তোকনম্ৰা স্তনাভ্যাং
যা তত্ৰ স্যাদ্‌যুৱতিবিষয়ে সৃষ্টিৰাদ্যেৱ ধাতুঃ॥[১]

অৰ্থাৎ,

লাহি দেহাখনি, তৰুণ যুৱতী
দাঁত গুটি গুটি মুকুতা পাঁতি

---

১ মেঘদূত ২।২২

ভয়ত চকিতা হৰিণীৰ দৰে
বিলোলিত গতি নয়ন দুটি
পকা বিম্ব যেন ৰঙা ওঁঠ দুটি
স্তনৰ ভৰতে দেহাটি হালে
সুগভীৰ নাভি, সুলাহি কঁকাল
নিতম্ব ভৰত ধীৰেৰে চলে
যুৱতী প্ৰস্তোতে বিধাতা পুৰুষে
যাক আঁহি কৰি সৰজি ললে।

—শ্ৰীকৰুণাধৰ বৰুৱা

নাৰীৰ ভিতৰত তেৱেঁই যেন বিধাতাৰ শ্ৰেষ্ঠ শিল্প সৃষ্টি। কবিৰ আকাঙ্ক্ষা এই যে জগৎ-স্ৰষ্টাৰ আন যুৱতী সৃষ্টিৰ প্ৰতি লক্ষ্য কৰিলে বুজা যায় যে এই নিৰ্ম্মাণ নিশ্চয় বিধাতাৰ নিৰ্ম্মিত নহয়। বিধাতাৰ পূৰ্ব্বেই এই সৃষ্টিৰ আবিৰ্ভাৱ। সৌন্দৰ্য্যৰ নিদৰ্শন-স্বৰূপে জগতত বহু বস্তু আছে; এই বিভিন্ন সৌন্দৰ্য্য-সম্পদক একত্ৰিত কৰিলেই সৌন্দৰ্য্যৰ বিকাশ নহয়। চকিত হৰিণীৰ নয়নত প্ৰেয়সীৰ নয়নৰ সাদৃশ্য দেখিও বিৰহী যক্ষই কোনোটোতে প্ৰিয়তমাৰ সম্পূৰ্ণ সৌন্দৰ্য্য বিচাৰি নাপালে; কিয়নো অকল অঙ্গ-প্ৰত্যঙ্গতে সৌন্দৰ্য্যৰ পূৰ্ণৰূপ পৰ্য্যবসিত নহয়। সৌন্দৰ্য্য এটা স্বয়ং-সম্পূৰ্ণ অখণ্ডতত্ত্ব। ইয়াৰ অলৌকিক স্বৰূপ কেৱল বিশ্লেষণাত্মক দৃষ্টিৰে দেখা নাযায়। কিন্তু ইয়াৰ ৰূপ সংযোগাত্মক অনুভূতি আৰু সমষ্টিগত দৃষ্টিভঙ্গীৰেই উপলব্ধি কৰিব পাৰি। লৌকিক বস্তুকে নিৰ্ভৰ কৰি সৌন্দৰ্য্যৰ সৃষ্টি হয় যদিও সৌন্দৰ্য্যক লৌকিক বুলি কব নোৱাৰি। সৌন্দৰ্য্যানুভৱে অলৌকিক আনন্দকে দিয়ে; সেইকাৰণে বহুতে সৌন্দৰ্য্যক অলৌকিক বুলি নিৰ্দ্দেশ কৰিছে, কিন্তু অলৌকিক বুলিলে প্ৰকৃত পক্ষে কি বুজায় ভাৰতীয় আলঙ্কাৰিকসকলে তাৰ কোনো বিস্তৃত সমা-লোচনা কৰা নাই।

কালিদাসে সৌন্দৰ্য্য সৃষ্টিৰ অখণ্ড ৰূপ দেখুৱাবলৈ কুমাৰ-সম্ভৱত পাৰ্ব্বতীৰ ৰূপ-লাৱণ্য বৰ্ণনা প্ৰসঙ্গত কৈছে:

উন্মীলিতং তূলিকযেব চিত্ৰং সূৰ্য্যাংশুভিৰ্ভিন্নমিৱাৰবিন্দম্।
বভূৱ তস্যাশ্চতুৰস্ৰশোভি ৱপুৰ্বিভক্তং নৱযৌৱনেন॥[১]

নব যৌৱনৰ শুভাগমনত পাৰ্ব্বতীৰ অঙ্গ-প্ৰত্যঙ্গ যি যেনে হোৱা উচিত সি ঠিক তেনেভাৱে নিখুঁত হৈ প্ৰকাশ পালে। নিপুণ চিত্ৰকৰৰ তূলিকাত চিত্ৰিত আলেখ্যৰ দৰে আৰু অৰুণ কিৰণ বিকসিত শতদল পদ্মৰ সদৃশ গিৰি-দুহিতাৰ ৰমণীয় কলেৱৰ কমনীয়তাৰে ভৰপূৰ হৈ উঠিল। দেহৰ কোনো অঙ্গতে লেশমাত্ৰও ত্ৰুটি নাই।

কবিয়ে ইয়াত কোনো বিশেষ অঙ্গ প্ৰত্যঙ্গৰ সৌষ্ঠৱ দেখুৱাবলৈ চেষ্টা কৰা নাই; সৌন্দৰ্য্যৰ অখণ্ড-তত্ত্বকে প্ৰকাশ কৰিছে। সৌন্দৰ্য্যৰ অখণ্ড ৰূপ সম্বন্ধে Coleridge-এ কৈছে:

The sense of beauty subsists in simultaneous intuitive of the relation of parts, each to each, and of all to a whole : exciting an immediate and absolute complacency, without intervence, therefore, of any interest sensual or intellectual.[২]

বিশ্বকবি ৰবীন্দ্ৰনাথে কৈছে:

যে ব্যক্তি বড়োৰ সঙ্গে ছোটকে, সমগ্ৰেৰ সঙ্গে প্ৰত্যেককে মিলাইয়া দেখিতে না জানে, সে উত্তেজনাকেই আনন্দ ও বিকৃতিকেই সৌন্দৰ্য বলিয়া ভ্ৰম কৰে। এই জন্য সৌন্দৰ্যবোধকে পূৰ্ণভাবে লাভ কৰিতে হইলে চিত্তেৰ শান্তি চাই। তাহা অসংযমেৰ দ্বাৰা হইবাৰ জো নাই।

কবিসৃষ্ট সৌন্দৰ্য্যৰ এই অখণ্ড ৰূপেই সৌন্দৰ্য্য সৃষ্টিৰ পৰাকাষ্ঠা।

---

১ কুমাৰসম্ভৱ ১।৩২

২ Philosophy of Beauty : Carritt উদ্ধৃত p. 134.

৩ সাহিত্য, পৃষ্ঠা ৪০

বিধাতাৰ সৃষ্ট জগতত ই বিৰল; গতিকে কবি-সৃষ্ট সৌন্দৰ্য্যৰ ওচৰত বিধাতা-সৃষ্ট সৌন্দৰ্য্য পৰাভূত। এই তত্ত্ব দৃঢ় কৰিবলৈ কবিয়ে কুমাৰ-সম্ভৱত পুনৰ গৌৰীৰ প্ৰত্যেক অঙ্গৰ বৰ্ণনা কৰি সন্তুষ্ট নহৈ সৌন্দৰ্য্য সৃষ্টিৰ অখণ্ড সমষ্টিৰূপ দাঙি ধৰিছে:

সৰ্ব্বোপমাদ্ৰব্যসমুচ্চয়েন যথাপ্ৰদেশং ৱিনিৱেশিতেন।
সা নিৰ্ম্মিতা ৱিশ্বসৃজা প্ৰযত্নাদেকস্থসৌন্দৰ্য্যদিদৃক্ষয়েৱ॥[১]

বিধাতাই একেৰাহে একেঠাইতে যাবতীয় সৌন্দৰ্য্য দৰ্শনৰ অভিলাষী হৈ যেন পৰম যত্নসহকাৰে চন্দ্ৰ, পদ্ম আদি সমুদায় উপমান বস্তুৰ চাৰুতা এঠাইত সংগ্ৰহ কৰি সেইবোৰক যথাস্থানত সন্নিবেশ কৰি সৰ্ব্বাঙ্গসুন্দৰী পাৰ্ব্বতীক নিৰ্ম্মাণ কৰিছিল।

উপমানসমূহেই জাগতিক সৌন্দৰ্য্য বৰ্ণনাৰ অৱলম্বন। উপমান স্বয়ং গৰিমাবৃত হলেও সৌন্দৰ্য্য সৃষ্টিৰ কাৰণে সেইবোৰ একেঠাইতে সংগ্ৰহ কৰি যদি সৌন্দৰ্য্য সৃষ্টিৰ অৱতাৰণা কৰা যায় তেন্তে সিয়েই উৎকৃষ্ট সৌন্দৰ্য্য সৃষ্টিৰ নিদৰ্শন হয়। কবিৰ মতে কবি-সৃষ্ট জগতৰ তুলনাত বিধাতা-সৃষ্ট জগৎ নিষ্প্ৰভ। জগৎ ৰচনা কৰা বিধাতাৰ এনে সৌন্দৰ্য্য-নিৰ্ম্মাণ কল্পনাতীত। কবি-সৃষ্ট জগৎ অপূৰ্ব্ব, অদ্বিতীয়। কবিৰ নিত্য নৱ-নৱ-উন্মেষশালিনী প্ৰতিভাৰ বলেৰে সৃষ্ট সৌন্দৰ্য্য যে বিধাতাৰ ক্ষমতাৰ অতীত কবিয়ে সেই কথা স্বয়ম্বৰ সভালৈ অহা ইন্দুমতীৰ সৌন্দৰ্য্য বৰ্ণনাত স্পষ্ট কৰিছে:

তস্মিন ৱিধানাতিশয়ে ৱিধাতুঃ কন্যামযে নেত্ৰশতৈকলক্ষ্যে।[২]

যি ( ইন্দুমতীৰ ) সৃষ্টিয়ে বিধাতাৰ সৃষ্টিক অতিক্ৰম কৰি গৈছে।

এই প্ৰসঙ্গত আলঙ্কাৰিক মম্মট ভট্টৰ উক্তিও প্ৰণিধানযোগ্য:

নিয়তিকৃতনিয়মৰহিতাং হ্লাদৈকময়ীমনন্যপৰতন্ত্ৰাম্।
নৱৰসৰুচিৰাং নিৰ্ম্মিতিমাদধতী ভাৰতী কবেৰ্জয়তি॥[৩]

---

১ কুমাৰসম্ভৱ ১।৪৯

২ ৰঘুবংশ ৬।১১

৩ কাব্যপ্ৰকাশ ১।১

নিয়তিৰ সকলো নিয়ম অতিক্ৰম কৰা পৰম আনন্দদায়ক, আনৰ অপেক্ষা নৰথা নৱৰসেৰে সুন্দৰ কবিৰ বাণী জয়যুক্ত হওক, অৰ্থাৎ কবিৰ বাণী সকলোতকৈ শ্ৰেষ্ঠ।

কবিৰ সৃষ্টি প্ৰাকৃতিক সৃষ্টিৰ নিয়মেৰে নিয়ন্ত্ৰিত নহয়। তেওঁৰ বাণী আনন্দময়। আনন্দ সৃষ্টিৰ নিয়মৰ বাহিৰে তেওঁ আন কোনো নিয়মৰ অধীন নহয়। প্ৰাকৃতিক জগত ছয় ৰসেৰে ব্যাপ্ত, কবিৰ জগত নৱৰসেৰে সঞ্জীৱিত। প্ৰজাপতিৰ সৃষ্টি নিয়তিৰ নিয়মানুৱৰ্ত্তী। প্ৰজাপতিৰ পক্ষে নিয়তিৰ বিধান অতিক্ৰম অসম্ভৱ; সৃষ্টিৰ নিয়ম অনুসাৰেই প্ৰজাপতিয়ে সৃজন কৰে; অৰ্থাৎ প্ৰকৃতিৰ বস্তুমাত্ৰেই বিশেষ নিয়মৰ অনুৱৰ্ত্তী আৰু কাৰ্য্যকাৰণেৰে নিয়ন্ত্ৰিত। পদুমৰ উৎপত্তিৰ কাৰণে প্ৰজাপতিৰ পানী আদি সামগ্ৰীৰ প্ৰয়োজন; কিন্তু কবিয়ে নায়িকাৰ মুখত প্ৰফুল্ল পদুমৰ স্নিগ্ধ হাঁহিৰ সৃষ্টি কৰে, য'ত জলৰ কোনো প্ৰযোজন নাই, শৰৎকালৰ য'ত অৱকাশ নাই। এইদৰে কবিয়ে বিধাতাৰ সৃষ্টিৰ নিয়ম অতিক্ৰম কৰি নিজৰ অনুভূতি অনুসাৰে নতুন জগৎ সৃষ্টি কৰে। সেই সৃষ্টিৰ বিধাতা কবি নিজে। বিধাতাৰ সৃষ্ট সামগ্ৰীসমূহকে নিজৰ-কল্পনাৰ বোলেৰে বোলাই নতুন ৰূপত ৰূপায়িত কৰে।' সেই বুলি কবি প্ৰকৃতিৰ প্ৰতিলিপিকাৰ বা অন্ধ অনুকৰণকাৰী নহয়; প্ৰকৃতিৰ ৰূপ-সম্ভাৰক আশ্ৰয় কৰি তেওঁ নিজৰ প্ৰতিভাৰে প্ৰকৃতিৰ বস্তুসমূহক অভিনৱ ৰূপ দিয়ে। এই প্ৰসঙ্গত Prof. A. C. Bradleyৰ অভিমত বিশেষ মন কৰিব লগীয়া:

Its nature (i.e., poetry's) is to be not a part, nor yet a copy of the real world (as we commonly understand that phrase) but to be a world by itself, independent, complete autonomous.[১]

কবিৰ সৃষ্টি প্ৰকৃতিৰ সৌন্দৰ্য্যতকৈ অধিক ৰমণীয় আৰু মনোগ্ৰাহী। কবিৰ এই কল্পিত সৌন্দৰ্য্য ব্যৱহাৰিক প্ৰয়োজনৰ

১ Oxford Lectures on Poetry: Chapter I

অযোগ্য কিয়নো এই সৌন্দৰ্য্য সৃষ্টিয়ে কোনো বাধ্য-বাধকতা নেমানে; সৌন্দৰ্য্য নিজে স্বয়ম্ভু ৰূপ লৈ সহৃদয় পাঠকৰ হৃদয়ত অৱতীৰ্ণ হয়; তেতিয়া আমাৰ ব্যৱহাৰিক জগতৰ কাৰ্য্যকৰী বুদ্ধি অস্তমিত হয় আৰু কেৱল ৰস-পিপাসু মনেই সজাগ হৈ উঠে। ভাৰতৰ অন্যতম শ্ৰেষ্ঠ আলঙ্কাৰিক আনন্দবৰ্দ্ধনে কৈছে:

অপাৰে কাব্যসংসাৰে কৱিৰেকঃ প্ৰজাপতিঃ
যথাস্মৈ ৰোচতে ৱিশ্বং তথেদং পৰিৱৰ্ত্ততে॥[১]

অসীম কাব্য জগতত কবিয়ে একমাত্ৰ স্ৰষ্টা; সেই স্ৰষ্টাৰ অভিৰুচি অনুযায়ী তেওঁৰ সৃষ্ট সংসাৰে সেই ৰূপ পৰিগ্ৰহণ কৰে অৰ্থাৎ কবিৰ সংসাৰে তেওঁৰ ৰুচিৰ নিয়মকেই অনুসৰণ কৰে।

ইয়াৰ অৰ্থ এই যে কবিৰ হৃদয় যেতিয়া শৃঙ্গাৰ ৰসেৰে প্লাৱিত হয়, তেওঁৰ ৰচিত সংসাৰো সেই ৰসেৰে ৰসময় হৈ উঠে। আকৌ কবি হৃদয় কৰুণ ৰসেৰে সিক্ত হলে, তেওঁৰ নিৰ্ম্মিত বিশ্বও তেতিয়া সেই ৰসেৰে অভিভূত হয়। পত্নী বিৰহত শ্ৰীৰামচন্দ্ৰই কেতিয়া কেনেকৈ চকুলো টুকিছিল, তাক আমি কোনেও নিজ চকুৰে দেখা নাই; অথচ আদি কবিয়ে যি মুহূৰ্ত্ততে ইচ্ছা কৰিছে, সেই মুহূৰ্ত্ততেই আমাক কন্দুৱাইছে; কবিৰ অভিৰুচি অনুসাৰেই আমি সকলোৱে এটা মুহূৰ্ত্তত কান্দিছো, আন এটা মুহূৰ্ত্তত হাঁহিছো। এই হঁহা-কন্দাৰ ওপৰত আমাৰ নিজৰে কৰ্ত্তৃত্ব নাই। কবিৰ ইচ্ছা অনুসাৰেই মুহূৰ্ত্তে মুহূৰ্ত্তে আমাৰ অন্তৰৰ পৰিবৰ্ত্তন ঘটিছে। নিজৰ হৃদয় আবেগেৰে মানসজগতক কবিয়ে যি ৰূপ দিবলৈ বিচাৰে, সহৃদয়-পাঠকৰ অন্তৰো সেই ভাবেৰেই বিগলিত হয়।

অলঙ্কাৰ-শাস্ত্ৰক সাহিত্য-শাস্ত্ৰ বোলা হয়; কিয়নো অলঙ্কাৰ আৰু সাহিত্য উভয়ে সৌন্দৰ্য্য-দৰ্শনৰ দুটা উল্লেখযোগ্য বস্তু। ৰমণীয় বাক্যৰাশিৰে ৰমণীয় পদাৰ্থৰ প্ৰকাশেই অলঙ্কাৰ; সাহিত্যৰ সহায়ত ৰমণীয় প্ৰকাশ-ভঙ্গীৰে সৌন্দৰ্য্যৰ লগত আত্মাৰ প্ৰকৃত

১ ধ্বন্যালোক—তৃতীয়-উদ্যোত

মিলন ঘটে। শব্দ আৰু অৰ্থৰ মিলনতেই সাহিত্য নহয়। কাব্য-বিষয়ৰ লগত সহৃদয়ৰ অন্তৰৰ মিলনেই হৈছে প্ৰকৃত সাহিত্য; সৌন্দৰ্য্য আৰু আনন্দৰ মিলনেই প্ৰকৃত মিলন; এই মিলনৰ চৰিতাৰ্থতাই সাহিত্যৰ শ্ৰেষ্ঠ সম্পদ।

সৌন্দৰ্য্য আৰু আনন্দৰ মিলন স্বসংবেদ্য আৰু লোকোত্তৰ। এই অনুভূতি আত্মানন্দৰূপেই পৰিচিত। মম্মটভট্টই কৈছেঃ

·· সকলপ্ৰযোজনমৌলিভূতং সমনন্তৰমেৱ
ৰসাস্বাদনসমুদ্ভূতং বিগলিতবেদ্যান্তৰমানন্দম্ ॥

এই সম্বন্ধে Coleridgeঅৰ মন্তব্য হৈছেঃ

A poem is a species of composition, opposed to science as having intellectual pleasure for its object or end and that its perfection is to communicate the greatest immediate pleasure from parts, compatible with the largest sum of pleasure on the whole.

এই সম্বন্ধে Shairpএ কৈছেঃ

Poets are the rulers of men's spirit more than the philosopher, whether mental or physical For the reasoned thought of the philosopher appeals only to the intellect, and does not flood the spirit; the greatest poet touches a deeper part of us than the mere philosopher ever reaches, for he is a philosopher and something more—a master of thought, but it is inspired thought, thought filled and made alive with emotion. He makes his appeal, not to intellect alone, but to all that part of men's being, in which lie the springs of life.

কেৱল ব্যক্তিগত অনুভূতিৰ আলোড়ন হোৱা হলে কবিৰ কল্পনা ৰসাৰ্থীৰ হৃদয়গ্ৰাহী হব নোৱাৰিলেহেঁতেন। নিজ প্ৰতিভাৰ বলেৰে পৰকীয়-ভাৱ-সমূহক সাৰ্ব্বজনীন ৰূপ দি কবিয়ে প্ৰকাশ কৰে; সেই কাৰণেই সি সুন্দৰ আৰু সুন্দৰ কাৰণে সি সকলোকে আনন্দ দিয়ে। কবিয়ে আনন্দ বিতৰণৰ কাৰণে নিয়তিৰ নিয়মকো অতিক্ৰম কৰে।

## পাচ

আধ্যাত্মিক উন্নতিৰ পৰিপোষক স্বৰূপে প্ৰতিষ্ঠা কৰাতে কালিদাসৰ সৌন্দৰ্য্যানুভৱৰ মাধুৰ্য্য। এই সৌন্দৰ্য্য উপলব্ধি কৰিবলৈ হলে, মনৰ সাধাৰণ কামনা বা বাসনাক পৰিত্যাগ কৰাৰ প্ৰয়োজন। সুন্দৰ কৰিলেই সৌন্দৰ্য্যৰ কাম পৰিসমাপ্ত নহয়। আত্মাক সুন্দৰ আৰু পৰিশুদ্ধ কৰি ভূমানন্দৰ লগত মিলন ঘটোৱাই সৌন্দৰ্য্যানুভৱৰ চৰম লক্ষ্য।

Keats-এ কয়:

Beauty is truth, Truth beauty

সত্যাই সৌন্দৰ্য্য।

যি যথাৰ্থ সত্য তাৰেই প্ৰকৃত সৌন্দৰ্য্য। যি সত্য নহয়, যি সত্যৰ আভাস মাথোন, সৌন্দৰ্য্য থাকিলেও সি ক্ষীণ, ভঙ্গুৰ। সত্যৰ স্বৰূপ আত্মাত প্ৰকাশ পালে সেই সত্যই সুন্দৰৰ ৰূপ লয়। যি সুন্দৰ সিয়েই আনন্দ। সত্যৰ এই আনন্দৰূপ উপলব্ধি কৰি সমাজক উদ্‌বুদ্ধ কৰাতে সাহিত্যৰ উপযোগিতা। শ্ৰুতিয়ে কৈছে:

"আনন্দৰূপমমৃতং যদ্ বিভাতি" প্ৰকাশমান পদাৰ্থমাত্ৰেই তেওঁৰ আনন্দৰূপ, তেওঁৰ অমৃত ৰূপ। গতিকে সৌন্দৰ্য্যানুভৱ ইন্দ্ৰিয়গ্ৰাহ্য বস্তু নহয়। ইয়াক বুদ্ধিৰেহে গ্ৰহণ কৰিব পাৰি, অনুভূতিৰ দ্বাৰায়হে ইয়াৰ তত্ত্ব উপলব্ধি কৰিব পাৰি।

Jacques Martin-অৰ ভাষাত কবলৈ গলে:

Beauty is essentially the object of intelligence; for what knows is the mind, which alone is open to the infinity of being.

এই সম্বন্ধে Prof. Shairp এ কৈছে:

Unless it (beauty) is felt, perceived by an intelligent soul,

it does not exist. The forms, the motions, the colours of nature, taken alone, do not constitute beauty.

সৌন্দৰ্য্যৰ সম্যক উপলব্ধি নহলে মঙ্গল ভাৱৰ বিকাশ নহয়। সৌন্দৰ্য্যৰ পৰিপূৰ্ণতাতেই মঙ্গলৰ প্ৰতিষ্ঠা। সৌন্দৰ্য্য, অনুভূতিৰ অগোচৰ হলে মঙ্গল আপোনা-আপুনি আঁতৰি যায়। মঙ্গলৰ অভাৱত আনন্দৰ অন্তৰ্দ্ধান স্বাভাৱিক। কবি কালিদাসে মালৱিকাগ্নিমিত্ৰ নাটকত ৰজাৰ উক্তিত এই সত্য প্ৰকাশ কৰিছে—

ভাগ্যাস্তমযমিৱাক্ষ্ণোহৃ´দযস্য মহোৎসৱাৱসানমিৱ।
দ্বাৰপিধানমিৱ ধৃতের্মন্যে তস্যাস্তিৰস্কৰিণীম্ ॥[১]

মই ভাবোঁ তেওঁৰ অন্তৰ্দ্ধান মোৰ নয়নৰ সৌভাগ্যৰ শেষ ৰূপে দেখা দিলে, হৃদয়ৰ আনন্দোৎসৱৰ অৱসান হ'ল, আনকি মোৰ প্ৰীতিৰ দুৱাৰো অৱৰুদ্ধ হ'ল। মালৱিকাৰ তিৰোধানৰ লগে লগে মোৰ জীৱনৰ সকলো আকৰ্ষণ নিঃশেষ হৈ গ'ল।

কবীন্দ্ৰ ৰবীন্দ্ৰই কৈছে :

সৌন্দৰ্যও জগদ্ ব্যপাৰেৰ মধ্যে ঈশ্বৰেৰ ঐশ্বৰ্যকে প্ৰকাশ কৰে, মঙ্গলও মানুষেৰ জীবনেৰ মধ্যে তাহাই কৰিয়া থাকে ; মঙ্গল সৌন্দৰ্যকে, শুধু চোখেৰ দেখা নয়, শুধু বুদ্ধিৰ বোঝা নয়, তাহাকে আৰো ব্যাপক আৰও গভীৰ কৰিয়া মানুষেৰ কাছে আনিয়া দিয়াছে ; তাহা ঈশ্বৰেৰ সামগ্ৰীকে অত্যন্তই মানুষেৰ সামগ্ৰী কৰিয়া তুলিয়াছে। বস্তুত, মঙ্গল মানুষেৰ নিকটবৰ্ত্তী অন্তৰতম সৌন্দৰ্য ; এই জন্যই তাহাকে আমৰা অনেক সময় সহজে সুন্দৰ বলিয়া বুঝিতে পাৰি না, কিন্তু যখন বুঝি তখন আমাদেৰ প্ৰাণ বৰ্ষাৰ নদীৰ মতো ভৰিয়া উঠে। তখন আমৰা তাহাৰ চেয়ে ৰমণীয় আৰ কিছুই দেখি না।[২]

---

১ মালৱিকাগ্নিমিত্ৰ ২।১১

২ সাহিত্য, পৃঃ ৪৪

গৌৰীৰ চৰিত্ৰৰ মাজেৰে কুমাৰসম্ভৱত কালিদাসে মঙ্গল আৰু সৌন্দৰ্য্যৰ সম্বন্ধ স্পষ্টভাৱে প্ৰকাশ কৰিছে :

যদুচ্যতে পাৰ্ব্বতি পাপবৃত্তয়ে ন ৰূপমিত্যব্যভিচাৰি তদ্বচঃ।
তথা হি তে শীলমুদাৰদৰ্শনে তপস্বিনামপ্যুপদেশতাং গতম্ ॥[১]

হে পাৰ্ব্বতী, ইমান দিনৰ এটা বিষম সমস্যাৰ আজি মোৰ সমাধান হ'ল—সুন্দৰ ৰূপে যে কেতিয়াও পাপ আচৰণ কৰিব নোৱাৰে প্ৰচলিত এই লোক প্ৰবাদ যে অসত্য নহয় সেই কথা আজি তোমাক দেখি উপলব্ধি কৰিলো ; কিয়নো, হে স্নিগ্ধনয়নি, তোমাৰ সৎ চৰিত্ৰ কঠোৰ তপস্বীসকলৰো আদৰ্শস্থানীয় হৈছে।

কাম-গন্ধ-শূন্য সৌন্দৰ্য্যানুভৱেই আধ্যাত্মিক উন্নতিৰ পৰিপোষক। কালিদাসে সেই কথা সেই একেখন মহাকাব্যতে প্ৰকাশ কৰিছে :

প্ৰভামহত্যা শিখয়েব দীপস্ত্ৰিমাৰ্গযেব ত্ৰিদিৱস্য মাৰ্গঃ।
সংস্কাৰৱত্যেৱ গিৰা মনীষী তয়া স পূতশ্চ বিভূষিতশ্চ ॥[২]

সমুজ্জ্বল প্ৰভাৰে উদ্‌ভাসিত শিখাৰে যিদৰে প্ৰদীপ, মন্দাকিনীৰে যেনেকৈ স্বৰ্গৰ পথ আৰু ভ্ৰম-প্ৰমাদ বিবৰ্জ্জিত বিশুদ্ধ বাক্যেৰে যেনেভাৱে জ্ঞানী পণ্ডিতসকল পৱিত্ৰ আৰু বিভূষিত হিমালয়ো সেইদৰে গিৰিৰাজকুমাৰী পাৰ্ব্বতীৰে পৱিত্ৰ, বিভূষিত আৰু গৌৰৱান্বিত।

কালিদাসৰ সৌন্দৰ্য্য অলঙ্কাৰৰ স্বৰূপ নহয় ; ই মঙ্গলভাৱৰ কাৰণ, আত্মোন্নতিৰ সেতু। সৌন্দৰ্য্যক ইন্দ্ৰিয় পৰিতৃপ্তিৰ হেতু বুলি স্বীকাৰ কৰিলে সত্যৰ সন্ধান আৰু অমৃতৰ ৰস সম্ভৱ নহয়। প্ৰবৃত্তিমাৰ্গেৰে সৌন্দৰ্য্যক উপলব্ধি কৰিব নোৱাৰি, নিবৃত্তিমাৰ্গেৰেহে ইয়াৰ পূৰ্ণ স্বাদ সম্ভৱ। কবিৰ মতে সৌন্দৰ্য্যানুভৱ অতীন্দ্ৰিয়। মঙ্গলময় সৌন্দৰ্য্যই আনন্দৰ স্বৰূপ। জীৱমাত্ৰৰে অন্তৰত আনন্দ-স্বৰূপ ভগৱানে মঙ্গলভাৱ দিছে ; সৌন্দৰ্য্যই ভক্তি আৰু আনন্দৰ

১ কুমাৰসম্ভৱ ৫।৩৬
২ কুমাৰসম্ভৱ ১।২৮

পথ নিৰ্দ্দেশ কৰি জীৱমাত্ৰকে সত্য-শিৱ-সুন্দৰৰ সন্ধান দিয়ে। কবিয়ে স্নেহ, ভক্তি, প্ৰীতি, সৌহাৰ্দ্দ্য—সকলোৰে মূলত যে প্ৰেম সেই কথা দৰ্শাইছে। ঘৰত ইয়াৰ জন্ম, সমাজত ইয়াৰ ব্যাপ্তি আৰু অন্তত প্ৰেমময়ৰ প্ৰেম সিন্ধুত ইয়াৰ পৰিসমাপ্তি। যি প্ৰেম প্ৰেমিকৰ পৰম আদৰ্শ, তাৰ গাৰ্হস্থ্য ধৰ্ম্মতেই দীক্ষা, সমাজ সেৱাতেই তাৰ সাধনা আৰু দেৱত্ব লাভতেই সিদ্ধি। এই দাম্পত্য প্ৰেমেই মাতৃত্বকো মহিমামণ্ডিত কৰি দৰিদ্ৰৰ গৃহকো অমিয়-পুৰীত পৰিণত কৰে। কালিদাসৰ এই সৌন্দৰ্য্যানুভৱৰ নিখুঁত চিত্ৰ বিশ্বকবি ৰবীন্দ্ৰনাথে দাঙি ধৰিছে :

কুমাৰসম্ভবেৰ কবি অকাল বসন্তেৰ আকস্মিক উৎসবে পুষ্পশৰেৰ মোহবৰ্ষণেৰ মধ্যে, হৰ পাৰ্বতীৰ মিলনকে চূড়ান্ত কৰিয়া তোলেন নাই। স্ত্ৰী-পুৰুষেৰ উন্মত্ত সংঘাত হইতে যে আগুন জ্বলিয়া উঠিয়াছিল সেই প্ৰলয়াগ্নিতে আগে তিনি শান্তিধাৰা বৰ্ষণ কৰিয়াছেন, তবো তো মিলনেৰ প্ৰতিষ্ঠা কৰিতে পাৰিলেন। কবি গৌৰীৰ প্ৰেমেৰ সৰ্বাপেক্ষা কমনীয় মূৰ্তি তপস্যাৰ অগ্নিৰ দ্বাৰাই উজ্জ্বল কৰিয়া দেখাইয়াছেন সেখানে বসন্তেৰ পুষ্পসম্পদ ম্লান, কোকিলেৰ মধুৰতা স্তব্ধ। অভিজ্ঞান শকুন্তলেও প্ৰেয়সী যেখানে জননী হইয়াছেন, বাসনাৰ চাঞ্চল্য যেখানে বেদনাৰ তপস্যায় গাম্ভীৰ্য লাভ কৰিয়াছে, যেখানে অনুতাপেৰ সঙ্গে ক্ষমা আসিয়া মিলিয়াছে সেইখানেই ৰাজদম্পতিৰ মিলন সাৰ্থক হইয়াছে। প্ৰথম মিলনে প্ৰলয়, দ্বিতীয় মিলনেই পৰিত্ৰাণ। এই দুই কাব্যেই শান্তিৰ মধ্যে, মঙ্গলেৰ মধ্যে, যেখানেই কবি সৌন্দৰ্যেৰ সম্পূৰ্ণতা দেখাইয়াছেন তাঁহাৰ তুলিকা বৰ্ণ বিৰল, তাঁহাৰ বীণা অপ্ৰমত।[১]

কালিদাসৰ সহানুভূতিয়ে যিদৰে আমাক ক্ৰমে ক্ৰমে ৰমণীয় মূৰ্ত্তিৰপৰা কল্যাণ মূৰ্ত্তিলৈ অসংযমৰপৰা সংযমলৈ আকৰ্ষণ কৰিছে, সেইদৰে কল্যাণ আৰু সংযম উভয়ে সংযুক্ত হৈ আমাৰ সৌন্দৰ্য্য

১ সাহিত্য, পৃঃ ৪৭

উপভোগৰ বাসনাকো গভীৰৰপৰা গভীৰতম স্তৰলৈ নিছে। ধীৰ, সমাহিত আৰু বিশুদ্ধ চিত্তইহে সৌন্দৰ্য্যৰপৰা ৰস আহৰণ কৰে।

বিশ্বকবি ৰবীন্দ্রনাথৰ তলৰ বাণী মহাকবি কালিদাসৰ অন্তৰৰেই প্ৰতিধ্বনি ঃ

"ইচ্ছাৰ যদি চৰিতার্থতা চাও তবে ইচ্ছাকে শাসনে ৰাখ; যদি সৌন্দর্য ভোগ কৰিতে চাও তবে ভোগ লালসাকে দমন কৰিয়া শুচি হইয়া শান্ত হও।"[১]

শকুন্তলতাৰ যৌৱনৰ উদ্দাম ৰূপকেই সৰ্ব্বস্ব বুলি ভাবি ৰূপমুগ্ধ দুষ্যন্তই তেওঁক লাভ কৰিবলৈ বিচাৰিছিল। কিন্তু কল্যাণৰ সম্বন্ধ নথকাত ঘটিল অভিশাপ, বাধা, বিৰহ আৰু শাপ-ভঙ্গত তীব্ৰ বেদনা আৰু অনুশোচনাৰ তপস্যা। অনুতাপানলত শুদ্ধ হৈ স্থিৰ-মতি দুষ্যন্তই অনুতাপশুদ্ধা পুত্ৰৱতী শকুন্তলাৰ কল্যাণময়ী পৱিত্ৰ জননী-মূৰ্ত্তিক লাভ কৰিলে। সেই কল্যাণেই প্ৰেমৰ সাৰ্থকতা, সৌন্দৰ্য্যৰ শাশ্বত প্ৰতিষ্ঠা। সেইদৰে কুসুমভৰণা মদনসন্তপ্তা গৌৰী স্থূলৰূপে শিৱক লাভ কৰিবলৈ সমৰ্থ হোৱা নাছিল। তপস্যাকৃশা সাধিকা গৌৰীৰ শুচি-স্নিগ্ধ পৱিত্ৰ সৌন্দৰ্য্যহে শিৱক লাভ কৰিবলৈ সমৰ্থ হৈছিল। সংযম আৰু তপস্যাৰ দ্বাৰা সৌন্দৰ্য্যৰ ইন্দ্ৰিয়মাদকতা বিলোপ হোৱাতহে গৌৰী তপস্যাশুদ্ধ সৌন্দৰ্য্য-স্বৰূপ শিৱক অৰ্থাৎ মঙ্গলক, কল্যাণক লাভ কৰিবলৈ সমৰ্থ হ'ল। সৌন্দৰ্য্য কল্যাণপ্ৰসূ, মঙ্গলজনক হলেহে সি সত্যত প্ৰতিষ্ঠিত হয়। কালিদাসৰ সৌন্দৰ্য্য একেলগে সত্য আৰু কল্যাণৰ ওপৰত প্ৰতিষ্ঠিত। সত্য, শিৱ আৰু সুন্দৰ সেই অসীম অনন্ত সত্যস্বৰূপ মঙ্গলময় চিৰসুন্দৰৰ সীমাৰ মাধ্যমেৰে তিনিটা অবিচ্ছেদ্য প্ৰকাশ-ভঙ্গী মাত্ৰ।

---

১ সাহিত্য পৃঃ ৩৫

# জাতীয় কবি কালিদাস

কবি-সম্রাট কালিদাসে এহাতে পূৰ্বসূৰী আদি কবি বাল্মীকি আৰু আন হাতে উত্তৰকালৰ কবীন্দ্ৰ ৰবীন্দ্ৰনাথক স্পৰ্শ কৰি ভাৰতীয় সাহিত্য মঞ্চত মধ্যমণিৰ দৰে বিৰাজ কৰি আছে। বাল্মীকি, কালিদাস আৰু ৰবীন্দ্ৰনাথ ভাৰতীয় সাহিত্য আৰু সংস্কৃতিৰ একোটা বিশেষ যুগৰ উজ্জ্বলতম ৰত্ন আৰু শ্ৰেষ্ঠ কবি। এই তিনিজন মহাৰথী হিন্দু-সংস্কৃতি আৰু সভ্যতাৰ প্ৰতিনিধি। কবি হিছাপে প্ৰত্যেকেই স্বতন্ত্ৰ হলেও যুগকবি হিছাপে আটাই-কেইজনেই সমান ভাবধাৰাৰ পৰিধিত পৰিবেষ্টিত।

বাল্মীকি আৰু ব্যাস ভাৰতীয় সাহিত্য মন্দিৰৰ ভেটি স্থাপন কৰি চিৰ-অমৰ। বাল্মীকিৰ ৰামায়ণ আৰু ব্যাসৰ মহাভাৰত ভাৰতীয় সভ্যতাৰ শ্ৰেষ্ঠ ইতিহাস আৰু সংস্কৃতিৰ পৰিপূৰ্ণ আকৰ। এই মহাকাব্যদ্বয় প্ৰাচীন ভাৰতৰ শিক্ষা, দীক্ষা, সমাজ, সংস্কৃতি আৰু সভ্যতাৰ প্ৰতিচ্ছবি। হিন্দুধৰ্ম্ম, সাহিত্য আৰু সমাজৰ ওপৰত এই দুই মহাকাব্যৰ প্ৰভাৱ অসাধাৰণ আৰু অপৰিমেয়। পৰবৰ্ত্তী সংস্কৃত সাহিত্য আৰু আধুনিক ভাৰতৰ প্ৰতি ৰাজ্যৰ প্ৰান্তীয় সাহিত্যৰ ওপৰতো এই মহাকাব্যদ্বয়ৰ প্ৰভাৱ অপৰিসীম আৰু অতুলনীয়।

কালিদাস এওঁলোকৰ অনুগামী হলেও ঠায়ে ঠায়ে তেওঁলোকৰ কীৰ্ত্তিক অতিক্ৰম কৰি স্বীয় প্ৰতিভাৰ মহিমাৰে মহীয়ান হৈ উঠিছে। ব্যাস-বাল্মীকিৰ লগত কালিদাসৰ আত্মিক যোগ সুন্দৰ আৰু সুস্পষ্টৰূপে পৰিস্ফুট।

কালিদাসীয় সাহিত্যত ভাৰতৰ দেহ, মন আৰু আত্মা সৰ্ব্বাঙ্গ-

সুন্দৰ হৈ প্ৰকাশ পাইছে। দেহৰ সৌন্দৰ্য্যতকৈও আত্মাৰ মাধুৰ্য্য সমধিক সমুজ্জ্বল হৈ উঠিছে। সুজলা-সুফলা শস্য-শ্যামলা পুণ্যভূমি ভাৰতবৰ্ষই কালিদাসৰ হাতত অভিনৱ ৰূপ লৈছে। স্বভাৱতেই ভাৰতবৰ্ষ প্ৰকৃতিৰ প্ৰিয়তম নিকেতন। স্বভাৱলব্ধ ৰূপ-লাৱণ্যই শ্ৰেষ্ঠ শিল্পীৰ হাতত সৌন্দৰ্য্য সৃষ্টিৰ পৰাকাষ্ঠা লাভ কৰিছে। নদীমাতৃকা, শস্য-শ্যামলা ভাৰতবৰ্ষই এই দেশৰ ঋষি, মুনি, কবি, শিল্পী, দাৰ্শনিক, বৈজ্ঞানিক—সকলোকে সমভাৱে নিজৰ যথাযোগ্য উপকৰণ যোগাই আহিছে। মহাকবি কালিদাসৰ প্ৰতিভা-নিৰ্ঝৰিণীৰ সলিলেৰে ভাৰতৰ নৈসৰ্গিক দৃশ্যই পৰিপুষ্টি লাভ কৰিছে; সেই দৃশ্যই সৌন্দৰ্য্যমণ্ডিত কলেৱৰ ধাৰণ কৰি জগতক মুগ্ধ আৰু বিমোহিত কৰি ৰাখিছে।

কালিদাস ভাৰতীয় সভ্যতাৰ উজ্জ্বল প্ৰতীক। অভ্যুদয়শালী বৌদ্ধ-সংস্কৃতি আৰু সভ্যতাৰ বিপক্ষে থিয় হৈ হিন্দু-সংস্কৃতি আৰু সভ্যতাক পুনৰ প্ৰতিষ্ঠা আৰু গৌৰৱান্বিত কৰিবলৈ কালিদাসে সকলোপ্ৰকাৰ সৃজনক্ষম শক্তি প্ৰয়োগ কৰিলেও বৌদ্ধধৰ্ম্ম আৰু সংস্কৃতিক ক্ষুণ্ণ কৰিবলৈ, উপহাস কৰিবলৈ, তিৰস্কাৰ কৰিবলৈ কোনো ঠাইত অকণো প্ৰয়াস পোৱা নাই। ইয়াতেই কালিদাসৰ মহত্ত্ব, ইয়াতেই কালিদাসৰ শ্ৰেষ্ঠত্ব, ইয়াতেই কালিদাসৰ জাতীয় কবিত্বৰ বীজাঙ্কুৰৰ উন্মেষ। জাতীয় চেতনা, প্ৰেৰণা আৰু মানৱ-প্ৰীতিৰ উদাৰ স্বপ্ন লৈ কালিদাস ভাৰতীয় কবিকুলৰ অগ্ৰদূত, মনীষীসকলৰ শিৰোমণি।

কালিদাস ভাৰতৰ শ্ৰেষ্ঠ ঐতিহাসিক কবি। দেশৰ প্ৰাচীন ঐতিহ্যৰ লগত যি কবিৰ সম্বন্ধ বা সম্পৰ্ক নাথাকে তেওঁ জাতীয় কবিৰূপে পৰিগণিত নহয়। জাতিৰ অতীত সভ্যতা আৰু সংস্কৃতিত নতুন ৰূপ দি, আধুনিক চিন্তাধাৰা আৰু ভাবোন্মেষণৰ উপাদান যোগাই, ভৱিষ্যত সমাজৰ কাৰণে যিজনে অমৃতৰ সন্ধান দিব পাৰে তেৱেঁই প্ৰকৃত জাতীয় কবি। সাহিত্যৰ মাধ্যমেৰে কবিয়ে

প্ৰকৃত আদৰ্শৰ সৃষ্টি কৰে; সেই আদৰ্শই দেশ-কালৰ সীমা অতিক্ৰম কৰি, বিশ্ব-শান্তি আৰু প্ৰেমৰ প্ৰতিষ্ঠা কৰি বিশ্ব-জ্ঞানৰ ভঁৰালত উপকৰণ যোগায়। সেই আদৰ্শৰ প্ৰকৃতপক্ষে জাতীয় বা স্থানীয় বুলিবৰ একো নাথাকে, সি বিশ্ব-আদৰ্শৰূপে পৰিগৃহীত হয় আৰু দেশ কালৰ পৰিধিক অতিক্ৰম কৰি সাৰ্ব্বকালিক আৰু সাৰ্ব্বভৌমিক ৰূপ লয়। ভাৰতীয় আদৰ্শৰ শিল্প-কুশল প্ৰতিচ্ছবিৰ অপৰূপ প্ৰকাশ-ভঙ্গীৰে কালিদাস বিশ্ব-সাহিত্য মন্দিৰৰ শ্ৰেষ্ঠ পূজাৰী। বিশ্ব-মঙ্গলৰ প্ৰধান উপাসক কালিদাসে ভাৰতৰ অতীত গৌৰৱৰ দীপ-শিখাৰে বৰ্ত্তমানক আলোকিত কৰি ভৱিষ্যতৰ পথ উদ্ভাসিত কৰি তুলিছে।

কবিশ্ৰেষ্ঠ কালিদাসৰ প্ৰতিভা অকল ভাৰততে সীমাবদ্ধ হৈ থকা নাই। প্ৰায় এশ বছৰ আগেয়ে ইউৰোপৰ পণ্ডিত-প্ৰৱৰ মনিয়াৰ উইলিয়াম্‌ছ্‌-এ সৰ্ব্বপ্ৰথম কালিদাসক ভাৰতৰ শ্বেক্স্‌পিয়াৰ বুলি সম্বৰ্দ্ধনা জনায়। তাৰ পিছৰপৰাই ইউৰোপৰ বিভিন্ন মনীষীয়ে কালিদাসৰ বহুমুখী প্ৰতিভা অৱলোকন কৰি নানাভাৱে প্ৰশংসাৰ বাণীৰে কালিদাসৰ বিশ্বজনীন চিন্তাধাৰাৰ প্ৰশংসা কৰিবলৈ ধৰে। কালিদাসক ভাৰতৰ শ্বেক্স্‌পিয়াৰ বুলি অভিহিত কৰিব খুজিলে আমাৰ মনত এটা প্ৰশ্ন জগা স্বাভাৱিক যে, কালিদাসে মাত্ৰ তিনিখন নাটক ৰচনা কৰি সাতত্ৰিশখন নাটকৰ ৰচক শ্বেক্স্‌পিয়াৰৰ লগত কিভাৱে সমকক্ষ হব পাৰে? ইয়াৰ উত্তৰত এইটো কব পাৰি যে অকল গ্ৰন্থৰ সংখ্যাৰে গ্ৰন্থকাৰৰ মূল্যাঙ্কন নিৰ্দ্ধাৰিত নহয়। দুখন মহাদেশৰ দুজন প্ৰধান নাট্যকাৰক সমান আসনত প্ৰতিষ্ঠিত কৰাৰ কাৰণ এই যে শ্বেক্স্‌পিয়াৰ যেনেকৈ ইংৰাজী সাহিত্যৰ শ্ৰেষ্ঠ নাট্যকাৰ, কালিদাসো সেইদৰে সংস্কৃত সাহিত্যৰ শ্ৰেষ্ঠ নাট্যকাৰ। সেয়ে শ্ৰেষ্ঠদ্বয়ৰ আসনো সমান।

শ্বেক্স্‌পিয়াৰে যিদৰে তেওঁৰ গ্ৰন্থাৱলীত ইংলণ্ডৰ জাতীয় জীৱন, জাতীয় কৃষ্টি আৰু সভ্যতাৰ প্ৰতিচ্ছবি সজীৱ আৰু সচেতনভাৱে

অঙ্কিত কৰিছে, কালিদাসেও ভাৰতৰ জাতীয় জীৱন, জাতীয় কৃষ্টি আৰু সভ্যতাৰ নিখুঁত চিত্ৰ দাঙি ধৰিছে। দুয়োজন মহৎ শিল্পীৰ হাতত দুখন মহাদেশৰ জাতীয় জীৱন, জাতীয় চৰিত্ৰ, সামাজিক অৱস্থা, ৰাজনৈতিক ব্যৱস্থা, অৰ্থনৈতিক পৰিস্থিতি সমানভাৱে সমুজ্জ্বল হৈ আছে। জাতীয় শিল্প, সংস্কৃতি আৰু সভ্যতাৰ ৰসোত্তীৰ্ণ প্ৰতিচ্ছবি দুধাৰা পুষ্ট কল্পনাৰ আলোকেৰে উদ্দীপ্ত। কালিদাসক ভাৰতৰ শ্বেক্স্‌পিয়াৰ বুলি সম্মানিত কৰা যি কথা, শ্বেক্স্‌পিয়াৰকো ইংলণ্ডৰ কালিদাস বুলি অভিবাদন জনোৱা একে কথা। এই দুই মহাৰথীৰ হাতত জাতীয় সত্যই স্থানীয় সীমাক অতিক্ৰম কৰি আন্তৰ্জ্জাতিক বিশ্বজনীন সত্যৰ ৰূপ লৈ বিশ্বসাহিত্য পৰিষদত উভয় দেশৰ মৰ্য্যাদাকে সুপ্ৰতিষ্ঠিত কৰিছে। শ্বেক্স্‌পিয়াৰ, মিলটন, ভাৰ্জিল, গ্যেটে, দান্তে, হোমাৰ, ছোফোক্লিচ, এছ্‌কাইলাছ্‌, ইউৰিপিডিছ্‌, বাল্মীকি, বেদব্যাস, কালিদাস, ৰবীন্দ্ৰনাথ বিশ্বসাহিত্য পৰিষদৰ প্ৰতিষ্ঠাতা আৰু কৰ্ণধাৰ। এওঁলোকৰ সাহিত্য পৃথিৱীৰ সমগ্ৰ মানৱ জাতিৰ কাৰণে প্ৰযোজ্য। জাতীয় কবি হিছাপে এওঁলোকৰ যি সম্মান আন্তৰ্জ্জাতিক কবি হিছাপে ততোধিক গৌৰৱ।

( দুই )

জাতীয় কবি বিষয়ে এই সামান্য আলোচনাৰ পিচত মহাকবি কালিদাসৰ গ্ৰন্থৰ উদ্ধৃতিৰে তেওঁৰ সাহিত্যত কিভাৱে ভাৰতৰ দেহ-মন-প্ৰাণ পৰিস্ফুট হৈ উঠিছে সেই বিষয়ে আলোচনা কৰা যাওক। এই আলোচনা কবিৰ খণ্ডকাব্য মেঘদূতেৰে আৰম্ভ কৰোঁ। সৰ্ব্বপ্ৰথম কালিদাসেই সংস্কৃত সাহিত্যত দূতকাব্য প্ৰণয়ন কৰে। মেঘৰ নিচিনা অচেতন পদাৰ্থক দূত স্বৰূপে কালিদাসৰ পূৰ্ব্বে সাহিত্যত স্থান দিয়া হোৱা নাছিল। অৱশ্যে মহাভাৰতৰ

কবিয়ে মহাৰাজ নলৰ ওচৰৰপৰা হংসক প্ৰণয়ৰ দূত হিছাপে পঠিয়াইছিল কিন্তু সেই দূত সম্পূৰ্ণ চেতন প্ৰাণী। ৰামায়ণৰ কবিয়ে অৰণ্যনিবাসী শ্ৰীৰামচন্দ্ৰৰ ব্যথাভৰা হৃদয়ৰ দূত হিছাপে হনুমানক প্ৰেৰণ কৰিছিল—সেই হনুমানো সজীৱ সচেতন। কিন্তু কালিদাসৰ মেঘ প্ৰাণহীন অচেতন। পৰবৰ্ত্তী যুগত কালিদাসৰ এই অপূৰ্ব্ব সৃষ্টিৰ অনুকৰণত বহু সাহিত্যিকে পৱনদূত, পদাঙ্কদূত প্ৰভৃতি বিবিধ দূত-কাব্য ৰচনা কৰিছে, কিন্তু কোনেও দূত-কবিগুৰু কালিদাসৰ কীৰ্ত্তিক ম্লান কৰিব পৰা নাই। সুমধুৰ মন্দাক্ৰান্তা ছন্দে ৰচিত মেঘদূতৰ প্ৰত্যেক শ্লোকেই ভাব আৰু ভাষাৰ সৌষ্ঠৱেৰে সমৃদ্ধ। সম্ভৱ মন্দাক্ৰান্তাৰ বাহিৰে আন কোনো ছন্দতে যক্ষৰ বিৰহ ইমান প্ৰাণস্পৰ্শী নহলহেঁতেন। আন গ্ৰন্থ-সমূহ বাদ দিলেও অকল মেঘদূতেই কালিদাসক ভাৰতৰ জাতীয় কবি হিছাপে প্ৰতিষ্ঠিত কৰিব।

প্ৰিয়তমাৰ প্ৰণয়ত অত্যন্ত আসক্ত হৈ নিজৰ কৰ্ত্তব্যত ত্ৰুটি কৰাৰ অপৰাধত কুবেৰৰ ভৃত্য যক্ষ অভিশপ্ত। তাৰে ফলত যক্ষই অকলশৰে সম্পূৰ্ণ এবছৰ কাল ৰামগিৰিত নিৰ্ব্বাসন ভুগিব লগীয়া হ'ল। কাতিমাহৰপৰা জেঠলৈকে এই আঠমাহ নিৰ্ব্বাসনত থাকি প্ৰিয়তমাৰ বিৰহত অতিশয় অধীৰ হ'ল। এই নিৰ্ব্বাসনত থাকোঁতেই আহাৰৰ প্ৰথম দিনত নতুন মেঘে আকাশত দেখা দিলে। মেঘ দেখি যক্ষৰ চিত্ত চঞ্চল হ'ল।

মেঘ যে জড় পদাৰ্থ, জল-বায়ু-বাষ্প আৰু তাপৰ সংমিশ্ৰণ মাত্ৰ (ধূমজ্যোতিঃ সলিলমৰুতাং সন্নিপাতঃ) সেই কথাৰ বিশ্লেষণ কৰিবলৈ ধৈৰ্য্য নহল; কিয়নো মদনান্ধসকলে স্বভাৱতেই কাৰ্য্যাকাৰ্য্যৰ বিবেচনা কৰিব নোৱাৰে, তেওঁলোক চেতন অচেতন সকলোৰে ওচৰত কৃপাপ্ৰাৰ্থী—"কামাৰ্ত্তা হি প্ৰকৃতিকৃপণাশ্চেতনা-চেতনেষু।" যক্ষৰ মানত মেঘ সচেতন প্ৰাণী, প্ৰিয়তমাৰ ওচৰলৈ সংবাদ পঠাবলৈ উপযুক্ত পাত্ৰ। সেইকাৰণে মেঘক দূত হবলৈ

আবেদন জনালে। কিজানিবা মেঘ কেনেবাকৈ যক্ষপুৰীৰ পথ হেৰুৱাই দিশহাৰা হয় আৰু নিজৰ অভিলাষ পূৰ্ণ নহয়, সেয়েহে যক্ষই ৰামগিৰিৰপৰা অলকালৈকে পথৰ বৰ্ণনা দিলে। এয়েই মেঘদূত কাব্যৰ বিষয়-বস্তু।

কালিদাসে তেওঁৰ দূতকাব্যত অচেতন মেঘক প্ৰাধান্য দি এফালে যিদৰে এটি অপূৰ্ব্ব সমাৱেশৰ সৃষ্টি কৰিলে, আনপিনে সেইদৰে ভাৰতৰ এটি নিভৃত সত্যকো দাঙি ধৰিলে; কিয়নো মেঘ ভাৰতবাসীৰ প্ৰাণ। কৃষি-প্ৰধান ভাৰতবৰ্ষই জীৱিকা নিৰ্ব্বাহৰ কাৰণে মেঘৰ ওপৰতে সম্পূৰ্ণ নিৰ্ভৰ কৰে। মেঘৰ লীলা-খেলাই চিৰদিন ভাৰতবাসীৰ মনোৰাজ্যত প্ৰতিক্ৰিয়া সৃষ্টি কৰি আহিছে। বৈদিক যুগৰ ঋষিসকলে পৰ্জ্জন্যদেৱৰ স্তুতি কৰিছিল। ইন্দ্ৰ আৰু মৰুৎ সম্বন্ধীয় স্তুতিবোৰত মেঘৰ বৰ্ণনাই বিশেষ স্থান অধিকাৰ কৰি আছে। বৈদিক সাহিত্যত সিঁচৰতি হৈ থকা মেঘৰ স্তুতিসমূহক এক সুন্দৰ গীতি-কবিতাত সঙ্কলন কৰিব পাৰি। বৈদিক যুগৰ পিছতো মেঘৰ মহিমা ভাৰতবাসীৰ অন্তৰৰপৰা আঁতৰ হোৱা নাই। বৰ্ষাকালৰ বৰ্ণনাই ভাৰতীয় কবি আৰু আলঙ্কাৰিকসকলৰ মনত বিশেষ উপাদান যোগাই আহিছে। মেঘেই ভাৰতক প্ৰকৃতিৰ প্ৰিয় কুঞ্জ কৰি ৰাখিছে। মেঘৰ অপাৰ কৰুণাতেই আজিও ভাৰত সুজলা-সুফলা-শস্যশ্যামলা।

কালিদাসে বিৰহী যক্ষৰ বাৰ্ত্তাবাহক হিছাপে মেঘক নিৰ্ব্বাচন কৰাত কবি যে ভাৰতীয় সংস্কাৰেৰেই দীক্ষিত সেইটো বিশেষভাবে ফুটি উঠিছে। কালিদাসৰ মেঘদূত আজিও দেশ-বিদেশৰ সুধী সমাজত সমাদৃত। কবিৰ আন গ্ৰন্থৰ লগত বিশেষভাৱে পৰিচয় নাথাকিলেও এই কাব্যৰ লগত পৰিচয় নথকা মানুহ ভাৰতত নাই বুলি কলেও অত্যুক্তি কৰা নহয়।

মেঘদূতৰ প্ৰতি সেই অসাধাৰণ জনপ্ৰিয়তাই মেঘ নিৰ্ব্বাচন যে কবিৰ সুৰুচিসম্পন্নই হৈছে তাক সুন্দৰভাৱে প্ৰমাণ কৰিছে।

দৰাচলতে কালিদাসে মেঘক অচেতন পদাৰ্থ স্বৰূপে ৰূপায়িত কৰা নাই। যক্ষৰ মুখেৰেই কবিয়ে প্ৰকাশ কৰাইছে যে মেঘ চেতন পদাৰ্থ, মানুহৰ দৰেই মেঘৰো সুখ-দুখ আছে। মেঘো প্ৰকৃতিৰ অংশ-বিশেষ। সাংখ্যাচাৰ্য্যসকলৰ মতে পুৰুষ বা আত্মাৰ বাহিৰে জগতৰ পদাৰ্থ মাত্ৰেই প্ৰকৃতিৰ অন্তৰ্গত। কালিদাসৰ প্ৰকৃতি আৰু সাংখ্যীয় প্ৰকৃতি সমগোত্ৰীয়। মানুহ প্ৰকৃতিৰে অংশ আৰু প্ৰকৃতিৰ মাজতে মানৱীয় ধৰ্ম্মৰ প্ৰকাশ।

মেঘৰ পৰিচয়ত কবিয়ে কৰা উক্তিত জাতীয় ভাবধাৰাৰ যোগসূত্ৰ সুন্দৰভাৱে পৰিলক্ষিত ঃ

ত্বয্যায়ত্তং কৃষিফলমিতি ভ্ৰূবিলাসানভিজ্ঞৈঃ
প্ৰীতিস্নিগ্ধৈৰ্জনপদ-ৱধূলোচনৈঃ পীয়মানঃ।[১]

হে মেঘ! কৃষি-ফল শস্যাদি তোমাৰ ওপৰতে নিৰ্ভৰ কৰে, তুমি জলবৰ্ষণ নকৰিলে কোনোমতেই শস্যাদি উৎপন্ন হব নোৱাৰে, সেয়েহে প্ৰেমদৃষ্টিত অনভিজ্ঞ গাঁৱৰ তিৰোতাসকলে প্ৰীতিভৰা নয়নেৰে তোমালৈকে চাই থাকে।

হে মেঘ, পুষ্কৰ আৰু আৱৰ্ত্তক আদি মহামেঘসকলৰ ভুৱনবিখ্যাত মহাবংশত তোমাৰ জন্ম—"জাতং ৱংশে ভুৱনৱিদিতে পুষ্কৰাৱৰ্ত্তকানাম্"। হে মেঘ, তুমি দেৱৰাজ ইন্দ্ৰৰ প্ৰধান অমাত্য। তোমাৰ ৰূপ তোমাৰ ইচ্ছাধীন—তুমি কামৰূপ। তোমাৰ অগম্য স্থান নাই—তুমি কামচাৰী। তুমি সন্তপ্তসকলৰ দুখ মোচন কৰা; তুমি শৰণাগতৰ আশ্ৰয়—"সন্তপ্তানাং ত্বমসি শৰণম্।"

মেঘৰ প্ৰতি যক্ষৰ এই মৰ্ম্মস্পৰ্শী আবেগৰ ধ্বনি শুনিলে মেঘক জড়পদাৰ্থ বুলি কেৱল হৃদয়হীন মানুহেহে ভাবিব পাৰে। ৰূপদক্ষ কালিদাসৰ হাতত মেঘ এনেভাৱে ৰূপায়িত হৈছে যাৰ কাৰণে অনুমান হয় যেন এই কাব্যৰ প্ৰকৃত নায়ক বা মুখ্যচৰিত্ৰ মেঘ হে; যক্ষ বা যক্ষপত্নী নায়ক মেঘৰ অৱলম্বন, গৌণ ব্যক্তিমাত্ৰ।

১ মেঘদূত ১।১৬

সেই কাৰণে বাৰ্ত্তাতকৈও বাৰ্ত্তাবাহক মেঘৰ চৰিত্ৰই আদিৰপৰা অন্তলৈ পাঠকৰ অন্তৰ পৰিব্যাপ্ত কৰি ৰাখিছে।

প্ৰিয়া-বিৰহত মৰ্ম্মাহত যক্ষই ঐহিক জীৱনৰ প্ৰতি সকলো মমতা হেৰুৱা মুহূৰ্ত্ততেই কালিদাসে মেঘক যক্ষৰ সম্মুখত উপস্থিত কৰালে। মেঘক দেখি যক্ষই নতুন জীৱনৰ সন্ধান পালে ; যক্ষৰ অন্তৰাত্মাই যেন পাৰ্থিৱ শৰীৰ পৰিত্যাগ কৰি মেঘৰ লগত এক হৈ ৰামগিৰিৰপৰা অলকালৈ বিচৰণ কৰিলে।

ৰামগিৰিৰপৰা অলকালৈ এই সুদীৰ্ঘ পথ বৰ্ণনা কৰা প্ৰসঙ্গত কালিদাসে সুমধুৰ ছন্দেৰে ভাৰতৰ স্বভাৱসুন্দৰ বহিৰাভৰণৰ বাস্তৱ আৰু হৃদয়গ্ৰাহী আলেখ্য প্ৰস্তুত কৰিলে। ভাৰতবৰ্ষৰ মনোমোহা প্ৰাকৃতিক সৌন্দৰ্য্য বৰ্ণনাৰ বাসনাৰে, প্ৰাচীন ঐতিহ্যপূৰ্ণ দেশৰ কাহিনীৰ উল্লাসেৰে, গৌৰৱমণ্ডিত পৌৰাণিক আখ্যান সন্ধানৰ অভিলাষেৰে মেঘক ঘূৰণীয়া পৃথিৱীৰ এঁকাবেঁকা পথেদি নিয়াৰ আয়োজন কৰিলে। ৰামগিৰিৰপৰা আৰম্ভ কৰি অলকালৈ এই সুবিস্তীৰ্ণ দেশখণ্ডত যিসমূহ সুন্দৰ বস্তু আছে, তাৰ কোনোটোৱেই কালিদাসৰ ৰূপপিপাসু নয়নৰ বহিৰ্ভূত হোৱা নাই। ভাৰতৰ বুকুত চিৰ-প্ৰৱহমান ৰেৱা ( নৰ্ম্মদা ), নিৰ্ব্বিন্ধ্যা, শিপ্ৰা, বেত্ৰৱতী, গন্ধৱতী, চৰ্ম্মণ্বতী, সৰস্বতী, যমুনা, গঙ্গা আদি স্ৰোতস্বিনীৰ স্ৰোত কবিয়ে মনোমুগ্ধকৰ গতিত বোৱাইছে। ভাৰতৰ চিৰ-প্ৰসিদ্ধ কেতেকী, কদম্ব, যূথিকা, কুটজ, জৱাকুসুম প্ৰভৃতি প্ৰস্ফুটিত হৈ কাননমালাক সুশোভিত আৰু সৌৰভময় কৰি তুলিছে। নলিনী, উডুম্বৰ, কুন্দ, পদ্মৰ সুৰভি সঞ্চাৰিত গন্ধবহ বায়ুৱে মেঘৰ গতিপথ সুগন্ধি কৰি তুলিছে। কবিয়ে ভাৰতৰ চিৰ-প্ৰসিদ্ধ চাতক, সাৰঙ্গ, ময়ুৰ, মধুকৰ, মাতঙ্গ, কস্তুৰীমৃগ, চমৰীমৃগ আৰু হংস শ্ৰেণীৰ বিবিধ নৃত্যগীতৰ মধুৰ ধ্বনিৰে মেঘৰ যাত্ৰাক জয়যুক্ত কৰিবলৈ বিচাৰিছে। বনানী-বেষ্টিত পৰ্ব্বতৰ অভ্ৰভেদী উচ্চতাই মেঘৰ গতিপথ ৰুদ্ধ নকৰি সমবেদনাৰে আকুল আলিঙ্গন জনাইছে। আম্ৰকূট, চিত্ৰকূট,

দেৱগিৰি, বিন্ধ্য, হিমাচলে মেঘক বহু দিনৰ মূৰত পাই কেৱল সুমধুৰ প্ৰীতি সম্ভাষণ আগ বঢ়াইছে। আজি জড়জগতৰ জড়তা নাইকিয়া হ'ল, সকলো দুঃখাৰ্ত্ত যক্ষৰ সমবেদনাত আকুল। কবিৰ দশাৰ্ণদেশ আৰু তাৰ বিশ্ববিখ্যাত ৰাজধানীৰ বৰ্ণনায়ে বা কোন ৰসিক পাঠকৰ মন মুগ্ধ নকৰিব? উজ্জয়িনী নগৰৰ ৰমণীয় অট্টালিকাসমূহ, অৱন্তীনগৰৰ পৌৰাণিক কাহিনী, ত্ৰিভুৱনগুৰু চণ্ডেশ্বৰ শিৱৰ মহাকাল নামৰ পৱিত্ৰ ধাম, মহাকাল মন্দিৰৰ সান্ধ্য আৰতি, পশুপতিৰ নৃত্য, ষডানন মন্দিৰত মেঘধ্বনি শুনি, ময়ূৰশ্ৰেণীৰ নৃত্যলীলা দেখি কোন সহৃদয় পাঠকৰ অন্তৰেই বা অতীত গৌৰৱ-মহিমাৰে মহিমান্বিত হৈ নুঠিব? ব্ৰহ্মাৱৰ্ত্ত জনপদ অতিক্ৰম কৰি ক্ষত্ৰিয়কুলৰ সংহাৰক্ষেত্ৰ কুৰুক্ষেত্ৰৰ কাহিনীয়ে বা কাৰ অন্তৰ ৰোমাঞ্চিত কৰি নুতুলিব? হৰিদ্বাৰৰ হিমালয়ৰপৰা নামি অহা গঙ্গাক দেখি আমাৰ হৃদয় শ্ৰদ্ধা আৰু ভক্তিত পুলকিত হৈ উঠে।

তাৰ পিছত তুষাৰ-ধৱল কৈলাস পৰ্ব্বত; সেই কৈলাসতে কুবেৰৰ ৰাজধানী শ্ৰেষ্ঠ নগৰী অলকা, তাতেই বিৰহী যক্ষৰ ঘৰ আৰু তাৰ ভিতৰতে "তন্বী শ্যামা শিখৰিদশনা" চিৰযুৱতী যক্ষপত্নী। মহাকবিয়ে এটি এটিকৈ সেই সকলোৰে হুবহু বৰ্ণনা কৰিছে।

এইদৰে কবিয়ে দক্ষিণ ভাৰত আৰু অলকাৰ মাজত থকা অপূৰ্ব্ব প্ৰাকৃতিক সৌন্দৰ্য্যেৰে মণ্ডিত সকলো নদ-নদী, পৰ্ব্বত-কানন, উদ্যান, উপবন, দেশ-দেশান্তৰ, যুদ্ধক্ষেত্ৰ, তীৰ্থস্থান, দেৱমন্দিৰ আদি দেখুৱাই মেঘক অলকা নগৰীত উপস্থিত কৰালে।

এই বৰ্ণনা প্ৰসঙ্গত আমাৰ সম্মুখত দাঙি ধৰিলে প্ৰাচীন ভাৰতৰ অপূৰ্ব্ব ভৌগোলিক মানচিত্ৰ। কালিদাস ভাৰতৰ শ্ৰেষ্ঠ ভৌগোলিক হিচাপেও লব্ধপ্ৰতিষ্ঠ। কল্পনাৰ মাধুৰ্য্য আৰু ভাষাৰ লালিত্যেৰে ভাৰত-জননীৰ এনে স্নিগ্ধ সমুজ্জ্বল চিত্ৰ কালিদাসৰ বাহিৰে আন কবিৰ হাতত সম্ভৱ হোৱা নাই। স্বৰ্গতো অধিক জনমভূমিৰ এনে হৃদয়গ্ৰাহী চিত্ৰ যি শিল্পীয়ে নিপুণ তুলিকাৰে

আঁকিব পাৰিছে তেৱেঁই যথাৰ্থতে জাতীয় বৰেণ্য কবি-পদত প্ৰতিষ্ঠিত।

ভাৰতৰ স্বৰূপ বৰ্ণনাৰ প্ৰতি কবিৰ অপূৰ্ব্ব অনুৰাগ, অপাৰ আনন্দ আৰু চিৰ-ব্যাকুলতা প্ৰকাশমান। ভাৰতৰ নদ-নদী, পৰ্ব্বত-পাহাৰ, ভাৰতৰ জলবায়ু, ভাৰতৰ বিভিন্ন জনপদৰ প্ৰতি কবিৰ অফুৰন্ত অনুৰাগ। কবিৰ দৃষ্টিশক্তি যেনে প্ৰখৰ, সৃষ্টি-শক্তিও তেনে অপৰিমেয়। ভাৰতৰ বহিঃসত্তাৰ লগত যেন কবিৰ অন্তৰাত্মাৰ ৰাসায়নিক সংযোগ। সেযেহে কবিয়ে তেওঁৰ গ্ৰন্থ-সমূহৰ প্ৰায়বোৰতেই এঠাইত নহয় এঠাইত ভাৰত-বৰ্ণনাৰে নিজৰ অভিলাষ পূৰ্ণ কৰিছে। ঠায়ে ঠায়ে বিধাতাৰ সৃষ্টিকো অতিক্ৰম কৰি নৱ নৱ ভাৰতৰ সৃষ্টিৰ কল্পনা পাঙিছে।

## ( তিনি )

মেঘদূতত কবিয়ে যিদৰে মেঘক ৰামগিৰিৰপৰা অলকালৈ পঠিয়াওঁতে পথৰ সকলো সুন্দৰ দৃশ্যৰ উল্লেখ কৰিছে সেইদৰে তেওঁৰ মহাকাব্য ৰঘুৱংশৰ ত্ৰয়োদশ সৰ্গত ৰাৱণ-বিজেতা শ্ৰীৰামচন্দ্ৰক লঙ্কাৰপৰা অযোধ্যালৈ আনোতে সমস্ত পথক সৌন্দৰ্য্যপূৰ্ণ কৰি তুলিছে। এই বৰ্ণনাত অন্য এক অপৰূপ মানচিত্ৰৰ নিৰ্ম্মাণ হ'ল। এই মানচিত্ৰ নিখুঁত কৰিবলৈ কবিয়ে শ্ৰীৰামচন্দ্ৰক পোনে পোনে লৈ অহা নাই। ভাৰতৰ সমৃদ্ধি-সম্পন্ন মধ্যৱৰ্ত্তী দেশবোৰৰ পৰিচয় দিবলৈ কিছু অংশ পশ্চিমেৰে আৰু কিছু অংশ উত্তৰ-পশ্চিমেৰে লৈ অহা হৈছে।

কবিয়ে সৰ্ব্বপ্ৰথম গাম্ভীৰ্য্য আৰু মহিমামণ্ডিত মহাসাগৰৰ বৰ্ণনা কৰিলে। এই সাগৰৰে কলেৱৰ ৰামচন্দ্ৰৰ পূৰ্ব্বপুৰুষসকলৰ দ্বাৰা পৰিবৰ্দ্ধিত হৈছে। এই মহাসাগৰ দশোদিশ পৰিব্যাপ্ত হৈ

ভগৱান শ্ৰীবিষ্ণুৰ দৰে চিৰ-বিৰাজমান ( স্থিতং দশ ব্যাপ্য দিশো মহিম্না )। এই মহাসাগৰেই বাড়ৱানল নামৰ অগ্নিক ধাৰণ কৰিছে, শত শত পৰ্ব্বতক নিজ শৰীৰত আশ্ৰয় দিছে ( শৰণ্যমেনং শতশো মহীধ্ৰাঃ ), প্ৰলয়কালত শয়ন শয্যাৰূপে এই মহাসাগৰেই নিজ বুকুত ভগৱান বিষ্ণুক বহন কৰিছে ( সংহৃত্য লোকান্ পুৰুষোঽধিশেতে )। সমুদ্ৰৰ তীৰৰ বৰ্ণনা কবিৰ আলৌকিক কল্পনা শক্তিৰ পৰিচায়কঃ

দূৰাদয়শ্চক্ৰনিভস্য তন্বী
তমালতালীবনৰাজিনীলা।
আভাতি বেলা লৱনাম্বুৰাশেঃ
ধাৰানিবদ্ধেৱ কলঙ্কৰেখা ॥[১]

সৌৱা দূৰত তলৰপিনে চোৱাঁ—অতি ক্ষীণ ৰেখাৰ দৰে প্ৰতীয়মান লোণসাগৰৰ বলয়াকাৰ তীৰভূমি দেখা গৈছে। তাল আৰু তমাল বনমালাৰে এই সমুদ্ৰৰ তীৰভূমি সম্পূৰ্ণ নীলা হৈ উঠিছে। আকৌ চোৱাঁ—লোৰ চকাৰ আকাৰ লোৱা নীল জলৰাশিৰে যেন পৃথিৱীত মালিন্যৰ ৰেখা হে অঙ্কিত হৈছে।

সাগৰ অতিক্ৰমৰ পিছত জনস্থানৰ বৰ্ণনা—মাল্যবান পৰ্ব্বতৰ গগনস্পৰ্শী শৃঙ্গত অৰ্দ্ধবিকশিত কদম্ব-কুসুম, ময়ূৰৰ কেকাৰৱ, পম্পা সৰোবৰৰ চক্ৰবাক যুগলৰ প্ৰীতিপূৰ্ণ নয়নৰ দৃষ্টিপাত, গোদাবৰীৰ তৰঙ্গসিক্ত সুশীতল সমীৰণত উল্লসিত সাৰসশ্ৰেণী, পঞ্চবটীৰ কৃষ্ণসাৰ মৃগৰ প্ৰীতিপূৰ্ণ উৰ্দ্ধ অৱলোকন, মহাৰাজ নহুষক ইন্দ্ৰৰ পদৰপৰা চ্যুত কৰা এয়া সেই অগস্ত্যৰ আশ্ৰমপদ, মহৰ্ষি শাতকৰ্ণিৰ উপবন বেষ্টিত পঞ্চাপ্সৰ নামৰ ক্ৰীড়া সৰোবৰ, মহাতেজা শৰভঙ্গ ঋষিৰ পবিত্ৰ আৰু ৰমণীয় আশ্ৰমপদ, চিত্ৰকূট পৰ্ব্বতৰপৰা এধাৰি হাৰৰ দৰে বৈ থকা মন্দাকিনীৰ কুলুকুলু ধ্বনি, মহামুনি অত্ৰিৰ তপোবন—এই সকলো সৌন্দৰ্য্যবিভূষিত দৃশ্যাৱলীৰ এটিৰ পিছত আনটিৰ নিখুঁত চিত্ৰ কবিয়ে আঁকিছে।

---

১ ৰঘুবংশ ১৩।১৫

যি গঙ্গা-যমুনাৰ সঙ্গম-ক্ষেত্ৰই ভাৰতবাসীৰ হৃদয়ত আজিও প্ৰভাৱ বিস্তাৰ কৰি আছে আৰু যি গঙ্গা-যমুনাৰ সঙ্গম বৰ্ণনাত কবিৰ অন্তৰত ভাবগঙ্গাৰ স্ৰোত বৈ গল, সিয়ে আজিও ভাৰতবাসীৰ অন্তৰ পুলকিত কৰি তোলে। কবিয়ে অনৱদ্য ভাষাৰে অতুলনীয় উপমাৰে শুভ্ৰবৰ্ণা গঙ্গাৰ লগত নীলবৰণীয়া যমুনাৰ মিলন দৃশ্য বিতোপনভাৱে দাঙি ধৰিছে ঃ

ক্বচিৎ প্ৰভালেপিভিৰিন্দ্ৰনীলৈ
মুৰ্ক্তামযী যষ্টিৰিৱানুৱিদ্ধা।
অন্যত্ৰ মালা সিতপঙ্কজানা-
মিন্দীৱৰৈৰুৎখচিতান্তৰেৱ ॥
ক্বচিৎ খগানাং প্ৰিযমানসানাং
কাদম্বসংসৰ্গৱতীৱ পঙ্‌ক্তিঃ।
অন্যত্ৰ কালাগুৰুদত্তপত্ৰা-
ভক্তিভুৰ্ৱশ্চন্দনকল্পিতেৱ ॥
ক্বচিৎ প্ৰভা চান্দ্ৰমসী তমোভি-
শ্ছাযাৱিলীনৈঃ শৱলীকৃতেৱ।
অন্যত্ৰ শুভ্ৰা শৰদভ্ৰলেখা
ৰন্ধ্ৰেষিৱালক্ষ্যনভঃপ্ৰদেশা ॥
ক্বচিচ্চ কৃষ্ণোৰগভূষণেৱ
ভস্মাঙ্গৰাগা তনুৰীশ্বৰস্য।
পশ্যানৱদ্যাঙ্গি ৱিভাতি গঙ্গা
ভিন্নপ্ৰৱাহা যমুনাতৰঙ্গৈঃ ॥[১]

এয়া চোৱাঁ—যমুনাৰ প্ৰৱাহেৰে সৈতে গঙ্গা মিলিত হোৱাত, গঙ্গাক কেনে দেখা গৈছে! কোনো কোনো ঠাইত যেন এধাৰি মুক্তাহাৰৰ মাজে মাজে ইন্দ্ৰনীল গ্ৰথিত হোৱাত ওচৰত থকা মুক্তাসমূহ যেন নীল বৰণেৰে অনুৰঞ্জিত হৈছে আৰু ক'ৰবাত যেন শ্বেতপদ্মৰ মালাৰে ঠায়ে ঠায়ে নীলপদ্ম ৰচনা কৰা হৈছে।

১ ৰঘুৱংশ ১৩।৫৪-৫৭

কোনো কোনো ঠাইত মানস-সৰোবৰ-বিহাৰী ধৱল ৰাজহংসৰ শ্ৰেণী যেন কৃষ্ণহংসৰ দুই চাৰিটাৰে সংযুক্ত হৈছে, আকৌ কোনো ঠাইত ধৰিত্ৰীদেৱীৰ মুখত শ্বেতচন্দনত কৃষ্ণচন্দনৰ প্ৰলেপ পৰিছে।

কোনো কোনো ঠাইত চন্দ্ৰৰ কিৰণ যেন ছায়াৰ নীল অন্ধকাৰেৰে চিত্ৰিত কৰা হৈছে, আকৌ কোনো ঠাইত শৰতৰ বিচ্ছিন্ন শুভ্ৰ মেঘৰ অন্তৰালত সুনীল আকাশ দেখা গৈছে।

আকৌ কোনো কোনো ঠাইত যেন ভস্মবিভূষিত শিৱৰ শৰীৰত ঠায়ে ঠায়ে কৃষ্ণসৰ্পৰ অলঙ্কাৰ দিয়া হৈছে।

এইদৰে গঙ্গা-যমুনাৰ সঙ্গম-বৰ্ণনাৰ পিছত অযোধ্যা নগৰীৰ উপকণ্ঠেৰে বৈ যোৱা মানস-সৰোবৰৰপৰা ওলোৱা সৰযূ নদীৰ বৰ্ণনা অতি মনোৰম আৰু হৃদয়গ্ৰাহী কৰি তুলিছে। সৰযূক অযোধ্যাবাসীৰ ধাত্ৰীৰূপে ব্যক্তিত্ব প্ৰদান কৰা হৈছে ( সামান্যধাত্ৰীমিৱ মানসং মে )। সৰযূ ৰামচন্দ্ৰৰ মানত কৌশল্যাৰ দৰে পূজনীয়া ( সেয়ং মদীয়া জননীৱ )।

কালিদাসে এইদৰে প্ৰাচীন ভাৰতৰ উত্তৰ আৰু দক্ষিণ দিশৰ মাজত থকা পুণ্যসলিলা নদী, পৱিত্ৰ ক্ষেত্ৰ, বিশুদ্ধ তপোবন, শান্ত আশ্ৰমপদ আৰু পূৰ্ণ আধ্যাত্মিক মাৰ্গৰ বৰ্ণনা কৰি ভাৰত-জননীৰ প্ৰতি শ্ৰদ্ধা নিৱেদন কৰিছে।

মহাকবিয়ে এফালে যিদৰে ভাৰতৰ নদ-নদী, পৰ্ব্বত-পাহাৰ, আশ্ৰমপদ, তীৰ্থক্ষেত্ৰৰ বৰ্ণনা কৰিছে, সেইদৰে, আনফালে আকৌ ভাৰতৰ নানা দেশ-দেশান্তৰৰ উল্লেখ কৰি প্ৰকৃত ভাৰত-প্ৰীতিৰ পৰিচয় দিছে। মহাকাব্য ৰঘুৱংশৰ চতুৰ্থ সৰ্গত ৰঘুৰ দিগ্‌বিজয় প্ৰসঙ্গত কবিয়ে ভাৰতৰ নানা দেশ, নানা সম্প্ৰদায়ৰ বিচিত্ৰ ৰূপ দাঙি ধৰিছে।

বীৰেন্দ্ৰ ৰঘুৱে অযোধ্যাৰপৰা প্ৰথমে পূব দিশলৈ যাত্ৰা কৰে; সুহ্ম আৰু বঙ্গদেশক জয় কৰি কপিলা নদী অতিক্ৰম কৰি দক্ষিণ ফাললৈ গ'ল। তাৰ পিছত উৎকল, কলিঙ্গ জয় কৰি কাৱেৰী নদী

পাৰ হৈ মলয়াদ্ৰিৰ উপত্যকাত থকা পাণ্ড্যদেশ কৰায়ত্ত কৰিলে, তাৰপৰা পশ্চিম দিশলৈ গৈ সহ্য পৰ্ব্বতৰ ওচৰৰ কেৰল আৰু পাৰস্য দেশ নিজৰ অধীনলৈ আনিলে; তাৰ পিছত উত্তৰলৈ যাত্ৰা কৰি বক্ষু উপত্যকাৰ হূণ জাতি আৰু কাম্বোজ জয় কৰিলে। ক্ৰমে হিমালয়ৰ অভিমুখে গৈ উৎসবসঙ্কেত কৰায়ত্ত কৰে। অৱশেষত ৰঘুৱে ব্ৰহ্মপুত্ৰ পাৰ হৈ প্ৰাগ্‌জ্যোতিষ বা কামৰূপ বিজয় কৰি পুনঃ অযোধ্যালৈ প্ৰত্যাৱৰ্ত্তন কৰে। দেশ-বিজেতা ৰঘুৰ দিগ্‌বিজয় বৰ্ণনা কৰি কালিদাসে প্ৰাচীন ভাৰতৰ আন এখন ভৌগোলিক মানচিত্ৰ দাঙি ধৰিলে। এই মানচিত্ৰত অঙ্কিত হৈছে পূৱে কামৰূপ, পশ্চিম আৰু উত্তৰ-পশ্চিম পিনে সিন্ধু আৰু কাম্বোজ, উত্তৰে হিমালয় আৰু দক্ষিণে মলয়। অকল এয়ে নহয়, মহাকবি-জনাই বিভিন্ন প্ৰদেশৰ উল্লেখযোগ্য নদ-নদী, পৰ্ব্বত-পাহাৰৰ বৰ্ণনা, জনসাধাৰণৰ জীৱন-যাত্ৰা, ৰীতি-নীতি, আচাৰ-ব্যৱহাৰ, সুখ-সমৃদ্ধি আৰু শাসন-প্ৰণালীৰ মনোৰম চিত্ৰ আঁকি গৈছে।

এইদৰে ৰঘুৱংশৰ চতুৰ্থ সৰ্গত বিশাল ভাৰতৰ চিত্ৰ আঁকি চাৰিও কাষৰ ৰাজ্যসমূহৰ উল্লেখ কৰি পুনঃ সেই মহাকাব্যৰে ষষ্ঠ সৰ্গত ৰাজকন্যা ইন্দুমতীৰ স্বয়ম্বৰত নানা দেশৰ ৰাজকুমাৰসকলক বিদৰ্ভদেশৰ কুণ্ডিল নগৰত উপস্থিত কৰাইছে। সেই স্বয়ম্বৰত মগধ, অঙ্গ, অৱন্ত, অনূপ, সৌৰসেন, মথুৰা, কলিঙ্গ, পাণ্ড্য আৰু উত্তৰ কোশল দেশৰ যুৱৰাজসকল সমবেত হৈছিল। কালিদাসৰ এই বৰ্ণনাৰপৰা প্ৰাচীন ভাৰতৰ মধ্যৱৰ্ত্তী প্ৰসিদ্ধ ৰাজ্যসমূহৰ পৰিচয় পায়। তদুপৰি যুৱৰাজসকলৰ প্ৰত্যেকৰে পৰিচয় প্ৰসঙ্গত কবিয়ে তেওঁলোকৰ বংশাৱলী আৰু প্ৰাচীন ইতিহাসো উল্লেখ কৰিছে। কবিশ্ৰেষ্ঠ কালিদাস ভাৰতৰ অকল প্ৰাচীন ভৌগোলিকেই নহয়, শ্ৰেষ্ঠ ঐতিহাসিকো।

কবিয়ে তেওঁৰ 'কুমাৰ-সম্ভৱ' আৰম্ভ কৰিছে হিমালয়ৰ বৰ্ণনাৰে। হিমালয় পৃথিৱীৰ 'মানদণ্ড'ৰূপে অৱস্থিত। বিৰাট ৰূপ, বিচিত্ৰশ্ৰী

অনন্তৰত্নপ্ৰভৱ হিমালয়ৰ অৱস্থিতি ভাৰতবৰ্ষৰ পূব আৰু পশ্চিম সমুদ্ৰৰ মাজত। কবিয়ে হিমালয়ক 'নগাধিৰাজ' বুলি অভিবাদন জনাইছে। হিমালয়ৰ বৰ্ণনা কবিৰ অলৌকিক প্ৰতিভা আৰু সৃজনী-শক্তিৰ পৰিচায়ক। কালিদাসৰ হিমালয় বৰ্ণনা ভাৰতীয় সাহিত্যৰ ৰসগ্ৰাহীমাত্ৰৰে উপভোগৰ সামগ্ৰী। পৃথিৱীৰ সৰ্ব্বশ্ৰেষ্ঠ পৰ্ব্বতৰ এনে স্বভাৱ-সুন্দৰ বৰ্ণনা বিশ্ব-সাহিত্যত অতি বিৰল। ভাৰতৰ বহিৰাভৰণৰ মনোৰম সৌন্দৰ্য্য সৃষ্টিৰ হেতু কালিদাস জাতীয় কবি-ৰূপে লব্ধপ্ৰতিষ্ঠ।

যি দেশত কবিয়ে জন্মগ্ৰহণ কৰিছে, যি দেশৰ জলবায়ুৰ দ্বাৰা কবিৰ শৰীৰ পুষ্ট, যি দেশৰ শিক্ষা আৰু সভ্যতা কবিৰ প্ৰতিভা বিকাশৰ কাৰণ, যি দেশৰ অতীত মহিমাৰে কবি-প্ৰাণ পুলকিত, সেই দেশৰ পৰিচয়ৰ কাৰণে কবি-হৃদয় সচেতন আৰু সশ্ৰদ্ধ হোৱা স্বাভাৱিক। দেশৰ প্ৰতিকৃতি আৰু প্ৰাণ উভয়ে যি কবিৰ হাতত যথোচিতভাৱে প্ৰকাশ পায় তেৱেঁই জাতীয় কবিৰ আসন গ্ৰহণ কৰি দেশৰ বৰেণ্য হয়। কবিৰ ভাৱনেত্ৰত ভাৰতৰ প্ৰতিকৃতি উদ্ভাসিত আৰু তেওঁৰ কল্পনাৰ দীপ্তিৰে ভাৰতৰ প্ৰাণ পৰিস্পন্দিত।

প্ৰকৃতিৰ অফুৰন্ত সম্ভাৰেৰে ভাৰত-জননী চিৰ-বিভূষিতা। পৃথিৱীৰ শ্ৰেষ্ঠ পৰ্ব্বত পৃথিৱীৰ মানদণ্ডৰ দৰে ভাৰত-জননীৰ শিৰত চিৰ বিৰাজমান। গঙ্গা-যমুনা-গোদাবৰী-নৰ্ম্মদা-সিন্ধু-কাবেৰীৰ পুণ্য সলিলেৰে ভাৰতৰ বুকু চিৰ শান্ত, চিৰ স্নিগ্ধ, চিৰ পৱিত্ৰ। ভাৰতৰ নদ-নদী, পৰ্ব্বত-পাহাৰ, জলবায়ুৰ প্ৰভাৱ হৃদয়ঙ্গম কৰিব নোৱাৰিলে ভাৰতৰ জাতীয় কবি পদত প্ৰতিষ্ঠিত হোৱা সুকঠিন। ভাৰতৰ প্ৰাণত স্পন্দন তুলিবলৈ, ভাৰতীয় জীৱনক পৰিপূৰ্ণ ৰূপ দিবলৈ "বিন্ধ্য-হিমাচল-যমুনা-গঙ্গা-উচ্ছল-জলধিতৰঙ্গ"ৰ নিবিড় পৰিচয় প্ৰয়োজন।

ভাৰতৰ মহত্ত্ব কেৱল প্ৰাকৃতিক সৌন্দৰ্য্যতে সীমাবদ্ধ নহয়। বিভিন্ন জাতি, বিভিন্ন ধৰ্ম্ম, বিভিন্ন সংস্কৃতিৰ সম্মিলনতে ভাৰতৰ

বৈশিষ্ট্য, ভাৰতৰ মহত্ত্ব। ভাৰতবৰ্ষ বহু সাম্ৰাজ্যৰ জননী, বহু ধৰ্ম্মৰ ধাত্ৰী, বহু দাৰ্শনিক মতবাদৰ মাতৃ। জাতিগত, ভাষাগত, ধৰ্ম্মগত বৈচিত্ৰ্যৰ মাজতো ভাৰতত ঐক্যৰ যি এটি মহান্ সুৰ ধ্বনিত হৈ আছে সেয়ে ভাৰতৰ নিজস্ব সম্পদ, ভাৰতৰ অমৰ আত্মা।

ভাৰতৰ সাংস্কৃতিক ঐক্যৰ পথত প্ৰাকৃতিক বৈচিত্ৰ্যই দুৰ্লঙ্ঘ্য বাধা প্ৰদান কৰিব পৰা নাই। ভৌগোলিক বা ঐতিহাসিক সীমাৰেখাই সংস্কৃতিৰ প্ৰৱাহক বাধা দিব পৰা নাই। মানবজাতিৰ অগ্ৰগতিৰ পথপ্ৰদৰ্শকৰূপে বিশ্বজনীন সত্য প্ৰতিষ্ঠাৰ কাৰণে এই সাংস্কৃতিক গতি চিৰ অপ্ৰতিহত। যুগে যুগে ভাৰতবৰ্ষৰ ৰাজনৈতিক ঐক্য অস্থায়ী হলেও, সংস্কৃতিগত ঐক্য চিৰস্থায়ী। বিভিন্ন সম্প্ৰদায়, বিভিন্ন ধৰ্ম্মাৱলম্বী আৰু বিভিন্ন ভাষা-ভাষীৰ যুগ যুগ ধৰি হোৱা ভাৱৰ বিনিময়ত যি সভ্যতাৰ সৃষ্টি হৈছে সেয়ে ভাৰতীয় সভ্যতা। ভাৰতৰ এই সভ্যতাক সংগ্ৰামৰ সংঘৰ্ষই নিশ্চিহ্ন, শাসনৰ নিষ্পেষণে মষিমূৰ, শক্তিৰ অপব্যৱহাৰে প্ৰতিহত নাইবা ক্ষমতাৰ বিপৰ্য্যয়ে নিষ্প্ৰভ কৰিব পৰা নাই। ই নিত্য, শাশ্বত আৰু সনাতন। বিশ্বকবি ৰবীন্দ্ৰনাথে কৈছে, 'ঐক্যমূলক যে সভ্যতা মানবজাতিৰ চৰম সভ্যতা, ভাৰতবৰ্ষ চিৰদিন ধৰিয়া বিচিত্ৰ উপকৰণে তাহাৰ ভিত্তি নিৰ্মাণ কৰিয়া আসিয়াছে। পৰ বলিয়া সে কাহাকেও দূৰ কৰে নাই, অনাৰ্য বলিয়া সে কাহাকেও বহিষ্কৃত কৰে নাই, অসঙ্গ বলিয়া সে কিছুই উপহাস কৰে নাই। ভাৰতবৰ্ষ সমস্ত গ্ৰহণ কৰিয়াছে, সমস্তই স্বীকাৰ কৰিয়াছে। এত গ্ৰহণ কৰিয়াও আত্মৰক্ষা কৰিতে হইলে এই পুঞ্জীভূত সামগ্ৰীৰ মধ্যে নিজেৰ ব্যবস্থা, নিজেৰ শৃঙ্খলা স্থাপন কৰিতে হয়—ইহাদিগকে এক মূল ভাবেৰ দ্বাৰা বদ্ধ কৰিতে হয়। উপকৰণ যেখানকাৰ হউক, সেই শৃঙ্খলা ভাৰতবৰ্ষেৰ, সেই মূল ভাবটি ভাৰতবৰ্ষেৰ।"

ভাৰতৰ গিৰি-নদ, বন-উপবন, উদ্যান-সৰোবৰ, দেশ-দেশান্তৰ, নগৰ-উপনগৰৰ অকৃত্ৰিম সৌন্দৰ্য্য বৰ্ণনাৰপৰা, নিজৰ দেশৰ প্ৰতি

মহাকবি কালিদাসৰ কি প্ৰগাঢ় অনুৰাগ আছিল তাক সুস্পষ্টভাৱে বুজিব পাৰি। কালিদাস শ্ৰেষ্ঠ দেশপ্ৰেমিক। সমুদ্ৰ অৱধি হিমাচল পৰ্য্যন্ত ভাৰতবৰ্ষক অখণ্ডৰূপেই কালিদাসে বাঞ্ছা কৰে। অখণ্ড ভাৰতৰ কল্পনাই কালিদাসৰ একমাত্ৰ আৰাধনা। এই ভাৰতৰ এক জাতি, এক প্ৰাণ, এক সংস্কৃতি, এক সভ্যতাৰ সপোনেৰে কবিৰ ভাবমণ্ডল পৰিব্যাপ্ত। এই উদাৰ কল্পনা, মহান সঙ্কল্প আৰু উচ্চতম আদৰ্শই কালিদাসক জাতীয়-কবিৰূপে প্ৰতিষ্ঠিত কৰিছে।

অমৰ কবি কালিদাসে ভাৰতৰ অকল সৌন্দৰ্য্য সমৃদ্ধিৰ বৰ্ণনাতে আত্মনিয়োগ কৰা নাই। সৌন্দৰ্য্য-সৃষ্টি কবিৰ প্ৰধান গুণ যদিও সৌন্দৰ্য্যৰ অন্বেষণত কালিদাস আত্মহাৰা হোৱা নাই; নতুবা কল্পনাৰ অবাধ গতিকেই কাব্য-সৃষ্টিৰ চৰম উৎকৰ্ষ বুলিও পূজা কৰা নাই। আদৰ্শ ৰাজ্য, আদৰ্শ সমাজ, আদৰ্শ লোক-শিক্ষা, আদৰ্শ চৰিত্ৰ প্ৰণয়নেই কবিৰ একান্ত লক্ষ্য। যি আদৰ্শই অতীত ঐতিহ্যৰ ওপৰত প্ৰতিষ্ঠিত হৈ, বৰ্ত্তমান সমাজক প্ৰেৰণা যোগাই ভৱিষ্যতৰ পথ প্ৰদৰ্শন কৰিব পাৰে, মহাকবি কালিদাসে তেওঁৰ কাব্যত সেই আদৰ্শৰেই প্ৰাণ প্ৰতিষ্ঠা কৰিছে।

কবিয়ে তেওঁৰ কল্পিত অখণ্ড ভাৰতৰ জনসাধাৰণক এক অভিন্ন সাংস্কৃতিক ঐক্যৰ যোগ-সূত্ৰেৰে সংযুক্ত কৰিবলৈ প্ৰয়াস কৰিছিল। কবিৰ সৰ্ব্বশ্ৰেষ্ঠ মহাকাব্য ৰঘুবংশতে তাৰ প্ৰমাণ পোৱা যায়।

ৰঘুবংশৰ প্ৰধান উপজীব্য হৈছে ভাৰতীয় ৰাজধৰ্ম্মৰ আদৰ্শ বৰ্ণনা। কবিগুৰু বাল্মীকিয়ে তেওঁৰ অতুলনীয় মহাকাব্যত চৰিত্ৰগত আদৰ্শক সমুজ্জ্বলভাৱে অঙ্কিত কৰিছে। মহাকবি কালিদাসে এটা আদৰ্শ বংশৰ বৰ্ণনাৰে প্ৰাচীন ভাৰতৰ এটি যুগৰ উত্থান-পতনৰ মনোৰম চিত্ৰ দাঙি ধৰিছে। দেশৰ উজ্জ্বল, শ্ৰেষ্ঠ আৰু মহত্ত্বৰ প্ৰতিকৃতি আঁকি কবিয়ে জগতৰ ওচৰত ভাৰতৰ গৌৰৱ প্ৰতিষ্ঠা কৰিছে। ৰঘুবংশৰ প্ৰথম সৰ্গৰপৰা পঞ্চদশ

সৰ্গলৈ মাথোন পাঁচজন সূৰ্য্যবংশীয় ৰজাৰ আদৰ্শ চৰিত্ৰ বৰ্ণনা কৰা হৈছে। এই ৰজাসকলৰো জীৱন-বৃত্তান্ত সম্পূৰ্ণ বৰ্ণনা নকৰি যি আদৰ্শৰ বলেৰে তেওঁলোক চিৰ-অমৰ, চিৰস্মৰণীয় হৈছে তাকেইহে মাথোন কবিয়ে উল্লেখ কৰিছে। ৰঘুবংশীয় ৰজাসকলৰ সৰ্ব্বসাধাৰণ গুণৰ পৰিচয় দিবলৈ গৈ কবিয়ে কৈছে ঃ

······আজন্ম শুদ্ধানামাফলোদয়কৰ্ম্মণাম্।
আসমুদ্ৰক্ষিতীশানামানাকৰথবৰ্ত্মনাম্॥
যথাবিধিহুতাগ্নীনাং যথাকামাৰ্চ্চিতাৰ্থিনাম্।
যথাপৰাধদণ্ডানাং যথাকালপ্ৰবোধিনাম্॥
ত্যাগায় সংভৃতাৰ্থানাং সত্যায় মিতভাষিণাম্।
যশসে বিজিগীষূণাং প্ৰজায়ৈ গৃহমেধিনাম্॥
শৈশৱেঽভ্যস্তবিদ্যানাং যৌৱনে বিষয়ৈষিণাম্।
বাৰ্দ্ধকে মুনিবৃত্তীনাং যোগেনান্তে তনুত্যজাম্॥
ৰঘূণাম্· · ·· ·· ····· ··· · · ·· ।[১]

ৰঘুবংশীয় ৰজাসকল জন্মাবধি সংস্কাৰসমূহৰ দ্বাৰা পবিশোধিত ; তেওঁলোকৰ অধ্যৱসায় অতিশয় দৃঢ়, আৰম্ভ কৰি সম্পূৰ্ণ নোহোৱালৈকে তেওঁলোকে তাক কদাপি ত্যাগ নকৰে। তেওঁলোক সসাগৰা ধৰিত্ৰীৰ অধিপতি। তেওঁলোকৰ ৰথ আকাশ-পথেৰে গমনাগমন কৰে। শাস্ত্ৰৰ বিধান অনুসাৰে তেওঁলোকে যজ্ঞ কৰে, যিয়ে যিহকে প্ৰাৰ্থনা কৰে তাক পূৰণ কৰে, অপৰাধ অনুপাতেই দণ্ড-বিধান আৰু সময় অনুসাৰেই সজাগ হোৱা তেওঁলোকৰ স্বভাৱ।

তেওঁলোকে ধন সঞ্চয় কৰিছিল সৎপাত্ৰত দান কৰিবলৈ, কোষাগাৰ পৰিপূৰ্ণ কৰি ৰাখিবলৈ নহয়। মিছা কোৱাৰ ভয়ত সদায় মিতভাষী আছিল, ক্ষত্ৰিয় ৰজাসকলৰ অভিলষিত যশস্যাৰ কাৰণেই তেওঁলোকে ৰাজ্য জয় কৰে—ভোগৰ কাৰণে নহয়।

১ ৰঘুবংশ ১।৫-৯

সন্তানৰ কাৰণে তেওঁলোকে বিয়া কৰায়—কামবৃত্তিৰ চৰিতাৰ্থ কৰিবলৈ নহয়। তেওঁলোকে শৈশৱত বিদ্যা উপাৰ্জ্জন, যৌৱনত বিষয়ভোগ, বৃদ্ধ বয়সত সংসাৰবিমুখ মুনিসকলৰ সংযম আচাৰ আদি অৱলম্বন কৰি শেষ বয়সত যোগবলেৰে দেহ ত্যাগ কৰে।

ৰঘুৱংশীয় ৰজামাত্ৰৰে এই গুণসমূহ আছে। তদুপৰি কালিদাসে ভিন্ন ভিন্ন ৰজাক বিশেষ বিশেষ গুণৰ কাৰণে দেৱত্ব প্ৰদান কৰিছে। অমৰ কবি কালিদাসে ৰঘুৱংশীয় ৰজাসকলৰ চৰিত্ৰৰ মাজেই প্ৰাচীন ভাৰতৰ ৰাজনৈতিক, অৰ্থনৈতিক আৰু সামাজিক আদৰ্শ দাঙি ধৰি ভাৰতৰ অতীত সংস্কৃতি আৰু সভ্যতাৰ পৰিচয় দিছে। এই আলেখ্যত কালিদাসে ভাৰতৰ আত্মা প্ৰতিষ্ঠা কৰি ইয়াক প্ৰাণময় কৰি তুলিছে।

কবিয়ে ৰঘুৱংশ আৰম্ভ কৰিছে আত্মসংযমী, বৃদ্ধ ৰজা দিলীপৰ চৰিত্ৰেৰে। আত্মসংযমেই হ'ল ভাৰতীয় ৰজাৰ প্ৰথম আদৰ্শ। ৰজা প্ৰজা নিৰ্ব্বিশেষে সকলোৰে কাৰণে আত্মসংযমৰ আদৰ্শ ই শ্ৰেষ্ঠ আদৰ্শ। ভাৰতৰ ৰাজসিংহাসন বিলাসৰ সামগ্ৰী নহয়; ই ৰাজধৰ্ম্মাচৰণৰ যোগাসন। এই আসন ভোগ আৰু ত্যাগেৰে নিৰ্ম্মিত; জ্ঞান আৰু তপস্যাৰে পৰিশোধিত। ভাৰতৰ ৰজা অকল ৰজাই নহয়, ঋষিও। গতিকে ভাৰতৰ ৰজা ৰাজৰ্ষিৰূপেই পৰিচিত। ৰাজোচিত গুণ আৰু ঋষিসুলভ পৱিত্ৰতা, ভোগ আৰু যোগৰ মধুৰ সামঞ্জস্য আছে বুলিয়েই ৰাজৰ্ষি। ৰাজৰ্ষিৰ ৰাজ্য আৰু ঋষিৰ আশ্ৰমপদৰ ভিতৰত পাৰ্থক্য নাই বুলিলেই হয়। মহৰ্ষি বশিষ্ঠৰ আশ্ৰমপদত উপস্থিত হোৱা মহাৰাজ দিলীপৰ প্ৰতি মুনিৰ উক্তিৰ-পৰা এই কথাৰ যথাৰ্থতা বুজা যায়: "পপ্ৰচ্ছ কুশলং ৰাজ্যে ৰাজ্যাশ্ৰমমুনিং মুনিঃ।"[১] অৰ্থাৎ, ৰাজ্যস্বৰূপ আশ্ৰমৰ মুনিস্বৰূপ দিলীপক ৰাজ্যৰ কুশল-বাৰ্ত্তা সুধিলে।

এই ৰাজ-আদৰ্শ ই ভাৰতৰ বৈশিষ্ট্য। ৰজাৰ সুশাসনৰ ওপৰতে

১ ৰঘুৱংশ ১।৫৮

দেশৰ শ্ৰীবৃদ্ধি আৰু সামাজিক প্ৰীতিবন্ধন নিৰ্ভৰ কৰে। ৰজাৰ আদৰ্শই প্ৰজাৰ আদৰ্শ। সমাজৰ সুশৃঙ্খলতাৰ ওপৰতে দেশৰ কল্যাণ, সমৃদ্ধি আৰু সদাচাৰ নিৰ্ভৰ কৰে। ৰজাই সমাজৰ ৰক্ষক। ব্যক্তিৰ সমষ্টিয়ে সমাজ। ব্যক্তি আৰু সমাজৰ সম্বন্ধও অতি ঘনিষ্ঠ। ব্যক্তিৰ সামূহিক বা সমষ্টিগত ৰূপ হ'ল সমাজ আৰু সমাজৰ ব্যক্তিগত ৰূপ হ'ল ব্যক্তি। এই সম্বন্ধ অন্তৰঙ্গ সম্বন্ধ। সামাজিক উন্নতিৰ মূল ব্যক্তিগত উন্নতি। আনহাতে সামাজিক আদৰ্শ-চৰিত্ৰ, আদৰ্শ-শিক্ষা, ব্যক্তিগত আদৰ্শ-চৰিত্ৰ, আদৰ্শ-শিক্ষাৰ ওপৰত প্ৰতিষ্ঠিত। মানুহৰ শ্ৰেষ্ঠ পৰিচয় সমাজ। কালিদাস ব্যক্তিগত উন্নতিতকৈ সামাজিক উন্নতিৰ পক্ষপাতী। ত্যাগ আৰু তপস্যাৰ, শ্ৰুতি আৰু স্মৃতিৰ নিয়মানুসাৰেই কালিদাসৰ সমাজ নিৰ্ম্মিত। সমাজ-সত্তাক প্ৰাণময় কৰি ৰাখিব পাৰিলে জাতীয় সংস্কৃতি আৰু সভ্যতাই পৰিপুষ্টি লাভ কৰিব পাৰে। মহাৰাজ দিলীপৰ আদৰ্শ চৰিত্ৰৰ মাজেৰে কালিদাসে এই তথ্য উদ্‌ঘাটন কৰিবলৈ বিচাৰিছে :

জুগোপাত্মানমত্ৰস্তো ভেজে ধৰ্ম্মমনাতুৰঃ।
অগৃধ্নুৰাদদে সোঽৰ্থমসক্তঃ সুখমন্বভূৎ ॥
জ্ঞানে মৌনং ক্ষমা শক্তৌ ত্যাগে শ্লাঘাবিপৰ্য্যয়ঃ।
গুণা গুণানুবন্ধিত্বাত্তস্য সপ্ৰসবা ইৱ ॥
অনাকৃষ্টস্য বিষয়ৈৰ্বিদ্যানাং পাৰদৃশ্বনঃ।
তস্য ধৰ্ম্মৰতেৰাসীদ্বৃদ্ধত্বং জৰসা ৱিনা ॥
স্থিত্যৈ দণ্ডয়তো দণ্ড্যান্ পৰিণেতুঃ প্ৰসূতয়ে।
অপ্যৰ্থকামৌ তস্যাস্তাং ধৰ্ম্ম এৱ মনীষিণঃ ॥[১]

অৰ্থাৎ, মহাৰাজ দিলীপে ভয় নকৰাকৈ শৰীৰ ৰক্ষা কৰিছিল ; ৰোগ নোহোৱাকৈ ধৰ্ম্ম আচৰণ কৰিছিল, লোভ নোহোৱাকৈ অৰ্থ সংগ্ৰহ কৰিছিল আৰু আসক্ত নোহোৱাকৈয়ে ভোগ সুখ অনুভৱ কৰিছিল। জ্ঞান থকা সত্ত্বেও তেওঁ মৌন আছিল ; শক্তি থকা সত্ত্বেও ক্ষমা

---

১ ৰঘুবংশ ১। ২১-২৫

কৰিছিল ; দান কৰা সত্ত্বেও তেওঁৰ অভিমান নাছিল। সেই দেখি তেওঁৰ জ্ঞান, শক্তি আৰু দান আদি গুণৰাশি মৌন, ক্ষমা আৰু নিৰভিমান প্ৰভৃতি বিৰুদ্ধ গুণেৰে সৈতে একে লগে থকাত সিহঁত সহোদৰৰ নিচিনা হৈছিল যেন লাগে।

ইন্দ্ৰিয়ভোগ্য সামগ্ৰীলৈ তেওঁ আকৃষ্ট হোৱা নাছিল, বিদ্যা সমুদ্ৰৰ পাৰ পাইছিল তেওঁ ; ধৰ্ম্মত আসক্ত তেওঁৰ জড়াৱস্থা নোহোৱাকৈয়ে বৃদ্ধত্ব উপস্থিত হৈছিল।

তেওঁ লোকৰক্ষাৰ কাৰণেই দণ্ডনীয়সকলৰ প্ৰতি দণ্ড বিধান কৰিছিল আৰু সন্ততিৰ কাৰণেই বিৱাহ কৰিছিল, গতিকে সেই ৰজাৰ অৰ্থ আৰু কাম উভয়েই ধৰ্ম্মতেই পৰ্য্যবসিত।

ভাৰতীয় ৰজাই শৰীৰক ধৰ্ম্ম, অৰ্থ, কাম—এই ত্ৰিবৰ্গ সাধনৰ উপায় বুলি গণ্য কৰিছিল। সত্যৰ সমান ধৰ্ম্ম নাই, ক্ষমাৰ সমান সম্পদ নাই। সত্যক তপস্যা স্বৰূপেই গ্ৰহণ কৰা হৈছিল। ৰাজ-আদৰ্শই প্ৰজাৰ আদৰ্শ। শাসক আৰু শাসিতৰ পৰস্পৰ সহ-যোগিতা আৰু অনুৰাগেই জাতীয় সম্পদৰ, ৰাজ্যৰ কল্যাণৰ অন্যতম কাৰণ। ৰজা যেনে সদাচাৰ-সম্পন্ন আৰু নিষ্ঠাবান, প্ৰজাও তেনে সদাচাৰৰত আৰু নৈষ্ঠিক ভাৱাপন্ন :

ৰেখামাত্ৰমপি ক্ষুন্নাদামনোৰ্বৰ্ত্মনঃ পৰম্।
ন ব্যতীয়ুঃ প্ৰজাস্তস্য নিয়ন্তুৰ্নেমিবৃত্তয়ঃ ॥[১]

অৰ্থাৎ, মহাৰাজ দিলীপ ৰথৰ সাৰথিৰ স্বৰূপ আৰু তেওঁৰ প্ৰজাসকল আছিল চক্ৰধাৰাৰ সদৃশ। প্ৰজাসকল তেওঁৰ শাসন কালত মনুৰ সময়ৰপৰা প্ৰচলিত পদ্ধতিৰপৰা লেশ মাত্ৰও আঁতৰি যোৱা নাছিল।

ৰাজ-কৰ ৰজাৰ বিলাসৰ কাৰণে নহয়, প্ৰজাৰ হিত-সাধনৰ কাৰণেহে :

১ ৰঘুবংশ ১।১৭

প্ৰজানামেৱ ভূত্যৰ্থং স তাভ্যো বলিমগ্ৰহীৎ।[১]

অৰ্থাৎ, প্ৰজাসকলৰ মঙ্গলৰ কাৰণেই দিলীপে কৰ গ্ৰহণ কৰিছিল। সমাজৰ শৃঙ্খলা আদান-প্ৰদানৰ ওপৰতে নিৰ্ভৰ কৰে। ভাৰতীয় আদৰ্শ হৈছে—'দাম্যত' (নিজৰ ইন্দ্ৰিয়সমূহক দমন বা বশ কৰা), 'দত্ত' (দান কৰা) আৰু 'দয়ধ্বম' (দয়া কৰা)। এই তিনি দ-কাৰেই ভাৰতৰ অন্যতম আদৰ্শ।

প্ৰজাসকলৰ ভৰণ-পোষণ, ৰক্ষণাবেক্ষণেই ৰাজ-কৰ্ত্তব্য:

প্ৰজানাং বিনযাধানাদ্ৰক্ষণাদ্ভৰণাদপি।
স পিতা পিতৰস্তাসাং কেৱলং জন্মহেতৱঃ॥[২]

অৰ্থাৎ, দিলীপে প্ৰজাবৰ্গৰ শিক্ষা বিধান, ৰক্ষা আৰু ভৰণ-পোষণ কৰা হেতু তেৱেঁই তেওঁলোকৰ পিতৃস্বৰূপ আছিল; আৰু তেওঁলোকৰ পিতৃ কেৱল জন্মদাতাই আছিল।

ৰজা একেলগে পিতা, শিক্ষাদাতা, বিচাৰক আৰু দেশৰক্ষক। শিক্ষা বিধান আৰু দাৰিদ্ৰ্য-মোচনেই শ্ৰেষ্ঠ ৰাজ-আদৰ্শ।

ভাৰতীয়মতে ৰজাৰ আদৰ্শ লোকশিক্ষা, লোক-সংৰক্ষণ আৰু জনসাধাৰণৰ অৰ্থনৈতিক উন্নতি সাধন। মহাকবি কালিদাসে তেওঁৰ 'অভিজ্ঞানশকুন্তলম্' নাটকত চন্দ্ৰবংশীয় ৰজা দুষ্যন্তৰ চৰিত্ৰৰ যোগে এই আদৰ্শকে প্ৰকাশ কৰিছে:

যেন যেন বিযুজ্যন্তে প্ৰজাঃ স্নিগ্ধেন বন্ধুনা।
স স পাপাদৃতে তাসাং দুষ্যন্ত ইতি ঘুষ্যতাম্॥[৩]

অৰ্থাৎ, প্ৰজাসকল যি যি স্নেহশীল স্বজনৰপৰা বিযুক্ত হয়, দুষ্যন্তক সেই সেই ভাৱেই পাব। ৰজাই পাপ বা নিন্দনীয় সম্বন্ধৰ বাহিৰে (অৰ্থাৎ স্ত্ৰীসকলৰ পতিৰ স্থান পূৰণৰ বাহিৰে) সেই সেই স্বজনৰ স্থান পূৰণ কৰে।

১ ৰঘুৱংশ ১।১৮

২ ৰঘুৱংশ ১।২৪

৩ শকুন্তলা ৬।২৩

স্বজনৰ আশ্ৰয়ৰপৰা বঞ্চিত হলেও ৰাজ-আশ্ৰয়ৰপৰা প্ৰজা কদাপি বঞ্চিত নহয়। ইয়াতকৈ প্ৰজাসাধাৰণৰ সামাজিক জীৱনৰ শান্তিৰ অইন কি কাৰণ হব পাৰে? তথাপি

ত্যাজ্যো দুষ্টঃ প্ৰিয়োপ্যাসীদঙ্গুলীৱোৰগক্ষতা ॥[১]

সৰ্পই দংশন কৰা আঙুলিক যি দৰে ত্যাগ কৰা হয় সেইদৰে আপোন হলেও দুষ্টজনক ( মহাৰাজ দিলীপে ) ত্যাগ কৰে।

অমৰ কবি কালিদাসে ভাৰতৰ চিৰপ্ৰচলিত ৰাজধৰ্ম্মৰ আদৰ্শেৰেই দিলীপৰ চৰিত্ৰৰ মহত্ব দৰ্শাই সন্তুষ্ট থকা নাই। গুৰুৰ প্ৰতি অগাধ ভক্তি, গুৰুবাক্যৰ প্ৰতি প্ৰগাঢ় বিশ্বাস আৰু শ্ৰদ্ধাৰ আদৰ্শেৰে দিলীপৰ মহান চৰিত্ৰক মহীয়ান কৰি তুলিছে। বহুকাল নিঃসন্তান হোৱাৰ হেতু মহাৰাজ দিলীপে পত্নীৰে সৈতে কুলগুৰু বশিষ্ঠৰ লগত আলোচনা কৰিবলৈ গ'ল। আশ্ৰমত সমাগত ৰজাৰপৰা মুনিৰ সৰ্ব্বপ্ৰথম জানিব লগীয়া কথা হ'ল ৰাজ্যৰ কুশলবাৰ্ত্তা। বনবাসী মুনিৰ মুখত ৰাজ্যৰ কুশলবাৰ্ত্তা ভাৰতীয় সমাজৰ মধুৰ প্ৰীতিৰ বন্ধন, উদাৰ চৰিত্ৰ আৰু সহৃদয় ভাবৰ লেখত লব লগীয়া উদাহৰণ। মহাৰাজ দিলীপৰ প্ৰত্যুত্তৰো উদাৰ চৰিত্ৰৰেই নিদৰ্শন :

উপপন্নং নন্থ শিৱং সপ্তস্বঙ্গেষু যস্য মে।
দৈৱীনাং মানুষীণাঞ্চ প্ৰতিহৰ্ত্তা ত্বমাপদাম্ ॥[২]

আমাৰ ৰাজ্যৰ সপ্তাঙ্গৰেই অৰ্থাৎ স্বামী, অমাত্য, পুৰ, ৰাষ্ট্ৰ, কোষ, দণ্ড আৰু সুহৃৎ এই সাতটাৰেই মঙ্গল; এইটো অৱশ্যে সম্ভৱ হৈছে; কিয়নো আপুনি মন্ত্ৰশক্তিৰে আমাৰ দৈৱকৃত দুৰ্ভিক্ষাদি আৰু মনুষ্যকৃত চৌৰ্য্যাদি বিপদ আপদক নিবাৰণ কৰে।

ব্ৰহ্মতেজৰ প্ৰভাৱতেই যে ৰাজ্যত ব্যাধি, দুৰ্ভিক্ষ, অকালমৃত্যু প্ৰভৃতিয়ে প্ৰৱেশ কৰিব পৰা নাই—ভাৰত-সম্ৰাটৰ এয়ে বিশ্বাস।

---

১ ৰঘুৱংশ ১।২৮

২ ৰঘুৱংশ ১।৬০

ক্ষত্রিয় শক্তি আৰু ব্ৰহ্মতেজৰ পৰস্পৰ সহযোগতেই ৰাষ্ট্ৰৰ মঙ্গল আৰু বাস্তৱ কল্যাণ। দশৰথৰ পিতা মহাৰাজ অজৰ চৰিত্ৰৰ মাজেৰে কালিদাসে এই তত্ত্ব বিশেষভাৱে নিৰ্দ্দেশ কৰিছে :

স বভূব দুৰাসদঃ পৰৈৰ্গুৰুণাথৰ্ব্ববিদা কৃতক্ৰিয়ঃ।
পৱনাগ্নিসমাগমো হ্যয়ং সহিতং ব্ৰহ্ম যদস্ত্ৰতেজসা॥[১]

অৰ্থাৎ, অথৰ্ব্ব বেদবিদ্ গুৰুৰ বিধান অনুসাৰে মন্ত্ৰ প্ৰয়োগত অভিষিক্ত হৈ মহাৰাজ অজ শত্ৰুসমূহৰ দুৰ্দ্ধৰ্ষ হ'ল ; কিয়নো ব্ৰহ্ম-শক্তিৰ লগত ক্ষত্ৰিয় তেজৰ মিলন পৱন আৰু অগ্নিৰ সংযোগ সদৃশ।

গুৰুৰ নিৰ্দ্দেশমতে বংশৰ প্ৰৱৰ্ত্তক হবলৈ ভাৰত-সম্ৰাটে সুৰধেনু সুৰভিৰ কন্যা নন্দিনীৰ পৰিচৰ্য্যা কৰিবলৈ প্ৰস্তুত হ'ল। গুৰুৰ প্ৰতি শ্ৰদ্ধা, ধৰ্ম্মানুষ্ঠানৰ প্ৰতি বিশ্বাস আৰু কৰ্ত্তব্যৰ প্ৰতি একাগ্ৰতাই ৰজাৰ চৰিত্ৰক দেৱতুল্য কৰি তুলিছে। গুৰুজনৰ প্ৰতি দৃঢ় ভক্তি আৰু অনুৰাগেই মঙ্গলৰ কাৰণ।

ভাৰতৰ নৃপতিৰ দীপ্তি শিশুসুলভ সৰলতাৰে উদ্ভাসিত। মহাৰাজ দিলীপৰ আশ্ৰিতা গাভীক, পৰ্ব্বতৰ গুহাত মায়াৰূপী সিংহ যেতিয়া গ্ৰাস কৰিবলৈ অগ্ৰসৰ হ'ল, মহাৰাজ দিলীপে তেতিয়া নিজৰ জীৱনৰ বিনিময়েৰে পশুৰাজ সিংহৰ ওচৰত সেই আশ্ৰিতা আৰু সংৰক্ষিতা গাভীৰ প্ৰাণ বিচাৰিলে। আশ্ৰিতৰ কাৰণে নিজ জীৱন দান ভাৰতীয় ৰজাৰ আদৰ্শই :

ক্ষতাৎকিল ত্ৰায়ত ইত্যুদগ্ৰঃ
ক্ষত্ৰস্য শব্দো ভুৱনেষু ৰূঢ়ঃ।
ৰাজ্যেন কিং তদ্বিপৰীতবৃত্তেঃ
প্ৰাণৈৰুপক্ৰোশমলীমসৈৰ্ব্বা॥[২]

দুৰ্ব্বল, আশ্ৰিত আৰু শৰণাগতক প্ৰৱল পৰাক্ৰমীৰ হাতৰপৰা ৰক্ষা কৰাই ভাৰতীয় ৰজাৰ শ্ৰেষ্ঠ আদৰ্শ। আনপিনে গোসেৱা

১ ৰঘুৱংশ ৮।৪
২ ৰঘুৱংশ ২।৫৩

ভাৰতীয় সভ্যতাৰ এটি বিশিষ্ট অঙ্গ; কালিদাসে ভাৰত-সম্রাটৰ চৰিত্ৰৰ মাজেৰে তাকো সমৰ্থন কৰিছে।

আশ্ৰমপালিত নিষ্পাপ, নিষ্কলঙ্ক, স্বভাৱসুন্দৰ হৰিণ শিশুটিক যেতিয়া মহাৰাজ দুষ্মন্ত শৰ নিক্ষেপ কৰিবলৈ প্ৰস্তুত সেই মুহূৰ্ত্তে ঋষিৰ পৱিত্ৰ মুখত ভাৰত-মাতাৰ বাণী ধ্বনিত হ'ল:

আৰ্ত্তত্ৰাণায বঃ শস্ত্ৰং ন প্ৰহৰ্ত্তুমনাগসি।[১]

হে মহাৰাজ! সন্ত্ৰস্তসকলৰ ৰক্ষাৰ কাৰণেই আপোনাৰ অস্ত্ৰ, ই নিষ্পাপক উৎপীড়ন কৰিবলৈ নহয়।

আকৌ কবিয়ে সেই আদৰ্শকেই আনভাৱে ব্যক্ত কৰিছে:

আপন্নাভয-সত্ৰেষু দীক্ষিতাঃ খলু পৌৰৱাঃ।[২]

ভাৰত-সম্রাটৰ সামৰিক শক্তি দুৰ্ব্বলৰ পৰিৰক্ষণৰ কাৰণে; নিৰীহ প্ৰাণীহিংসাৰ কাৰণে নহয়। শৰণাগতক ৰক্ষা কৰাই মহাত্মাৰ কৰ্ত্তব্য:

প্ৰণিপাতপ্ৰতিকাৰঃ সংৰম্ভো হি মহাত্মনাম্।[৩]

পৃথিৱীৰ বুৰঞ্জীত ইয়াতকৈ শ্ৰেষ্ঠ আদৰ্শ আৰু কি হব পাৰে? দিগ্‌বিজয় ভাৰতৰ আদৰ্শ নহয়, সত্য-জ্ঞান-ধৰ্ম্মৰ আত্মিক বিজয়হে ভাৰতৰ আদৰ্শ।

ৰঘুৱংশৰ আন এজনা ৰজা ভুৱন-বিখ্যাত ৰঘু। সেই কুলপ্ৰদীপ ৰঘুৰ নাম অনুসাৰেই কবিয়ে কাব্যৰ নামকৰণ কৰিছে 'ৰঘুৱংশ'। এই বংশৰ সৰ্ব্বশ্ৰেষ্ঠ আদৰ্শ নৃপতি শ্ৰীৰামচন্দ্ৰকো মানুহে ৰঘুপতি, ৰাঘৱ, ৰঘুনাথ উপাধিৰে বিভূষিত কৰে। আজিৰ মহামানৱ মহাত্মাই ৰামৰাজ্যৰ স্বপ্ন লৈ ভগৱান শ্ৰীৰামচন্দ্ৰক স্তুতি জনাইছে:

ৰঘুপতি ৰাঘৱ ৰাজাৰাম

১ শকুন্তলা ১।১১

২ শকুন্তলা ২।১৬

৩ ৰঘুৱংশ ৪।৬৪

ভাৰতীয় ৰাজসিংহাসনৰ অন্যতম আদৰ্শ হল প্ৰজাৰঞ্জন। মহাকবি কালিদাসে 'ৰজা' নামৰ সাৰ্থকতা দেখুৱাবলৈ কৈছে:

যথা প্ৰহ্লাদনাচ্চন্দ্ৰঃ প্ৰতাপাত্তপনো যথা
তথৈব সোঽভূদন্বৰ্থো ৰাজা প্ৰকৃতিৰঞ্জনাৎ ॥[১]

অৰ্থাৎ, যেনেকৈ আহ্লাদজনক বুলি চন্দ্ৰ, আৰু তাপদায়ক বুলি তপন নাম সাৰ্থক হৈছে, সেইদৰে প্ৰজাৰঞ্জন কৰে বুলি ৰঘুৰ ৰজা— এই সংজ্ঞা সাৰ্থক হৈছে।

প্ৰজাৰঞ্জনেই ভাৰতীয় শাসকৰ প্ৰধান লক্ষ্য, সেইকাৰণে প্ৰজা-পালনতেই ৰাজপদৰ সাৰ্থকতা। এয়ে ভাৰতৰ ৰাজনৈতিক আদৰ্শ।

ৰঘুৱে সৰ্ব্বপ্ৰথম ভাৰতৰ প্ৰাকৃতিক বৈচিত্ৰ্য ভেদ কৰি ৰাজ-নৈতিক আৰু সাংস্কৃতিক ঐক্য প্ৰতিষ্ঠা কৰে। ৰঘুৰ দিগ্‌বিজয়ৰ মাজেৰে কালিদাসে ৰাজনৈতিক আৰু সাংস্কৃতিক ঐক্যেৰে ভাৰতক অখণ্ডৰূপে ৰূপায়িত কৰিছে। ভাৰতৰ বিভিন্ন দেশ, বিভিন্ন ভাষা, বিভিন্ন জাতিক এক ভাৰতীয় সংস্কৃতিৰ আদৰ্শেৰে ঐক্যবদ্ধ কৰাই কবিৰ মহান উদ্দেশ্য। ৰঘুৰ দিগ্‌বিজয় যথাৰ্থতে ধৰ্ম্মবিজয়হে; সেই কথা কবিয়ে স্পষ্টভাৱে প্ৰকাশ কৰিছে:

গৃহীত-প্ৰতিমুক্তস্য স ধৰ্ম্মবিজয়ী নৃপঃ।
শ্ৰিয়ং মহেন্দ্ৰনাথস্য জহাৰ ন তু মেদিনীম্ ॥[২]

ভাৰতীয় নৃপতিৰ আদৰ্শ ৰাজ্য লুণ্ঠন নহয়, সনাতন হিন্দুধৰ্ম্মৰ প্ৰভাৱ আৰু মহিমা বিস্তাৰ; এই দিগ্‌বিজয়ত অস্ত্ৰ-শস্ত্ৰ নিষ্প্ৰভ, সৈন্য-সামন্ত নিষ্ক্ৰিয়।

সমগ্ৰ ভাৰতৰ এক জাতি, এক ভাষা, এক প্ৰাণ, এক আত্মা— এই আদৰ্শৰ স্বপ্নেৰেই কবিয়ে মহাৰাজ দিলীপৰ শাসন বৰ্ণনা কৰিছে।

---

১ ৰঘুবংশ ৪।১২

২ ৰঘুবংশ ৪।৪৩

স বেলাৱপ্ৰৱলয়াং পৰিখীকৃতসাগৰাম্।
অনন্যশাসনামুৰ্ব্বীং শশাসৈকপুৰীমিৱ ॥[১]

অৰ্থাৎ দিলীপে আনৰ শাসন-শৃঙ্খলমুক্ত সমগ্ৰ পৃথিৱীকে এখন নগৰৰ দৰে শাসন কৰিছিল—সমুদ্ৰতীৰেই হৈছিল সেই নগৰৰ প্ৰাকাৰ আৰু সমুদ্ৰই হৈছিল তাৰ দুৰ্গৰ চাৰিপিনে থকা গড়খাৱৈ।

কবিৰ এই অভিন্ন ভাৰতৰ মহান আদৰ্শ দুষ্যন্তৰ পুত্ৰ ৰাজচক্ৰৱৰ্ত্তী ভৰতৰ চৰিত্ৰেৰে সুন্দৰভাৱে প্ৰকাশ কৰিছে ঃ

পুৰা সপ্তদ্বীপাং জয়তি ৱসুধামপ্ৰতিৰথঃ।[২]

সপ্তদ্বীপা পৃথিৱীক জয় কৰি ভৰতে ৰাজ্য শাসন কৰিছিল। প্ৰজাবৰ্গৰ ভৰণপোষণ, ৰক্ষণাৱেক্ষণ কৰে বুলিয়েই ভৰত ঃ

পুনৰ্যাস্যত্যাখ্যাং ভৰত ইতি লোকস্য ভৰণাৎ।[৩]

ভৰতৰ আদৰ্শেৰে অনুপ্ৰাণিত দেশৰ নামেই 'ভাৰতবৰ্ষ'। ৰঘুৰ আদৰ্শৰে উজ্জ্বল বংশৰ নাম ৰঘুৱংশ। বিশ্বজিৎ যজ্ঞত সৰ্ব্বস্ব দান কৰি দিগ্‌বিজয়ী ৰঘুৱে ভিখাৰীৰ অৱস্থা বৰণ কৰিছিল। এনে অৱস্থাত বৰতন্তুৰ কৌৎস নামে এজন শিষ্যই গুৰুদক্ষিণাভিলাষী হৈ ৰঘুৰ কাষ চপাত ভাৰতৰ একছেত্ৰী সম্ৰাট মৃণ্ময়পাত্ৰত অৰ্ঘ্য লৈ বিদ্যাৰ্থী বালকক অভিবাদন জনাবলৈ ৰাজসিংহাসনৰপৰা আগ বাঢ়ি আহিছিল। ভাৰতত ৰাজসিংহাসনতকৈ বিদ্যাৰ সমাদৰ কোনো গুণে কম নহয় ঃ

স মৃণ্ময়ে ৱীতহিৰণ্ময়ত্বাৎ
পাত্ৰে নিধায়াৰ্ঘ্যমনৰ্ঘশীলঃ।
শ্ৰুতপ্ৰকাশং যশসা প্ৰকাশঃ
প্ৰত্যুজ্জগামাতিথিমাতিথেয়ঃ ॥[৪]

---

১ ৰঘুৱংশ ১।৩০

২ শকুন্তলা ৭।৩৩

৩ শকুন্তলা ৭।৩৩

৪ ৰঘুৱংশ ৫।২

অৰ্থাৎ অমূল্য স্বভাৱ, অতিথিপ্ৰিয়, যশস্বী ৰজা ৰঘুৱে সুবৰ্ণ-পাত্ৰৰ অভাৱত মৃণ্ময় পাত্ৰত অৰ্ঘ্য লৈ সেই বেদবিদ্ অতিথিক আগ বাঢ়ি গৈ অভিবাদন জনালে।

অতিথি-সেৱা গাৰ্হস্থ্য আশ্ৰমৰ প্ৰধান অঙ্গ। গুণৰ সমাদৰেই ৰজা আৰু ৰাজ্যৰ কল্যাণ বিধান কৰে। অসৎ উপায়ে ধনী হোৱাতকৈ ধৰ্ম্ম কৰি দৰিদ্ৰ হোৱা শ্ৰেয়ঃ। গতিকে ৰঘুৰ ওচৰত অভিলষিত ধন নোপোৱাত বালকৰ কোনো ক্ষোভ নহ'ল; সেই কাৰণে তেওঁ আন বদান্য পুৰুষৰ ওচৰলৈ যাবলৈ মন মেলিলে:

গুৰ্ব্বৰ্থমৰ্থী শ্ৰুতপাৰদৃশ্বা
ৰঘোঃ সকাশাদনৱাপ্য কামম্।
গতো বদান্যান্তৰমিত্যযং মে
মা ভূৎপৰীৱাদনৱাৱতাৰঃ॥[১]

অৰ্থাৎ, বেদ পাৰদৰ্শী ধনপ্ৰাৰ্থী কৌৎস গুৰু-দক্ষিণাৰ কাৰণে মোৰ (ৰঘুৰ) ওচৰৰপৰা বিফলমনোৰথ হৈ অন্য বদান্য পুৰুষৰ কাষলৈ যাব লগা হ'ল, এই অপমানৰ নতুন আবিৰ্ভাৱ মোৰ (ৰঘুৰ) ভাগ্যত যেন পুনৰ নঘটে।

যশস্যাই ভাৰত-সম্ৰাটৰ পৰম ধন। যশস্যা নষ্ট হোৱাতকৈ শৰীৰ নাশ শ্ৰেয়ঃ। এনেতে ধনাধিপতি কুবেৰে ৰঘুৰ প্ৰয়োজনীয় ধন যোগান ধৰিলে। ৰজাই সেই সমস্ত ধনকে কৌৎসক সমৰ্পণ কৰিলে। কৌৎস তেওঁৰ প্ৰয়োজনৰ অধিক ধন গ্ৰহণ কৰিবলৈ মান্তি নহ'ল:

গুৰুপ্ৰদেয়াধিকনিঃস্পৃহোঽৰ্থী
নৃপোঽৰ্থিকামাদধিকপ্ৰদশ্চ॥[২]

কৌৎসৰ গুৰু-দক্ষিণাৰ অতিৰিক্ত ধন গ্ৰহণ কৰিবলৈ অনিচ্ছা, কিন্তু ৰঘুৰ প্ৰাৰ্থনাৰ অতিৰিক্ত ধন দান দিবলৈ অতিশয় আগ্ৰহ।

১ ৰঘুবংশ ৫।২৪

২ ৰঘুবংশ ৫।৩১

কালিদাসৰ এই দান গাথাত ভাৰত-সম্ৰাটৰ মহান সঙ্কল্প আৰু উদাৰ আদৰ্শ চৰিত্ৰ ৰূপায়িত হৈ উঠিছে। ভাৰতৰ ৰাজপদ ভোগ আৰু ত্যাগৰ অপূৰ্ব্ব মিলন ক্ষেত্ৰ। ভাৰতীয় ৰজাৰ আদৰ্শ "যথাকামাৰ্চিতাৰ্থিত্ব" আৰু "ত্যাগায়সম্ভৃতাৰ্থত্ব"।

ৰঘুৰংশৰ সৰ্ব্বশ্ৰেষ্ঠ আদৰ্শ ৰজা ৰামচন্দ্ৰ। ৰামৰ চৰিত্ৰ লৈয়ে ৰামায়ণ, গতিকে মহাকবি কালিদাসে কবিগুৰু বাল্মীকিৰ লগত প্ৰতিযোগিতা কৰি ৰামৰ চৰিত্ৰ ৰচনা কৰিবলৈ প্ৰয়াস কৰা নাই। প্ৰকৃততে ৰামায়ণৰ ৰাম আৰু ৰঘুৰংশৰ ৰামৰ কোনো প্ৰভেদ নাই।

ৰামৰ পিতৃভক্তি, সত্যনিষ্ঠা, প্ৰজাবাৎসল্যৰ মহান আদৰ্শ আজিও লক্ষ লক্ষ কণ্ঠে ঘোষিত আৰু বিশ্ববাসীৰ শ্ৰেষ্ঠ আদৰ্শ হিছাপেই পৰিগণিত। ৰামচন্দ্ৰ ভক্তি, জ্ঞান আৰু কৰ্ম্মৰ জীৱন্ত প্ৰতিমূৰ্ত্তি। প্ৰজাৰঞ্জনৰ কাৰণেই ৰামচন্দ্ৰই নিৰপৰাধী পত্নীক ত্যাগ কৰিবলৈ সঙ্কুচিত নহৈছিল। পত্নীৰ কাৰণে সাম্ৰাজ্য ত্যাগৰ দৃষ্টান্ত বিৰল নহয়। কিন্তু সাম্ৰাজ্যৰ সন্তুষ্টিৰ কাৰণে পত্নীত্যাগৰ দৃষ্টান্ত অকল ভাৰতবৰ্ষতেই সম্ভৱ।

প্ৰজানুৰঞ্জন আৰু প্ৰজাৰ সৰ্ব্বতোভাৱে কল্যাণ-সাধনেই আছিল ভাৰতীয় ৰজাৰ ব্ৰত। ৰাজ্যত ধনী-দুখী সকলোৰে অধিকাৰ সমান। এনে সাম্যনীতিৰ আদৰ্শ জগতত বিৰল। ৰাজ-আদৰ্শ আৰু সামাজিক ব্যৱস্থাৰ নিখুঁত চিত্ৰ দাঙি ধৰি মহাকবি কালিদাস প্ৰাচীন ভাৰতৰ শ্ৰেষ্ঠ ঐতিহাসিক হিছাপে অমৰ।

কালিদাসে ভাৰত-সম্ৰাটৰ সাম্ৰাজ্যক যেনেকৈ একেখন নগৰৰ দৰে কল্পনা কৰিছিল সেইদৰে সমাজখনকো একেটা বৃহৎ পৰিয়ালৰ দৰে জ্ঞান কৰিছিল। এনে আদৰ্শৰ বলতেই সামাজিক মিলন আৰু প্ৰীতিৰ বন্ধন দৃঢ় হৈছিল। এই সুখৰ পৰিবাৰ স্থাপন হৈছিল বৰ্ণাশ্ৰম ধৰ্ম্মৰ ভিত্তিত আৰু ভাৰতীয় সংস্কৃতি এই বৰ্ণাশ্ৰম ধৰ্ম্মৰ ওপৰতে প্ৰতিষ্ঠিত। কালিদাসে বৰ্ণাশ্ৰম সমাজৰ আদৰ্শকেই

যুগোপযোগী সাহিত্যৰ মাধ্যমেৰে প্ৰকাশ কৰি ভাৰতীয় ঐতিহ্যৰ লগত ঘনিষ্ঠ সম্বন্ধ স্থাপন কৰিলে। সমাজৰ স্থিতি আৰু ক্ৰমোন্নতিৰ কাৰণে ভাৰতৰ প্ৰাচীন মনীষীসকলে এই বৰ্ণাশ্ৰমৰ ব্যৱস্থা কৰি গৈছে। ভাৰতীয় সমাজৰ সম্পদ চাতুৰ্ব্বৰ্ণ্যৰ ওপৰত আৰু ব্যক্তিগত জীৱনৰ প্ৰতিষ্ঠা চতুৰাশ্ৰমৰ ওপৰত। দেশৰ মৰ্য্যাদা আৰু প্ৰতিষ্ঠা সামাজিক কল্যাণৰ ওপৰতে নিৰ্ভৰ কৰে। সামাজিক শৃঙ্খলাই দেশৰ সংস্কৃতি আৰু সভ্যতাৰ মূলাধাৰ। মহাকবি কালিদাসে ৰঘু-ৱংশীয় ৰজাসকলৰ চৰিত্ৰ বৰ্ণনা প্ৰসঙ্গত ভাৰতীয় সমাজ ব্যৱস্থাৰ চিত্ৰ দাঙি ধৰিছে ঃ

শৈশৱেঽভ্যস্তৱিদ্যানাং যৌৱনে ৱিষয়ৈষিণাম্
ৱাৰ্দ্ধকে মুনিবৃত্তীনাং যোগেনান্তে তনুত্যজাম্ ॥[১]

শৈশৱত বিদ্যানুৰাগ, যৌৱনত বিষয়ানুৰাগ, বাৰ্দ্ধক্যত মুনিবৃত্তি-পৰায়ণ আৰু শেষত পৰমাত্মাৰ চিন্তাৰ দ্বাৰা শৰীৰ ত্যাগ—এয়ে ভাৰতীয় সমাজ।

চমুকৈ কবলৈ গলে কালিদাসে তেওঁৰ ভাব-মন্দাকিনীক অকল সৌন্দৰ্য্যৰ নয়নাভিৰাম দৃশ্যৰ মাজেৰেই বোৱাই লৈ যোৱা নাই; ভাৰতৰ বহুমুখী সভ্যতাৰ যোগসূত্ৰেৰে ভাৰতক অখণ্ড ৰূপেই বিচাৰিছে। কালিদাসে বেদ-উপনিষদ-পুৰাণৰ ক্ৰমবিবৰ্ত্তিত সভ্যতাৰ যোগসূত্ৰ উলিয়াই বিশ্বসংস্কৃতি গঠনৰ পাথেয় প্ৰস্তুত কৰিছে। ভোগৰ নিবৃত্তিতে কল্যাণ, প্ৰবৃত্তিতে সংহাৰ—এয়ে ভাৰতীয় সংস্কৃতিৰ বীজমন্ত্ৰ। শক্তি আৰু ক্ষমা, অনুৰাগ আৰু বিৰাগ, ভোগ আৰু যোগ, ত্যাগ আৰু তপস্যাৰ মহান আদৰ্শৰ অক্ষয় নিৰ্ঝৰিণীৰে কবিয়ে ভাৰতীয় জীৱনক নিয়ন্ত্ৰিত কৰি দেশৰ সংস্কৃতি আৰু সভ্যতাৰ জীৱন্ত সংযোগ প্ৰতিষ্ঠা কৰিছে। তেওঁৰ সাহিত্য চিত্ৰ-সৌন্দৰ্য্যতে পৰিসমাপ্ত নহয়, কবিত্ব সৌন্দৰ্য্য ভাব গাম্ভীৰ্য্যৰ সৌৰভেৰেও মণ্ডিত; সংস্কৃতি আৰু সভ্যতাৰ দাপোণ-ৰূপেই পৰ্য্যবসিত। পৌৰাণিক

১ ৰঘুৱংশ ১।৮

যুগৰ ব্ৰাহ্মণ্য-গৰিমাময় নৈতিক চৰিত্ৰ, নৈতিক জীৱন আৰু নৈতিক আদৰ্শক বেদান্ত, উপনিষদৰ আধ্যাত্মিক পৰমাৰ্থ সত্যৰ দীপ্তিৰে সমুজ্জ্বল কৰি ভাৰতৰ শ্ৰেষ্ঠ মনীষী হিচাপে কালিদাস জগদ্-বৰেণ্য।

'বিক্ৰমোৰ্ব্বশীয়' নাটকত লক্ষ্মী আৰু সৰস্বতীয়ে পৰস্পৰ বিৰোধ পৰিহাৰ কৰি উভয়ে যেন একেলগে দেশত বিৰাজ কৰে তাৰ কাৰণে কবিয়ে প্ৰাৰ্থনা জনাইছে :

পৰস্পৰবিৰোধিন্যোৰেকসংশ্ৰয়-দুৰ্ল্লভম্।
সংগতং শ্ৰীসৰস্বত্যোৰ্ভূতয়েঽস্তু সদ সতাম্॥[১]

জাতীয় সম্পদ্ আৰু সভ্যতাই দেশত যেন সমভাৱে বিৰাজ কৰে ; এয়েঁ কবিৰ ঐকান্তিক কামনা। কালিদাসীয় সাহিত্যই জাতীয় জীৱনৰ যোগ সাধনৰ অপৰিহাৰ্য্য উপাদান যোগাইছে। জাতীয় শৰীৰ পৰিপুষ্ট কৰিবলৈ সভ্যতাৰ প্ৰয়োজন। দেশৰ সভ্যতা ম্লান হলে জাতীয় জীৱনৰ সৌন্দৰ্য্য নিষ্প্ৰভ হয়। জাতীয় জীৱনক জাগ্ৰত কৰি ৰখাৰ উপায় সংস্কৃতি আৰু সভ্যতাৰ পৰিপুষ্টি সাধন। মহাকবি কালিদাসে তেওঁৰ কাব্যৰ ৰজাসমূহক অকল ৰাজসিংহাসনৰ অলঙ্কাৰ কৰিয়েই ৰখা নাই, তেওঁলোকক ৰাজ্যৰপৰা আঁতৰাই আনি গাঁৱলীয়া জীৱনৰ লগত বিশেষভাৱে সম্পৰ্ক ঘটুৱাই প্ৰজাসাধাৰণৰ সুখৰ কাৰণে আত্মনিয়োগ কৰাইছে। জনসাধাৰণৰ লগত সম্বন্ধ নাথাকিলে ৰাজশাসন সমৃদ্ধিশালী, সুনিয়ন্ত্ৰিত আৰু সফল হোৱাৰ আশা কম।

মহাকবিয়ে তেওঁৰ অমৰ নাটক শকুন্তলাৰ শেষ অঙ্কত ভৰত-বাক্যৰ যোগেদি ৰাজশাসন দেশৰ সংস্কৃতি আৰু সভ্যতাৰ পৰি-পোষক হবলৈ প্ৰাৰ্থনা জনাইছে :

প্ৰবৰ্ত্ততাং প্ৰকৃতিহিতায় পাৰ্থিবঃ
সৰস্বতী শ্ৰুতমহতাং মহীয়তাম্॥

ৰজাই প্ৰজাবৰ্গৰ হিতৰ কাৰণে আত্মনিয়োগ কৰক।

---

১ বিক্ৰমোৰ্ব্বশীয় ৫।২৪

কবিৰ প্ৰাণৰ একান্ত ইচ্ছা জাতীয় কৃষ্টি আৰু সভ্যতাৰ পৰিৰক্ষণ আৰু বিস্তৃতি লাভ। কালিদাসৰ মহান আদৰ্শ সৰ্ব্বতোভাৱে বিশ্বৰ মঙ্গল সাধন আৰু সেই উচ্চ আদৰ্শৰ বলতেই কালিদাসীয় সাহিত্যই দেশ আৰু কালৰ পৰিধিক অতিক্ৰম কৰি, সাৰ্ব্বকালিক আৰু সাৰ্ব্বভৌমিক হৈছে। ভাৰতীয় সংস্কৃতিৰ উজ্জ্বল ৰত্ন কালিদাস বিশ্বসাহিত্য-পৰিষদত ভাৰতক উচ্চ পদত অভিষিক্ত কৰি আজিও বিশ্ববন্দিত। সেয়েহে কবিবৰ অপ্ৰতিহত গৌৰৱৰ চিৰাদৃত আসনত ভাৰতৰ জাতীয় কবিৰূপে লব্ধপ্ৰতিষ্ঠ।

# কালিদাসৰ কাব্যত সুভাষিতাৱলী

**সাঙ্কেতিক শব্দৰ সূচী ঃ**

শ = শকুন্তলা
মা = মালৱিকাগ্নিমিত্র
বি = বিক্রমোর্ব্বশীয
মে = মেঘদূত
কু = কুমাৰসম্ভৱ
ৰ = ৰঘুৱংশ

অকৃতার্থেঽপি মনসিজে ৰতিমুভযপ্রার্থনা কুৰুতে (শ) — ভাল পোৱা সফল নহলেও উভযৰ অনুৰাগেই পৰস্পৰক আনন্দ দিয়ে।

অচেতনং নাম গুণং ন লক্ষযেৎ (শ) — অচেতন পদাৰ্থই গুণ নেদেখে।

অজ্ঞাতহৃদয়েষ্বেৱং বৈৰীভৱতি সৌহৃদম্ (শ) — নজনা-নুশুনাৰ লগত বন্ধুত্ব (এনেদৰে) শত্রুতাত পৰিণত হয়।

অতনুষু ৱিভৱেষু জ্ঞাতযঃ সন্তু নাম (শ) — স্বচ্ছল অৱস্থাত আত্মীযৰ অভাৱ নাই।

অতিস্নেহঃ খলু কাৰ্য্যদৰ্শী (বি) — অত্যন্ত স্নেহে ইষ্টসাধনৰ উপায দেখে।

অতিস্নেহঃ পাপশঙ্কী (শ) — অতিস্নেহে অমঙ্গলৰ আশঙ্কা কৰে।

অত্যাৰূঢ়ো হি নাৰীণামকালজ্ঞো মনোভৱঃ (ৰ) — কামিনী স্ত্রীৰ অতিশয় প্ৰবৃদ্ধ কামোদ্রেকে কেতিয়াও কালাকাল অপেক্ষা নকৰে।

অৰ্থো হি কন্যা পৰকীয় এৱ (শ) — কন্যাধন আনৰ সম্পত্তি।

অনতিক্রমণীয়ানি শ্রেয়াংসি (শ) — শ্রেষ্ঠজনক উপেক্ষা কৰি যাব নাপায়।

অনন্তপুষ্পস্য মধোর্হি চূতে দ্বিৰেফমালা সৱিশেষসঙ্গা (কু) — বসন্ত

কালত বিবিধ ফুল ফুলিলেও ভ্ৰমৰ কিন্তু আম্ৰমুকুলৰ প্ৰতিহে আকৃষ্ট হয়।

অনপায়িনি সংশ্ৰয়দ্ৰুমে গজভগ্নে পতনায় ৱল্লৰী (কু) — হাতীয়ে সুদৃঢ় আশ্ৰয়বৃক্ষক ভাঙিলে আশ্ৰিতা লতাও পতিত হয়।

অনাৰ্য্যঃ পৰদাৰব্যৱহাৰঃ (শ) — আনৰ স্ত্ৰীৰ আলোচনা আৰ্য্যৰ ব্যৱহাৰ নহয়।

অনিৰ্ব্বেদপ্ৰাপ্যাণি শ্ৰেয়াংসি (বি) — অভিলাষৰ বস্তু অনায়াসে লাভ নহয়।

অনিৰ্ব্বৰ্ণনীয়ং পৰকলত্ৰম্ (শ) — পৰস্ত্ৰীৰ বৰ্ণনা কৰিব নাপায়।

অনিয়ন্ত্ৰণানুযোগস্তপস্বিজনো নাম (শ) — তপস্বীসকলক প্ৰশ্ন সোধাত কোনো বাধা নাই।

অনুগ্ৰহঃ খলু নোপৰোধঃ (বি) — অনুগ্ৰহ মাথোন বাধা নহয়।

অনুৰাগোঽনুৰাগেণ পৰীক্ষিতৱ্যঃ (মা) — ভালপোৱা ভাল-পোৱাৰেই বিচাৰিব লাগে।

অনুৎসেকঃ খলু ৱিক্ৰমালঙ্কাৰঃ (বি) — অভিমানশূন্যতা পৰাক্ৰমৰ অলঙ্কাৰ।

অন্যসংক্ৰান্তপ্ৰেমাণো নাগৰিকা অধিকং দক্ষিণা ভৱন্তি (বি)— আনৰ প্ৰতি আসক্ত প্ৰেমিক নাগৰিকসকল নিজ পত্নীৰ ওচৰত অধিক নম্ৰ।

অন্যোন্যকলহিতযোৰ্মত্তহস্তিনোৰেকতৰস্মিন্ননিৰ্জ্জিতে কুত উপশমঃ (মা) — পৰস্পৰ বিবাদপ্ৰিয় মত্ত হস্তী দুটাৰ এটাৰ পৰাজয় নোহোৱালৈকে শান্তিৰ সম্ভাৱনা নাথাকে।

অপথে পদমৰ্পয়ন্তি হি শ্ৰুতৱন্তোঽপি ৰজোনিমীলিতাঃ (ৰ)— জ্ঞানীজনেও ৰজোগুণেৰে অভিভূত হৈ কুপথত পদাৰ্পণ কৰে।

অপৰিনিষ্ঠিতস্যোপদেশস্যান্যায্যং প্ৰকাশনম্ (মা) — প্ৰতিষ্ঠা লাভ নকৰা উপদেশৰ প্ৰকাশ অনৰ্থক।

অপৰ্ব্বণিগ্ৰহকলুষেন্দুমণ্ডলা ৱিভাৱৰী কথয় কথং ভৱিষ্যতি (মা)— পূৰ্ণিমা প্ৰতিপদাদি সন্ধিস্থলৰ বাহিৰে আন সময়ত গ্ৰহে (ৰাহু) চন্দ্ৰমণ্ডল কলুষিত কৰিব নোৱাৰে।

অপি স্বদেহাৎ কিমুতেন্দ্ৰিয়াৰ্থাদ্‌যশোধনানাং হি যশো গৰীয়ঃ (ৰ)—

ইন্দ্ৰিয়ভোগ্য বিষয়ৰ কথাই নাই, যশস্বীৰ নিজ শৰীৰতকৈও যশস্যাই প্ৰধান।

অপেক্ষ্যতে সাধুজনেন বৈদিকী শ্মশানশূলস্য ন যূপসৎক্রিয়া (কু)—
মৰিশালিত পোতা কাঠক সাধুজনে যজ্ঞজাতীয় কাঠ বুলি পূজা নকৰে।

অপ্যপ্রসিদ্ধং যশসে হি পুংসামনন্যসাধাৰণমেৱ কৰ্ম্ম (কু)—
অপ্রসিদ্ধ হলেও অসাধাৰণ কাৰ্য্যমাত্ৰেই মানুহৰ যশস্যাৰ কাৰণ।

অপ্যসুপ্ৰণয়িনাং ৰঘোঃ কুলে ন ব্যহন্যত কদাচিদৰ্থিতা (ৰ)—
ৰঘুৱংশীয় ৰজাসকল জীৱনপ্রাৰ্থীৰো প্ৰাৰ্থনা পৰিপূৰণত পৰাঙ্মুখ নহয়।

অভিজাতঃ খলু ৱসন্তঃ (মা) — বসন্তকাল অতি মনোৰম।

অভিতপ্তময়োঽপি মাৰ্দ্দৱং ভজতে কৈৱ কথা শৰীৰিষু (ৰ)—
লোও উত্তপ্ত হ'লে কোমল হয়, প্ৰাণীসমূহৰ কি কথা?

অভ্যৰ্থনাভঙ্গভয়েন সাধুৰ্মাধ্যস্থ্যমিষ্টেঽপ্যৱলম্বতেঽৰ্থে (কু)—
অনুৰোধ বিফল হোৱাৰ ভয়ত সাধুসকল অভীষ্ট বিষযতো উদাসীন।

অমৰ্ষণঃ শোণিতকাঙ্ক্ষয়া কিং পদা স্পৃশন্তং দশতি দ্বিজিহ্বঃ (ৰ)—
ভৰিৰ গচক খোৱা খঙাল সাপে জানো তেজৰ আশাত কামোৰ মাৰে?

অম্বুগৰ্ভো হি জীমূতশ্চাতকৈৰভিনন্দ্যতে (ৰ) — জলপূৰ্ণ মেঘকেই চাতক পক্ষীযে অভিনন্দন কৰে।

অলোকসামান্যমচিন্ত্যহেতুকং দ্বিষন্তি মন্দাশ্চৰিতং মহাত্মনাম্ (কু)—
কাৰণ বুজিব নোৱাৰি মূৰ্খবিলাকে মহাত্মাসকলৰ অলোকসামান্য চৰিত্ৰত দোষ দেখে।

• অৱসৰোপসৰ্পণীয়া ৰাজানঃ (শ) — অৱসৰ বুজি ৰজাৰ ওচৰলৈ যোৱা উচিত।

অৱিশ্ৰমোঽয়ং লোকতন্ত্ৰাধিকাৰঃ (শ) — ৰাজ্যশাসন কাৰ্য্যত বিশ্ৰাম নাই।

অৱিষোঽপি কদাচিদ্দংশো ভৱেৎ (মা) — কেতিয়াবা কেতিয়াবা বিষশূন্য দংশনো হয়।

অৱ্যাক্ষেপো ভৱিষ্যন্ত্যাঃ কাৰ্য্যসিদ্ধেৰ্হি লক্ষণম্ (ৰ) — কালবিলম্বই কাৰ্য্যসিদ্ধিৰ ক্ষেত্ৰত অশুভ লক্ষণ।

অশনেৰমৃতস্য চোভয়োৰ্ৱশিনশ্চাম্বুধৰাশ্চ যোনযঃ (কু) — জিতেন্দ্ৰিয় পুৰুষ আৰু মেঘসমূহ অমৃত আৰু বজ্ৰৰ উদ্ভৱক্ষেত্ৰ।

অশোচ্যা হি পিতুঃ কন্যা সদ্ভৰ্তৃপ্ৰতিপাদিতা ( কু ) — কন্যা সৎপাত্ৰত পৰিলে পিতামাতাৰ অসন্তোষৰ কাৰণ নাথাকে।

অসতি ত্বয়ি ৱাৰুণীমদঃ প্ৰমদানামধুনা ৱিডম্বনা ( কু ) — মদনৰ অভাৱত নাৰীৰ মাদকতা নিস্ফল।

অহো কামী স্বতাং পশ্যতি ( শ ) — প্ৰেমিকে সকলোতে স্ব-ৰূপ দেখে।

অহো চেষ্টাপ্ৰতিৰূপিকা কামিজনমনোবৃত্তিঃ ( শ ) — হায়! প্ৰণয়ীৰ মনৰ ইচ্ছা যেন কাৰ্য্যৰেই অনুৰূপ।

অহো দুৰাসদো ৰাজমহিমা ( মা ) — ৰজাৰ মহিমা বুজা টান।

অহো নু খলু দুৰ্লভাভিনিৱেশো মদনঃ ( বি ) — কি আচৰিত, মদন অত্যন্ত দুৰ্ল্লভাভিলাষী।

অহো পৰিভৱোপহাৰিণী ৱিনিপাতাঃ ( মা ) — বিপদেই লাঞ্ছনা দিয়ে।

অহো ৱিঘ্নৱত্যঃ প্ৰাৰ্থিতাৰ্থসিদ্ধয়ঃ ( শ ) — কামনাৰ বস্তু লাভ কৰাত বাধা বহুত।

অহো ৱিৰুদ্ধাৰ্থসম্পাদযিতেপ্সিতলাভো নাম ( বি ) — হায! অভিলষিত বস্তুৰ লাভে বিপৰীত ফল দিয়ে।

অহো অৱিশ্বসনীয়াঃ পুৰুষাঃ ( মা ) — পুৰুষসকল অবিশ্বাসী।

অহো সৰ্ৱস্থানানৱদ্যতা ৰূপস্য ( মা ) — সুৰূপ সকলো অৱস্থাতেই সুন্দৰ।

অহো সৰ্ৱাস্বৱস্থাসু ৰমণীয়ত্বমাকৃতিৱিশেষাণাম্ ( শ ) — ৰূপৱানক সকলো অৱস্থাতেই সুন্দৰ দেখি।

অহো সৰ্ৱাস্বৱস্থাসু চাৰুতা শোভাং পুষ্যতি ( মা ) — সৌন্দৰ্য্যই সকলো অৱস্থাতেই নিত্য-নতুন শোভা বিস্তাৰ কৰে।

অহো সুখপ্ৰত্যৰ্থিতা দৈৱস্য ( বি ) — হায়, দৈৱই সুখৰ প্ৰতিবন্ধক।

আকৃতিৱিশেষেষ্বাদৰঃ পদং কৰোতি ( মা ) — শোভনীয় আকাৰ বিশেষেই সমাদৰ লাভ কৰে।

আগামি সুখং দুঃখং ৱা হৃদয়সমৱস্থা কথয়তি (মা) — ভৱিষ্যতৰ সুখ দুখৰ কথা হৃদয়ে আগেযে সঁকীয়াই দিয়ে।

আজ্ঞা গুৰূণাং হি অৱিচাৰণীয়া (ৰ) — গুৰুজনৰ আজ্ঞা বিনা-বিচাৰে পালন কৰা কৰ্ত্তব্য।

আত্মেশ্বৰাণাং ন হি জাতু ৱিঘ্নাঃ সমাধিভেদপ্ৰভৱো ভৱন্তি (কু)— চিত্তক বশ কৰাজনৰ সমাধি একোৱেই ভঙ্গ কৰিব নোৱাৰে।

আদানং হি ৱিসৰ্গায সতাং ৱাৰিমুচামিৱ (ৰ) — বৰ্ষণশীল জলদৰ দৰে সাধুসকলৰ উপাৰ্জ্জন কেৱল বিতৰণৰ কাৰণেই।

আপন্নস্য ৱিষযনিৱাসিনো জনস্যাৰ্ত্তিহৰেণ ৰাজ্ঞা ভৱিতৱ্যম্ (শ)— ৰাজ্যৰ বিপন্নসকলৰ দুঃখ মোচন কৰাই ৰজাৰ কৰ্ত্তব্য।

আপন্নাৰ্ত্তিপ্ৰশমনফলাঃ সম্পাদো হ্যুত্তমানাম্ (মে) — মহতৰ ঐশ্বৰ্য্য বিপন্নৰ দুখ নিৱাৰণ কৰিলেই সফল হয়।

আশাবন্ধঃ কুসুমসদৃশং প্ৰাযশো হ্যঙ্গনানাং
সদ্যঃপাতি প্ৰণযি হৃদযং ৱিপ্ৰযোগে ৰুণদ্ধি (মে) —
প্ৰিযবিচ্ছেদত নাৰীসকলৰ কুসুম-সদৃশ হৃদয় বিদীৰ্ণ হয়; আশাৰ বান্ধোনেই মাথোন কোনো প্ৰকাৰে ৰক্ষা কৰে।

ইষ্টপ্ৰৱাসজনিতান্যবলাজনস্য দুঃখানি নূনমতিমাত্ৰসুদুঃসহানি (শ) — প্ৰিযজন প্ৰৱাসলৈ যোৱাৰ দুখ সহ্য কৰা তিৰোতাৰ পক্ষে বৰ কঠিন।

ইযং খলু সীধুপানোদ্বেজিতস্য মৎস্যণ্ডিকোপনতা (মা) — এয়া মদপান কৰি বিৰক্ত হোৱাজনলৈ চেনি আগ বঢ়োৱাৰ দৰে।

ঈশো হি জগতঃ পিতা (কু) — মহাদেৱ জগতৰে পিতা (পালনকৰ্ত্তা)।

উচিতৱেলাতিক্ৰমে চিকিৎসকা দোষমুদাহৰন্তি (মা) — চিকিৎসকে কয়, ঠিক সময়ত আহাৰ নকৰিলে শৰীৰৰ ক্ষতি হয়।

উপপন্না হি দাৰেষু প্ৰভুতা সৰ্ব্বতোমুখী (শ) — স্ত্ৰীৰ ওপৰত পতিৰ সকলো প্ৰকাৰ অধিকাৰেই আছে।

উপস্থিতং নয়নমধু সন্নিহিতমক্ষিকং চ (মা) — নয়নৰ মধু উপস্থিত কিন্তু ভ্ৰমৰো ওচৰতে।

উৎসৰ্পিণী খলু মহতাং প্ৰাৰ্থনা (শ) — মহতৰ আশা উৰ্দ্ধগামী।

উৎসৱপ্ৰিয়াঃ খলু মনুষ্যাঃ (শ) — মানুহ উৎসৱপ্ৰিয়।

উষ্ণত্বমগ্ন্যাতপসংপ্ৰয়োগাচ্ছৈত্যং হি যৎসা প্ৰকৃতিৰ্জলস্য (ৰ) — শীতলতাই পানীৰ ধৰ্ম্ম, কেৱল অগ্নি বা সূৰ্য্যৰ তাপতহে ই তপত হয়।

একো হি দোষো গুণসন্নিপাতে নিমজ্জতীন্দোঃ কিৰণেষ্বিৱাঙ্কঃ (কু) — নানা গুণেৰে বিভূষিত লোকৰ সামান্য দোষ চন্দ্ৰৰ কলঙ্ক ৰেখাৰ দৰে ধৰিব লগীয়া নহয়।

ওদকান্তং স্নিগ্ধো জনোঽনুগন্তব্যঃ (শ) — পানীৰ পাৰলৈ বন্ধুজনক আগ বঢ়াই থব লাগে।

ঋতে কৃশানোৰ্নহি মন্ত্ৰপূতমৰ্হন্তি তেজাংস্যপৰাণি হব্যম্ (কু) — মন্ত্ৰপূত যজ্ঞীয় হঁবি কেৱল অগ্নিৰেই প্ৰাপ্য, আন কোনো তৈজস পদাৰ্থ তাক লাভ কৰিবলৈ সমৰ্থ নহয়।

ক ইদানীং সহকাৰমন্তৰেণাতিমুক্তলতাং পল্লৱিতাং সহতে (শ) — নতুন পাতেৰে পৰিপূৰ্ণ মাধৱীলতাই আমগছক এৰি বগাব ক'ত? অইন গছে তাৰ ভৰেই সহিব নোৱাৰে।

ক ইদানীং শৰীৰনিৰ্ব্বাপয়িত্ৰীং শাৰদীং জ্যোৎস্নাং পটান্তেন ৱাৰযতি (শ) — শৰীৰ শীতল কৰা শাৰদীয় জ্যোৎস্নাক কাপোৰেৰে আঁৰ কৰে কোনে?

ক ঈপ্সিতাৰ্থস্থিৰনিশ্চয়ং মনঃ পয়শ্চ নিম্নাভিমুখং প্ৰতীপয়েৎ (কু) — অভিলষিত বস্তুলৈ স্থিৰসংকল্প মনক আৰু নিম্নগামী জলক কোনে প্ৰতিৰোধ (বিপৰীতগামী) কৰিব পাৰে?

কঃ কৰং প্ৰসাৰয়েৎ পন্নগৰত্নসূচয়ে (কু) — সৰ্পৰ শিৰৰ মণিক গ্ৰহণ কৰিবলৈ কোনেনো হাত আগ বঢ়াব?

কঠিনাঃ খলু স্ত্ৰিয়ঃ (কু) — স্ত্ৰীসকল অতি কঠিন।

কন্যায়ং কুলজীৱিকাম্ (কু) — কন্যা কুলৰ প্ৰতিষ্ঠা।

কৰ্ম্মগৃহীতেন কুম্ভীলকেন সন্ধিচ্ছেদে শিক্ষিতোঽস্মীতি ৱক্তব্যং ভৱতি (মা) — হাতে হাতে ধৰা পৰা চোৰে সিন্ধি খন্দাত এয়ে তাৰ প্ৰথম শিক্ষা বুলি কয়।

কষ্টং খলু অনপত্যতা (শ) — সন্তানহীনতা সঁচাকৈয়ে কষ্টদায়ক।

কষ্টং খলু সন্নিধিৱিয়োগঃ (মা) — ওচৰত থাকিলেও বিৰহ বৰ বেদনাদায়ক।

কস্যাত্যন্তং সুখমুপনতং দুঃখমেকান্ততো ৱা নীচৈর্গচ্ছত্যুপৰি চ দশা চক্রনেমিক্রমেণ (মে) — মানুহৰ ভাগ্য ৰথৰ চকাৰ দৰে এবাৰ তললৈ এবাৰ ওপৰলৈ উঠে।

কামং খলু সৰ্ব্বস্যাপি কুলৱিদ্যা বহুমতা (মা) — নিজৰ কুলৰ বিদ্যা সকলোৰে সম্মানৰ বস্তু।

কামার্ত্তা হি প্রকৃতিকৃপণাশ্চেতনাচেতনেষু (মে) — কামার্ত্তসকল চেতন অচেতন সম্বন্ধে স্বভাৱতে মূঢ়।

কাৰ্য্যসিদ্ধিপথঃ সূক্ষ্মঃ স্নেহেনাপ্যুপলভ্যতে (মা) — কাৰ্য্যসিদ্ধিৰ সূক্ষ্মপথ অকৃত্রিম স্নেহেৰে লাভ কৰিব পাৰি।

কালে খলু সমাৰব্ধাঃ ফলং ৱধ্নন্তি নীতয়ঃ (ৰ) — যথা সময়ত প্রয়োগ কৰা নীতিয়ে নিশ্চয় ফল দিয়ে।

কিমত্র চিত্রং যদি ৱিশাখে শশাঙ্কলেখামনুৱৰ্ত্তেতে (শ) — বিশাখা-যুগ্মই যে চন্দ্রকলাৰ অনুগমন কৰে তাত আশ্চৰ্য্য কি?

কিমিৱ হি মধুৰাণাং মণ্ডনং নাকৃতীনাম্ (শ) — যি স্বয়ং সুন্দৰ তাৰ সৌন্দৰ্য্য কিহে নবঢ়ায়?

কিমীশ্বৰাণাং পৰোক্ষম্ (শ) — সংযমীসকলে নজনা কি আছে?

কিং নু খলু দৰ্দ্দুৰা ৱ্যাহৰন্তীতি দেৱঃ পৃথিৱীং ৱিস্মৰতি (মা) ভেকুলীৰ শব্দ শুনি ইন্দ্রই পৃথিৱীলৈ পাহৰে জানো?

কিং মহোৰগৱিসৰ্পিৱিক্রমো ৰাজিলেষু গৰুড়ঃ প্রৱৰ্ত্ততে (ৰ) বৃহৎ সৰ্পসংহাৰী গৰুডে কেতিয়াও গুঁইৰ ওচৰত নিজৰ বিক্রম প্রকাশ নকৰে।

কুতূহলৱানপি নিসৰ্গশালীনঃ স্ত্রীজনঃ (মা) — কৌতূহলপূৰ্ণ স্ত্রীসকল স্বভাৱতে লাজকুৰীয়া।

কুম্ভীলকৈঃ কামুকৈশ্চ পৰিহৰণীয়া খলু চন্দ্রিকা (মা) — চোৰ আৰু কামুকে জ্যোৎস্না (জোনাক) পৰিহাৰ কৰে।

কেষাং ন স্যাদভিমতফলা প্রার্থনা হ্যুত্তমেষু (মে) — গুণীজনৰ ওচৰত কৰা প্রার্থনা কেতিয়ানো বিফল হয়!

কে ৱা ন স্যুঃ পৰিভৱপদং নিষ্ফলাৰম্ভযত্নাঃ (মে) — নিষ্ফল কাৰ্য্যৰ কাৰণে যত্ন কৰা মানুহেই নিন্দাৰ পাত্র হয়।

কেৱলোঽপি সুভগো নৱাম্বুদঃ কিং পুনস্ত্রিদশচাপলাঞ্ছিতঃ (ৰ) —

নতুন মেঘেই অতি সুন্দৰ, তাতে যদি আকৌ ইন্দ্ৰধনুৰ সংযোগ হয় তেন্তে সি পৰম ৰমণীয় হৈ উঠে।

কো দেৱতাৰহস্যানি তৰ্কয়িষ্যতি (বি) — দেৱতাৰ চৰিত্ৰ-ৰহস্য কোনে বুজিব ?

কো নামোষ্ণোদকেন নৱমালিকাং সিঞ্চতি (শ) — নৱমল্লিকাত নো কোনে উতলা পানী ছটিয়াব ?

কোঽন্যো হুতৱহাদ্দগ্ধুং প্ৰভৱতি (শ) — জুইৰ বাহিৰে আন কিহে পুৰিব পাৰে ?

ক্লেশঃ ফলেন হি পুনৰ্নৱতাং ৱিধত্তে (কু) — ফল লাভ হ'লে ক্লেশক ক্লেশ যেন নালাগে।

ক্ৰিয়া হি ৱস্তূপহিতা প্ৰসীদতি (ৰ) — শিক্ষা উপযুক্ত পাত্ৰত পৰিলে ফলৱতী হয়।

ক্ৰিয়াণাং খলু ধৰ্ম্ম্যাণাং সৎপত্ন্যো মূলকাৰণম্ (কু) — যাৱতীয় ধৰ্ম্মকাৰ্য্যৰে মূল সাধ্বী ভাৰ্য্যা।

গণ্ডস্যোপৰি পিণ্ডকঃ সংবৃত্তঃ (শ) — ঘাৰ ওপৰত ফোঁহা।

গুণৱতে কন্যা প্ৰতিপাদনীয়া (শ) — গুণীজনত কন্যা দিয়া উচিত।

গুৰ্ৰ্বপি বিৰহদুঃখমাশাবন্ধঃ সাহয়তি (শ) — আশাৰ বান্ধোনে কঠোৰ বিৰহ যন্ত্ৰণাকো সহ্য কৰায়।

চন্দনং খলু পাদুকোপযোগেন দূষিতম্ (মা) — পাদুকাত লেপন কৰিলে চন্দন দূষিত হয়।

চন্দ্ৰাদমৃতমিতি কিমত্ৰাশ্চৰ্য্যম্ (বি) — চন্দ্ৰৰপৰা অমৃত বৰ্ষণ—ইয়াত আচৰিত কি ?

চূতাঙ্কুৰং বিচিন্বত্যোঃ পিপীলিকাভিৰ্দষ্টম্ (মা) — আমৰ কলি বিচাৰিবলৈ গৈ পৰুৱাৰ কামোৰ খালো।

ছায়া হি ভূমেঃ শশিনো মলত্বেনাৰোপিতা (ৰ) — পৃথিৱীৰ ছাঁকেই চন্দ্ৰৰ কলঙ্ক বুলি অভিহিত কৰা হয়।

ছায়া ন মূৰ্চ্ছতি মলোপহতপ্ৰসাদে শুদ্ধে তু দৰ্পণতলে সুলভাৱকাশা (শ) — মলিয়ন আৰ্চ্চীত ছায়া নেদেখিলেও পৰিষ্কাৰ কৰিলে সুন্দৰ দেখা যায়।

ছিন্নহস্তে মৎস্যে পলায়িতে নিৰ্ব্বিণ্ণো ধীৱৰো ভণতি ধৰ্ম্মো মে ভৱিষ্যতীতি

(বি) — জালোৱাৰ হাতৰপৰা মাছ পলালে সি কয় মোৰ ধৰ্ম্মই হ'ব।

তমস্তপতি ঘৰ্ম্মাংশৌ কথমাৱিৰ্ভৱিষ্যতি (শ) — সূৰ্য্যই তাপ দি থাকোঁতে অন্ধকাৰ আহে কেনেকৈ ?

তেজসাং হি ন ৱয়ঃ সমীক্ষ্যতে (ৰ) — তেজস্বীসকলৰ বয়স বিচাৰিব লগীয়া নহয়।

ত্ৰাণাভাৱে হি শাপাস্ত্ৰাঃ কুৰ্ব্বন্তি তপসো ব্যয়ম্ (ৰ) — শাপাস্ত্ৰ মুনিসকলে পৰিত্ৰাণকৰ্ত্তাৰ অভাৱতেই দুখাৰ্জ্জিত তপস্যা ব্যয় কৰে।

দূৰাৰূঢ়ঃ খলু প্ৰণয়োঽসহনঃ (বি) — অতিপ্ৰেম অসহনীয়।

দ্ৰুমসানুমতাং কিমন্তৰং যদি বায়ৌ দ্বিতয়েঽপি তে চলাঃ (ৰ) — বায়ু-প্ৰৱাহত বৃক্ষ আৰু পৰ্ব্বত উভয়ে চঞ্চল হলে ইহঁতৰ ভিতৰত প্ৰভেদ ক'ত ?

ধ্ৰুৱমভিমতে পূৰ্ণে কো ৱা মুদা ন হি মাদ্যতি (কু) — অভিলাষৰ বস্তু পালে কোনে নো আনন্দ নকৰে ?

ন কামবৃত্তিৰ্ৱচনীয়মীক্ষতে (কু) — স্বেচ্ছাচাৰীসকলে নিন্দালৈ ভ্ৰূক্ষেপ নকৰে।

ন কেৱলং যো মহতোঽপভাষতে শৃণোতি তস্মাদপি যঃ স পাপভাক্ (কু) — যিজন মহৎ লোকৰ নিন্দুক আৰু যি সেই নিন্দাৰ নীৰৱ শ্ৰোতা, তেওঁলোক উভয়েই অপৰাধী।

ন খলু ধীমতাং কশ্চিদৱিষয়ো নাম (শ) — জ্ঞানীসকলৰ অজ্ঞাত বিষয় নাই।

ন খলু মাতাপিতৰৌ ভৰ্তৃৱিয়োগদুঃখিতাং দুহিতৰং দ্ৰষ্টুং পাৰযতঃ (শ) — স্বামীৰপৰা বিচ্ছেদ হোৱা ছোৱালীৰ দুখ মাতা-পিতাই বেছি দিন চাই থাকিব নোৱাৰে।

ন খল্বক্ষিদুঃখিতোঽভিমুখে দীপশিখাং সহতে (বি) — চকুৰ অসুখ থকা লোকে জুইৰশিখা কেতিয়াও সহ্য কৰিব নোৱাৰে।

ন চাপি কাব্যং নৱমিত্যৱদ্যম্ (মা) — নতুন কাব্যমাত্ৰেই নিন্দাৰ্হ নহয়।

ন ধৰ্ম্মবৃদ্ধেষু ৱয়ঃ সমীক্ষ্যতে (কু) — ধৰ্ম্মজ্যেষ্ঠ মানুহৰ বয়স বিচাৰযোগ্য নহয়।

ন পাদপোন্মূলনশক্তি ৰংহঃ শিলোচ্চয়ে মূৰ্চ্ছতি মাৰুতস্য (ৰ) — বায়ুৰ বেগে বৃক্ষকেই উন্মূলিত কৰে; পৰ্ব্বতৰ ওচৰত তাৰ সকলো শক্তি নিষ্ফল।

ন প্ৰভাতৰলং জ্যোতিৰুদেতি বসুধাতলাৎ (শ) — বিদ্যুতৰ জ্যোতি মাটিত উৎপন্ন নহয়।

ন যুক্তং সুভাষিতং প্ৰত্যাচৰিতুম্ (বি) — নীতিযুক্ত মধুৰ কথাত প্ৰতিবাদ অন্যায।

ন ৰত্নমন্বিষ্যতি মৃগ্যতে হি তৎ (কু) — ৰত্নই কাকো বিচাৰি নাযায, ৰত্নকেই সকলোৱে বিচাৰে।

ন বিশ্বমূৰ্ত্তেৰৱধাৰ্য্যতে ৱপুঃ (কু) — বিশ্বমূৰ্ত্তিৰ ৰূপ নিৰূপণ অসম্ভৱ।

ন শোভতে প্ৰণযিনিজনে নিৰপেক্ষতা (মা) — প্ৰণযীজনৰ প্ৰতি ঔদাসীন্য শোভা নাপায।

ন ষট্পদশ্ৰেণিভিৰেৱ পঙ্কজং সশৈৱলাসঙ্গমপি প্ৰকাশতে (কু) — পদ্ম কেৱল ভ্ৰমৰশ্ৰেণীৰেই শোভাযুক্ত নহয, শৈৱালৰ সংযোগতো ই সুন্দৰ। যি যথাৰ্থতে সুন্দৰ সি সকলো অৱস্থাতেই সুন্দৰ।

ন সন্তি যাথাৰ্থ্যৱিদঃ পিনাকিনঃ (কু) — পিনাকীৰ তত্ত্ব বুজা মানুহ বিৰল।

ন হি অকালভৱো মৃত্যুৰিক্ষ্বাকুপদমস্পৃশৎ (ৰ) — অকালমৃত্যুৱে ইক্ষ্বাকুৰ ৰাজ্য স্পৰ্শ নকৰে।

ন হি কমলিনীং দৃষ্ট্বা গ্ৰাহমৱেক্ষতে মতঙ্গজঃ (মা) — ঘৰিযালৰ ভয থাকিলেও ফুলি থকা পদুম দেখি হাতীয়ে জানো পানীত ননমাকৈ থাকে!

ন হি তেন পথা তনুত্যজস্তনয়াৱৰ্জিতপিণ্ডকাঙ্ক্ষিণঃ (ৰ) — যোগবলেৰে শৰীৰ ত্যাগ কৰা মহাত্মাসকলে পুত্ৰই দান কৰা পিণ্ডলৈ আকাঙ্ক্ষা নকৰে।

ন হি প্ৰফুল্লং সহকাৰমেত্য বৃক্ষান্তৰং কাঙ্ক্ষতি ষট্পদাৱলী (ৰ) — ভোমোৰাই মলিওৱা আম এৰি আন গছলৈ আশা নকৰে।

ন হি সিংহো গজাস্কন্দী ভয়াদ্গিৰিগুহাশয়ঃ (ৰ) — গজহন্তা সিংহ গিৰিগুহাত শুই নাথাকে।

ন হি সুলভৱিযোগা কর্ত্তুমাত্মপ্রিয়াণি প্রভৱতি পৰৱত্তা (বি) — সহজে বিচ্ছেদ হব পৰা পৰাধীনতা নিজৰ প্রিয়সাধন কৰিবলৈ সমর্থ নহয়।

ন হীশ্বৰব্যাহৃতয়ঃ কদাচিৎ পুষ্ণন্তি লোকে ৱিপৰীতমর্থম্ (কু) — মহাপুৰুষৰ বাণীত কদাপি বিপৰীত ফল নফলিয়ায়।

ননু তৈলনিষেকৱিন্দুনা সহ দীপার্চিৰুপৈতি মেদিনীম্ (ৰ) — দীপশিখাৰপৰা একবিন্দু তেল পৰিলেও তাৰ লগত জ্বলন্ত শিখাৰ কিছু অংশ মাটিত পৰে।

নক্ষত্রতাৰাগ্রহসঙ্কুলাপি জ্যোতিষ্মতী চন্দ্রমসৈৱ ৰাত্রিঃ (ৰ) — নক্ষত্র তৰা, গ্রহ আদি থাকিলেও চন্দ্ৰৰ দ্বাৰাহে ৰাত্রি জ্যোতিষ্মতী হয়।

ন ক্ষুদ্রোঽপি প্রথমসুকৃতাপেক্ষযা সংশ্রয়ায় প্রাপ্তে মিত্রে ভৱতি ৱিমুখঃ কিং পুনর্যস্তথোচ্চৈঃ (মে) — আশ্রয়ৰ কাৰণে বন্ধু আহিলে ক্ষুদ্রজনো পূর্ব্বৰ উপকাৰ স্মৰণ কৰি বিমুখ নহয়, মহৎজনৰতো কথাই নাই।

নাট্যং ভিন্নৰুচের্জনস্য বহুধাপ্যেকং সমাৰাধনম্ (মা) — ভিন্নৰুচিৰ লোকৰো নাটকেই আনন্দৰ প্রধান সামগ্রী।

নির্গলিতাম্বুগর্ভং শৰদ্ঘনং নার্দতি চাতকোঽপি (ৰ) — শৰত কালৰ জলমুক্ত মেঘলৈ চাতক পক্ষীযেও প্রার্থনা নজনায়।

নির্জ্জিতেষু তৰসা তৰস্বিনাং শত্রুষু প্রণতিৰেৱ কীর্ত্তয়ে (ৰ) — নিজ শক্তিৰে জয় কৰা শত্রুৰ ওচৰত নম্রতাই শক্তিশালীৰ যশস্যাৰ কাৰণ হয়।

নিসর্গনিপুণাঃ স্ত্রিয়ঃ (মা) — স্ত্রীসকল স্বভাৱতে চতুৰ।

নাস্তি বিধেৰলঙ্ঘনীয়ং নাম (বি) — ভাগ্যই কৰিব নোৱৰা একোৱেই নাই।

নাস্ত্যগতির্মনোৰথানাম্ (বি) — অভিলাষৰ অবিষয় নাই।

নোচ্ছ্বসিতি তপনকিৰণৈশ্চন্দ্রস্যেৱাংশুভিঃ কুমুদম্ (বি) — কুমুদ চন্দ্ৰৰ কিৰণতহে বিকশিত হয়, সূর্য্যৰ কিৰণৰ দ্বাৰা তেনে হ'ব নোৱাৰে।

পণ্ডিতপৰিতোষপ্রত্যয়া ননু মূঢ়া জাতিঃ (মা) — জ্ঞানীসকলৰ আনন্দৱিধানেই মূর্খবিলাকৰ আদর্শস্বৰূপ।

পত্তনে সতি গ্রামে ৰত্নপৰীক্ষা ( মা ) — নগৰ থাকোঁতে গাঁৱত ৰত্ন পৰীক্ষা কৰে কোনে ?

প্রথমং মেঘৰাজির্দৃশ্যতে পশ্চাদ্বিদ্যুল্লতা ( বি ) — মেঘৰ পিছতহে বিজুলী দেখি।

পথঃ শ্রুতের্দ্দশয়িতাৰঃ ঈশ্বৰাঃ মলীমসামাদদতে ন পদ্ধতিম্ (ৰ) — সৎ পথপ্রদর্শকে কদাপি মলিন পথ অৱলম্বন নকৰে।

পদং সহেত ভ্রমৰস্য পেলৱং শিৰীষপুষ্পং ন পুনঃ পতত্রিণঃ (কু) — শিৰীষ-পুষ্পই ভ্রমৰৰহে কোমল চৰণ সহ্য কৰিব পাৰে, পক্ষীৰতো নোৱাৰে।

পদং হি সর্বত্র গুণৈর্নিধীযতে ( ৰ ) — গুণৰ সম্মান সদায় অক্ষুণ্ণ।

পর্য্যাযপীতস্য সুৰৈর্হিমাংশোঃ কলাক্ষযঃ শ্লাঘ্যতৰো হি বৃদ্ধেঃ (ৰ) — দেৱতাসকলে পান কৰাত চন্দ্রকলাৰ যি ক্ষয় হয় সি তাৰ শুক্লপক্ষৰ বৃদ্ধিতকৈ শ্রেষ্ঠ।

পৰলোকজুষাং স্বকর্মভির্গতযো ভিন্নপথা হি দেহিনাম্ ( ৰ ) — জীৱসমূহে নিজৰ কর্ম অনুসাৰে পৰলোকত ভিন্ন ভিন্ন পথ লয।

পৰাবৃত্তভাগধেযানাং দুঃখং দুঃখানুবন্ধি ( বি ) — ভাগ্যই প্রত্যাখ্যান কৰাজনৰ দুখৰ পিছত দুখ আঁতৰ নহয।

পৰিভৱাস্পদং দশাৱিপর্য্যযঃ ( বি ) — ভাগ্য বিপর্য্যযেই অপমানৰ কাৰণ।

পাপবৃত্তয়ে ন ৰূপম্ ( কু ) — সুন্দৰ আকৃতি পাপ আচৰণ কৰিবলৈ নহয।

পিশুনজনাস্থা খলু ভৌতিকেষু ( ৰ ) — পাঞ্চভৌতিক শৰীৰত ( পৰোপকাৰী ব্যক্তিযে ) আস্থা নেৰাখে।

পূর্ব্বাৱধীৰিতং শ্রেয়ো দুঃখং হি পৰিৱর্ত্ততে ( শ ) — মঙ্গলক উপেক্ষা কৰিলে দুখেই অৱশেষ থাকে।

প্রকৃতিভীৰুস্তপস্বী ( মা ) — তপস্বীসকল স্বভাৱতে ভীৰু।

প্রতিকাৰৱিধানমাযুষঃ সতি শেষে হি ফলায় কল্পতে ( ৰ ) — পৰমায়ু অৱশিষ্ট থাকিলে প্রতিকাৰ বিধান সফল হয়।

প্রতিপাল্যাৱসৰঃ খলু প্রস্তাৱঃ ( শ ) — বিষয়বস্তুৰ শেষ নোহোৱালৈকে অপেক্ষা কৰা প্রয়োজন।

প্ৰতিপ্ৰিয়ং চেদ্ভৱতো ন কুৰ্য্যাং বৃথা হি মে স্যাৎ স্বপদোপলব্ধিঃ (ৰ) — উপকাৰৰ প্ৰত্যুপকাৰ নকৰিলে মোৰ গন্ধৰ্ব্বপদ-প্ৰাপ্তিয়েই নিৰৰ্থক।

প্ৰতিবধ্নাতি হি শ্ৰেয়ঃ পূজ্য পূজাব্যতিক্ৰমঃ (ৰ) — পূজনীয়জনৰ পূজাৰ ব্যতিক্ৰম মঙ্গলৰ অন্তৰায়।

প্ৰত্যুক্তং হি প্ৰণযিষু সতামীপ্সিতাৰ্থ ক্ৰিয়ৈৱ (মে) — প্ৰাৰ্থীৰ অভিলাষ পূৰণেই সাধুৰ প্ৰত্যুত্তৰ।

প্ৰণিপাতপ্ৰতীকাৰঃ সংৰম্ভো হি মহাত্মনাম্ (ৰ) — মহাত্মাৰ ক্ৰোধ প্ৰণিপাতৰ দ্বাৰা প্ৰশমিত হয়।

প্ৰভৱন্তোঽপি হি ভৰ্তৃষু কাৰণকোপাঃ কুটুম্বিন্যঃ (মা) — স্বামীৰ ওপৰত প্ৰভাৱ থাকিলেও কাৰণ থাকিলে স্বামীয়ে স্ত্ৰীৰ ওপৰত ক্ৰোধ কৰে।

প্ৰভুতা ৰমণেষু যোষিতাং ন হি ভাৱস্খলিতান্যপেক্ষতে (বি) — স্বামীৰ ওপৰত প্ৰভুত্ব থাকিলেও তেওঁলোকক প্ৰকৃত প্ৰণয়ৰ পৰা আঁতৰাব নোৱাৰে।

প্ৰৱাতেঽপি নিষ্কম্পা গিৰযঃ (শ) — বতাহতো পৰ্ব্বত অলৰ-অচৰ।

প্ৰহ্বেষ্বনিৰ্ব্বন্ধৰুষো হি সন্তঃ (ৰ) — সাধুৰ ওচৰত অৱনত হলে তেওঁলোকৰ কোপ নাইকিয়া হয়।

প্ৰায়ঃ সৰ্ব্বো ভৱতি কৰুণাবৃত্তিৰাৰ্দ্ৰান্তৰাত্মা (মে) — অন্তৰ যাৰ কোমল তেওঁ স্বভাৱতেই কৰুণাশীল।

প্ৰায়ঃ সমানৱিদ্যাঃ পৰস্পৰযশঃপুৰোভাগাঃ (মা) — সমান বিদ্বানৰ ভিতৰত নিজৰ নিজৰ যশস্যা বৃদ্ধিৰ কাৰণে এজনে আনজনৰ দোষ দেখুৱায়।

প্ৰায়ঃ প্ৰত্যয়মাধত্তে স্বগুণেষূত্তমাদৰঃ (কু) — সাধু-সজ্জনৰ আদৰ পালে, নিজৰ কাৰ্য্যৰ ওপৰত বিশ্বাস জন্মে।

প্ৰায়েণ গৃহিণীনেত্ৰাঃ কন্যাৰ্থেষু কুটুম্বিনঃ (কু) — কন্যাৰ বিবাহ সম্পৰ্কে গৃহীসকলে গৃহিণীৰ পৰামৰ্শ অনুসাৰেই চলে।

প্ৰায়েন সামগ্ৰ্যৱিধৌ গুণানাং পৰাঙ্মুখী ৱিশ্বসৃজঃ প্ৰবৃত্তিঃ (কু) — গুণৰ পূৰ্ণতা সাধনত সৃষ্টিকৰ্ত্তাৰ চেষ্টা প্ৰায়ে পৰাঙ্মুখী।

প্ৰয়োগপ্ৰধানং হি নাট্যশাস্ত্ৰম্ (মা) — নাট্যশাস্ত্ৰ অভিনয়-প্ৰধান।

প্ৰযোজনাপেক্ষিতয়া প্ৰভূণাং প্ৰায়শ্চলং গৌৰৱমাশ্ৰিতেষু (কু) — প্ৰয়োজন অনুসাৰেই ভৃত্যসকলে স্বামীৰ সমাদৰ লাভ কৰে।

প্ৰিয়েষু সৌভাগ্যফলা হি চাৰুতা (কু) — প্ৰিয়জনৰ স্নেহ লাভতেই স্ত্ৰীৰ সৌন্দৰ্য্যৰ সাৰ্থকতা।

বন্ধনভ্ৰষ্টো গৃহকোপতোশ্চিল্লায়া মুখে পতিতঃ (মা) — ঘৰত থকা কপৌ বন্ধনমুক্ত হৈ চিলনিৰ মুখত পৰিল।

বলৱদপি শিক্ষিতানামাত্মন্যপ্ৰত্যযং চেতঃ (শ) — শিক্ষিতসকলৰ মনৰ বল থাকিলেও, আত্মপ্ৰত্যয়ৰ অভাৱ দেখা যায়।

বহুবল্লভা ৰাজানঃ (শ) — ৰজাসকলৰ বহুত পত্নী।

ভক্ত্যোপপন্নেষু হি তদ্বিধানাং প্ৰসাদচিহ্নানি পুৰঃফলানি (ৰ) — ভক্তিৰে কৰা কামৰ প্ৰতি পূজ্যজনৰ আগ্ৰহ দেখিলে সোন-কালে অভিলাষ পুৰ্ণ হব বুলি আশা কৰিব পাৰি।

ভৱন্তি সাম্যেঽপি নিৱিষ্টচেতসাং ৱপুৰ্বিশেষেষ্বতিগৌৰৱাঃ ক্ৰিয়াঃ (কু) — সংসাৰ-বিৰাগীয়েও বিশিষ্ট অতিথিক সংসাৰীৰ দৰেই অভ্যৰ্থনা কৰে।

ভৱন্ত্যৱ্যভিচাৰিণ্যো ভৰ্ত্তুৰিষ্টে পতিব্ৰতাঃ (কু) — পতিব্ৰতা ৰমণীয়ে স্বামীৰ ইচ্ছাৰ অনুসৰণ কৰে।

ভৱিতৱ্যতা খলু বলৱতী (শ) — অদৃষ্টই বলৱান।

ভৱিতৱ্যানাং দ্বাৰাণি ভৱন্তি সৰ্ব্বত্ৰ (শ) — ঘটিব লগীয়া বিষয়ৰ দুৱাৰ সকলোপিনে মুকলি।

ভৱিতৱ্যতানুবিধায়ীনীন্দ্ৰিয়াণি (বি) — ইন্দ্ৰিয়সমুহে ঘটিব লগীয়া বিষযানুসাৰে কাজ কৰে।

ভিন্নৰুচিৰ্হি লোকঃ (ৰ) — মানুহটোৱে পতি মনটো।

ভৱো হি লোকাভ্যুদযায় তাদৃশাম্ (ৰ) — তেনেকুৱা লোকৰ (ৰঘুৰ দৰে) জন্ম আনৰ মঙ্গলৰ কাৰণেই।

ভ্ৰমৰ সংৱাধ ইতি ৱসন্তাৱতাৰসৰ্ব্বস্বং কিং ন চুতপ্ৰসৱোঽৱতংসয়িতৱ্যঃ (মা) — ভ্ৰমৰৰ ভয়ত কোনোবাই জানো বসন্ত কালৰ সৰ্ব্বস্ব আম্ৰৰ মুকুলক কাণৰ ভূষণ কৰিবলৈ এৰি দিয়ে?

মন্দোঽপ্যমন্দতামেতি সংসর্গেণ ৱিপশ্চিতঃ (মা) — জ্ঞানীৰ মূৰ্খয়ো সংসৰ্গত জ্ঞান আহৰণ কৰে।

মনো হি জন্মান্তৰসঙ্গতিজ্ঞম্ (ৰ) — মনেই জন্মান্তৰৰ সম্বন্ধ সূচায়।

মন্দায়ন্তে ন খলু সুহৃদামভ্যুপেতাৰ্থকৃত্যাঃ (মে) — বন্ধুৰ কাৰ্য্যসাধনৰ অঙ্গীকাৰ কৰি কেৱে গহৰি নকৰে।

মনোৰথানামগতিৰ্ন্ন ৱিদ্যতে (কু) — অভিলাষৰ অগম্য স্থান নাই।

মৰণং প্ৰকৃতিঃ শৰীৰিণাং ৱিকৃতিৰ্জীৱিতমুচ্যতে (ৰ) — প্ৰাণীসমূহৰ মৰণ প্ৰকৃতি, জীৱন বিকৃতি।

মলিনমপি হিমাংশোৰ্লক্ষ্ম লক্ষ্মীং তনোতি (শ) — কলঙ্কই চন্দ্ৰৰ শোভা বৃদ্ধিহে কৰে।

মহৎখলু পুৰুষাকাৰমিদং জ্যোতিঃ (মা) — মানুহৰ শৰীৰৰ এনে জ্যোতি শক্তিশালী।

মহদপি পৰদুঃখং শীতলং সম্যগাহুঃ (বি) — আনৰ দুখ ডাঙৰ হলেও সি শীতল।

মেঘালোকে ভৱতি সুখিনোঽপ্যন্যথাবৃত্তিচেতঃ (মে) — মেঘ দেখিলে সুখী লোকৰো চিত্ত চঞ্চল হয়।

মৃদু তীক্ষ্ণতৰং যদুচ্যতে তদিদং মন্মথ দৃশ্যতে ত্বয়ি (মা) — মদনৰ কোমল আৰু কঠিন উভয় গুণেই আছে।

যদধ্যাসিতমৰ্হদ্ভিস্তদ্ধি তীৰ্থং প্ৰচক্ষতে (কু) — পূজ্যাস্পদ সাধুৱে পদাৰ্পণ কৰা ক্ষেত্ৰকেই তীৰ্থ বোলে।

যদা পুনৰ্ম্মন্দমেধা শিষ্যোপদেশং মলিনয়তি তদাচাৰ্যস্য দোষো নু (মা) — শিষ্য যদি মেধাৱী নহয় আৰু তেওঁ যদি গুৰুৰ উপদেশৰ বিপৰীত আচৰণ কৰে সি জানো গুৰুৰ দোষ?

যশস্তু ৰক্ষ্যং পৰতো যশোধনৈঃ (ৰ) — যশ ৰক্ষা কৰা যশস্বীৰ কৰ্ত্তব্য।

যস্যাগমঃ কেৱলজীৱিকায়ৈ তং জ্ঞানপণ্যং ৱণিজং ৱদন্তি (মা) — জীৱিকাৰ কাৰণে যিসকলৰ জ্ঞান, তেওঁলোকেই জ্ঞান-বেপাৰী।

যাচ্ঞা মোঘা ৱৰমধিগুণে নাধমে লব্ধকামা (মে) — অধমৰ ওচৰত প্ৰাৰ্থনা সফল হোৱাতকৈ গুণৱানৰ ওচৰত বিফল হোৱাও ভাল।

ৰত্নাকৰে যুজ্যত এৱ ৰত্নম্ (কু) — সাগৰতেই ৰত্নৰ জন্ম।

ৰত্নং সমাগচ্ছতু কাঞ্চনেন (ৰ) — ৰত্ন কাঞ্চনৰ লগত মিল হওক।

ৰন্ধ্রোপনিপাতিনোঽনর্থাঃ (শ) — ৰন্ধ্রেৰে (ছিদ্রেৰে) অনর্থ প্ৰৱেশ কৰে।

ৰৱিপীতজলা তপাত্যয়ে পুনৰোঘেন হি যুজ্যতে নদী (কু) — ৰবিৰ তাপত সমুদায় জল শুকাই গলেও নদী গ্ৰীষ্মকালৰ শেষত পুনৰ প্ৰৱাহেৰে পূৰ্ণ হয়।

ৰমণীয়ঃ খলু নৱাঙ্গনানাং মদনৱিষয়ৱ্যাপাৰঃ (মা) — মদনাভিভূত যুৱতী-সকলৰ ৰতি বিষয়ৰ কামবোৰ সঁচাকৈয়ে ৰমণীয।

ৰাজৰক্ষিতৱ্যান্নি তপোৱনানি নাম (শ) — তপোবন ৰক্ষা কৰা ৰজাৰ কৰ্ত্তব্য।

ৰাজা কালস্য কাৰণম্ (বি) — ৰজাই কালৰ কাৰণ।

ৰাজা প্ৰকৃতিৰঞ্জনাৎ (ৰ) — প্ৰজাৰঞ্জনৰ হেতু ৰজা।

ৰাজ্যাং তু চৰিতাৰ্থতা দুঃখোত্তৰৈৱ (শ) — ৰজাই বিচৰা বস্তু পালেও দুখৰেই কাৰণ হয়।

ৰিক্তঃ সৰ্ব্বো ভৱতি হি লঘুঃ পূৰ্ণতা গৌৰৱায় (মে) — সাৰশূন্য বস্তু মাত্ৰেই লঘু, পূৰ্ণতাই গৌৰৱৰ কাৰণ।

ৰুবোধ সংমুখীনো হি জয়ো ৰন্ধ্ৰপ্ৰহাৰিণাম্ (ৰ) — ছিদ্ৰ পোৱা মাত্ৰেই শত্ৰুনিধনকাৰীসকলৰ জয় অৱশ্যম্ভাৱী।

লভেত ৱা প্ৰাৰ্থয়িতা ন ৱা শ্ৰিয়ং শ্ৰিয়া দুৰাপঃ কথমীপ্সিতো ভৱেৎ (শ) — শ্ৰীক (লক্ষ্মীক) বিচৰাজনে পাবও পাৰে,. নাপাবও পাৰে, কিন্তু শ্ৰীয়ে যাক বিচাৰে তাক পোৱা কঠিন হব কেনেকৈ ?

লোত্ৰেণ গৃহীতস্য কুম্ভীৰকস্যাস্তি ৱা প্ৰতিৱচনম্ (বি) — চোৰাং বস্তুৰে সৈতে চোৰ ধৰা পৰিলে তাৰ কি প্ৰত্যুত্তৰ থাকিব পাৰে ?

ৱদ প্ৰদোষে স্ফুটচন্দ্ৰতাৰকা ৱিভাৱৰী যদ্যৰুণায় কল্পতে (কু) — চন্দ্ৰ আৰু তাৰকা-বিভূষিত ৰজনীৰ প্ৰাৰম্ভতে জানো কোনোবাই প্ৰভাত কালৰ কামনা কৰে ?

ৱয়োৰূপৱিভূতীনামেকৈকং মদকাৰণম্ (ৰ) — বয়স, ৰূপ আৰু ঐশ্বৰ্য্যৰ প্ৰত্যেকটোৱেই অহঙ্কাৰৰ কাৰণ।

ৱশিনাং হি পৰপৰিগ্ৰহসংশ্লেষপৰাঙ্মুখী বৃত্তিঃ (শ) — যাৰ প্ৰবৃত্তি নিজৰ অধীন তেওঁ কদাপি আনৰ স্ত্ৰীৰ সংস্পৰ্শলৈ নাহে।

ৱসুমত্যা হি নৃপাঃ কলত্ৰিণঃ (ৰ) — নৃপতিসকল বসুমতীৰেই পত্নীৱান।

ৱহ্নিৰ্বিৱাহং প্ৰতি কৰ্ম্মসাক্ষী (কু) — বৈৱাহিক কৰ্ম্মৰ সাক্ষী অগ্নি।

ৱিকাৰহেতৌ সতি ৱিক্ৰিয়ন্তে যেষাং ন চেতাংসি ত এৱ ধীৰাঃ (কু) — বিকাৰৰ কাৰণ উপস্থিত থাকিলেও যিসকলৰ চিত্ত বিকৃত নহয় তেওঁলোকেই ধীৰ।

ৱিকাৰং খলু পৰমাৰ্থতোঽজ্ঞাত্বানাৰম্ভঃ প্ৰতীকাৰস্য (শ) — অসুখৰ প্ৰকৃত কাৰণ নাজানিলে প্ৰতিকাৰ কৰা টান।

ৱিক্ৰিয়ায়ৈ ন কল্পন্তে সম্বন্ধাঃ সদনুষ্ঠিতাঃ (কু) — সাধুসকলৰ দ্বাৰা সংঘটিত বিবাহাদি সম্বন্ধই কেতিয়াও কুফল নিদিয়ে।

ৱিনীতৱেষেন প্ৰৱেষ্টব্যানি তপোৱনানি নাম (শ) — বিনীত বেশে তপোবনত প্ৰৱেশ কৰিব লাগে।,

ৱিনিযোগপ্ৰসাদা হি কিঙ্কৰাঃ প্ৰভৱিষ্ণুষু (কু) — প্ৰভুৰ নিয়োগেই ভৃত্যক অনুগৃহীত কৰে।

ৱিনেতুৰদ্ৰব্যপৰিগ্ৰহোঽপি বুদ্ধিলাঘৱং প্ৰকাশয়তি (মা) — সুশিষ্য নিৰ্ব্বাচনৰ অসমৰ্থতা গুৰুৰ বুদ্ধিহীনতাৰে পৰিচয়।

ৱিৱক্ষিতং হ্যনুক্তমনুতাপং জনয়তি (শ) — ক'ব লগীয়া কথা নকলে অনুতাপৰ সৃষ্টি কৰে।

ৱিৱিক্তাদৃতে নান্যদুৎসুকস্য শৰণমস্তি (বি) — কামপীড়িতজনৰ অকলশৰীয়া অৱস্থাৰ বাহিৰে উপায় নাই।

ৱিষমপ্যমৃতং ক্বচিদ্ভৱেদমৃতং ৱা ৱিষমীশ্বৰেচ্ছয়া (ৰ) — ঈশ্বৰৰ ইচ্ছাত কেতিয়াবা বিষো অমৃত হয় আৰু অমৃতো বিষ হয়।

ৱিষৱৃক্ষোঽপি সংবৰ্দ্ধ্য স্বয়ং ছেত্তুমসাম্প্ৰতম্ (কু) — বিষবৃক্ষকো যদি পালন কৰা হয়, তেন্তে তাক নিজে ছেদন কৰা উচিত নহয়।

ৱ্যাদিশ্যন্তে ভূধৰাতামৱেক্ষ্য কৃষ্ণেণ দেহোদ্বহনায় শেষঃ (কু) — ভগৱান বাসুদেৱে পৃথিৱীৰ ভাৰ বহনৰ ক্ষমতা দৰ্শাই নিজ শৰীৰ বহন কৰিবলৈ সৰ্পৰাজ বাসুকিক নিয়োগ কৰিলে।

ৱৃত্তং হি মহিতং সতাম্ (কু) — সাধুৰ চৰিত্ৰ পূজনীয়।

শৰীৰমাদ্যং খলু ধৰ্মসাধনম্ (কু) — শৰীৰেই ধৰ্ম্মৰ শ্ৰেষ্ঠ সাধন।

শাম্যেৎ প্ৰত্যপকাৰেণ নোপকাৰেণ দুৰ্জ্জনঃ ( কু ) — অপকাৰ কৰিলেহে দুৰ্জ্জন নিবৃত্ত হয় ; উপকাৰত নহয়।

শস্ত্ৰেণ ৰক্ষ্যং যদশক্যৰক্ষং ন তদ্যশঃ শস্ত্ৰভৃতাং ক্ষিণোতি ( ৰ ) — ৰক্ষণীয় বস্তুকো, অস্ত্ৰবলেৰে ৰক্ষা কৰিব নোৱাৰিলে অস্ত্ৰধাৰীৰ যশস্যা নষ্ট নহয়।

সতাং হি সন্দেহপদেষু বস্তুষু প্ৰমাণমন্তঃকৰণপ্ৰবৃত্তয়ঃ ( শ ) — সন্দেহ স্থলত সাধুসকলৰ অন্তঃকৰণৰ আচৰণেই প্ৰমাণ।

সতাং সঙ্গতং সাপ্তপদীনমুচ্যতে ( কু ) — একে লগে সাতটা কথা পাতিলে বা সাত খোজ কাটিলেই বন্ধুত্ব স্থাপন হয়।

সদ্য এৱ সুকৃতাং হি পচ্যতে কল্পবৃক্ষফলধৰ্ম্মি কাঙ্ক্ষিতম্ ( ৰ ) — কল্পবৃক্ষৰ ফল শীঘ্ৰে সুপক্ক হয়, সাধুলোকৰ মনোৰথ স্বতঃ অবিলম্বে সিদ্ধ হয়।

সন্ততিঃ শুদ্ধবংশ্যা হি পৰত্ৰেহ চ শৰ্ম্মণে ( ৰ ) — সদ্বংশজাত সন্তান ইহলোক পৰলোক উভয়তেই সুখদায়ক।

সমীৰণো নোদয়িতা ভৱেতি ব্যাদিশ্যতে কেন হুতাশনস্য ( কু ) — আনৰ দ্বাৰা প্ৰেৰিত নোহোৱাকৈয়ে বায়ু অগ্নিৰ সহায় হয়।

সমীৰণসহায়োঽপি নান্তঃপ্ৰাৰ্থী দৱানলঃ ( ৰ ) — সমীৰণ সহায় হলেও দাবানলে কদাপি পানী নিবিচাৰে।

সম্বন্ধমাভাষণপূৰ্ব্বমাহুঃ ( ৰ ) — আলাপত মিত্ৰতা জন্মে।

সৰসিজমনুবিদ্ধং শৈৱলেনাপি ৰম্যম্ ( শ ) — শৈৱালৰ সংযোগত পদুম সুন্দৰ হয়।

সৰ্ব্বঃ কল্যে ৱয়সি যততে লব্ধুমৰ্থান্ কুটুম্বী ( বি ) — গৃহস্থী মাত্ৰেই প্ৰথম বয়সত ধন ঘটিবলৈ যত্ন কৰে।

সৰ্ব্বঃ কান্তমাত্মীয়ং পশ্যতি ( শ ) — প্ৰিয়জনক সকলোৱে সুন্দৰ দেখে।

সৰ্ব্বঃ প্ৰাৰ্থিতমৰ্থমধিগম্য সুখী সম্পদ্যতে জন্তুঃ ( শ ) — যিহকে বিচাৰে তাকে পালেহে মানুহ সুখী হয়।

সৰ্ব্বঃ সগন্ধেষু বিশ্বসিতি ( শ ) — সকলোৱে নিজৰ জাতিত বিশ্বাস কৰে।

সৰ্ব্বোঽপি নৱৱধো লজ্জাতুৰো ভৱতি ( মা ) — সকলো নতুন দৰাই লাজুকবীয়া।

সৰ্ব্বজ্ঞস্যাপ্যেকাকিনো নির্ণয়াভ্যুপগমো দোষায় ( মা ) — সৰ্ব্বজ্ঞ হ'লেও মানুহে জটিল বিষয়ৰ সমাধান অকলে কৰিবলৈ যোৱা দোষাবহ।

সৰ্ব্বত্রৌদৰিকস্যাভ্যৱহাৰ্য্যমেৱ ৱিষয়ঃ ( বি ) — খকুৱাৰ সদায় আহাৰৰ চিন্তা।

সহস্ৰগুণমুৎস্রষ্টুমাদত্তে হি ৰসং ৰৱিঃ ( ৰ ) — সূৰ্য্যই সহস্ৰগুণ জলদানৰ কাৰণে ( পৃথিৱীৰ ) ৰস আকৰ্ষণ কৰে।

সাগৰমুজ্জিত্বা কুত্ৰ ৱা মহানদ্যৱতৰতি ( শ ) — সাগৰ এৰি মহানদী ক'ত পৰিব ?

সাধু ত্বং দৰিদ্ৰ ইৱাতুৰো ৱৈদ্যেনোপনীয়মানমৌষধমিচ্ছসি ( মা ) — দৰিদ্ৰ ৰোগীৰ দৰে আপুনিয়ো চিকিৎসকে আপোনালৈ ঔষধ লৈ অহাকে বিচাৰে নে ?

সুশিক্ষিতোঽপি সৰ্ব্ব উপদেশদর্শনে ন নিপুণো ভৱতি ( মা ) — সুশিক্ষিত হ'লেও সকলো সমানভাৱে উপদেশ দিবলৈ সমৰ্থ নহয়।

সূৰ্য্যাপায়ে ন খলু কমলং পুষ্যতি স্বামভিখ্যাম্ ( মে ) — সূৰ্য্যৰ অভাৱত পদ্মই নিজ শোভা বিস্তাৰ নকৰে।

সূৰ্য্যে তপত্যাৱৰণায় দৃষ্টেঃ কল্পেত লোকস্য কথং তমিস্ৰা ( ৰ ) — সূৰ্য্য প্ৰকাশমান থাকোঁতে, অন্ধকাৰ দৃষ্টিৰ প্ৰতিবন্ধক হ'ব নোৱাৰে।

স্বজনস্য হি দুঃখমগ্ৰতো ৱিবৃতদ্বাৰমিৱোপজায়তে ( কু ) — আত্মীয়-স্বজনক দেখিলে দুখীৰ দুখপূৰ্ণ হৃদয়ৰ দুৱাৰ মেল খায়।

স্বজনাশ্ৰু কিলাতি সন্ততং দহতি প্ৰেতমিতি প্ৰচক্ষতে ( ৰ ) — স্বজনৰ অশ্ৰুপাতে বিগত আত্মাক দগ্ধ কৰে।

স্বয়মেৱ হি ৱাতোঽগ্নেঃ সাৰথ্যং প্ৰতিপদ্যতে ( ৰ ) — বায়ুৱে নিজে অগ্নিক সহায় কৰে।

স্বাৰ্থাৎসতাং গুৰুতৰা প্ৰণয়িক্ৰিয়ৈৱ ( বি ) — নিজ স্বাৰ্থসাধনতকৈ প্ৰাৰ্থী-সকলৰ কাৰ্য্য সাধন কৰা জ্ঞানী সমাজৰ মতে শ্ৰেষ্ঠ।

স্বাধীনকুশলাঃ সিদ্ধিমন্তঃ ( শ ) — সিদ্ধ পুৰুষৰ মঙ্গল নিজৰ অধীনত।

স্থাতুং নিয়োক্তুৰ্ন হি শক্যমগ্ৰে ৱিনাশ্য ৰক্ষ্যং স্বয়মক্ষতেন ( ৰ ) — ৰক্ষণীয় বস্তুক বিনাশ কৰি গৰাকীৰ ওচৰত অক্ষত শৰীৰে ভৃত্যৰ অৱস্থিতি নিতান্ত কঠিন।

স্নিগ্ধজনসংবিভক্তং হি দুঃখং সহ্যবেদনং ভৱতি (শ) — প্ৰিয় বন্ধুৱে অংশ ললে দুখৰ ভাৰ বহন কৰিব পাৰি।

স্ৰজমপি শিৰস্যন্ধঃ ক্ষিপ্তাং ধুনোত্যহিশঙ্কয়া (শ) — মূৰত দিয়া মালাকো অন্ধই সাপ বুলি পেলাই দিয়ে।

স্ত্ৰীণাং প্ৰিয়ালোক ফলো হি বেষঃ (কু) — প্ৰিয়জনৰ দৰ্শনেই স্ত্ৰীসকলৰ বেশভূষাৰ ফল।

স্ত্ৰীণামাদ্যং প্ৰণয়বচনং বিভ্ৰমো হি প্ৰিয়েষু (মে) — প্ৰিয়জনৰ প্ৰতি প্ৰেমাসক্ত অঙ্গভঙ্গিয়ে ৰমণীৰ প্ৰথম প্ৰণয় বচন।

ক্ষুদ্ৰেঽপি নূনং শৰণং প্ৰপন্নে মমত্বমুচ্চৈঃশিৰসাং সতীৱ (কু) — শৰণাপন্ন হোৱা ক্ষুদ্ৰ ব্যক্তিকো মহাত্মাসকলে সজ্জনৰ দৰে আশ্ৰয় দিয়ে।

হেম্নঃ সংলক্ষ্যতে হ্যগ্নৌ বিশুদ্ধিঃ শ্যামিকাপি বা (ৰ) — জুইত দিলে সোণ দোষযুক্ত নে দোষমুক্ত বুজি পায়।

হংসো হি ক্ষীৰমাদত্তে তন্মিশ্ৰা বৰ্জয়ত্যপঃ (শ) — পানী মিহলোৱা গাখীৰৰপৰাও হাঁহে গাখীৰহে গ্ৰহণ কৰে।